প্ৰকাশক :
অসম জ্যোতি
সুৱাগপুৰ
গুৱাহাটী-৮

ARGHYAVALI :

A collection of tributes to and biographical sketches of some eminent Assamese personalities.

AUTHOR :
Benudhar Sharma
Suwagpur,
Gauhati 8.

তৃতীয় তাঙৰণ—১৯৭০

THIRD EDITION : 1970.

PRICE : Rs. 5/-

ছপাশাল :
শ্ৰীদেবপ্ৰসাদ মিত্ৰ
এবুম প্ৰেছ
৬৩, বিডন ষ্ট্ৰীট, কলিকতা-৬

আমাৰ জনদিয়েক অৰ্চ্চনীয় পুৰুষলৈ কাহানিবাই শ্ৰদ্ধা-ভক্তিৰ অঞ্জলি আগ বঢ়াইছিলোঁ। অ'ত-ত'ত সিঁচৰি কৰি পেলাই থোৱাতকৈ সেইবোৰ একেলগে গোটাই থোৱাই ভাল বুলি "অৰ্ঘ্যাৱলী" নাম দি ছপাই পেলোৱা হল। পঢ়োঁতাই পঢ়ি, ভাল পালে বং যে পাম ঠিকেই, নেপালেও পাম—যদি সিসকলে পঢ়ি-শুনি দোষবোৰ উজাৰি মোক জানিবলৈ দিয়ে।

গুৱাহাটী
৪।১২।৬৪

# বিষয়-সূচী

# চিত্ৰ সূচী

# শিক্ষাবিদ গোবিন্দ বেজবৰুৱা

( ১ )

শিক্ষাবিদ গোবিন্দচন্দ্ৰ বেজবৰুৱা বা মিষ্টৰ জি বেজবৰুৱাৰ নাম আটায়ে শুনিছে। গোবিন্দ বেজবৰুৱা ছাহাব; যি কালত ঘৰত—আন কি বাহিৰতো, ঠেঙ্গী পিন্ধি থাকিলেই খৃষ্টান বুলি মানুহে ভাবে, মেজত ভাত খালেই ম্লেচ্ছাচাৰী হয়, গুৰু-গোসাঁইৰ ঘৰলৈ নগ'লেই অহিন্দু হয়, সেই কালতে বেজবৰুৱাৰ গাত ঘৰতে কোট-পেণ্ট, ওলাওঁতে-সোমাওঁতে ফুৰোঁতে-চাকোঁতে ইংৰাজৰ ভাওভঙ্গি আৰু মুখত ইংৰাজী মাত-কথা। গতিকে, সাধাৰণ লোকৰপৰা নিজৰ বিশিষ্টতা স্বকীয়াকৈ দেখুৱাবলৈ হ'লে, নিজৰ নামটোৰো অলপ-নহয়-অলপ স্বকীয়াৰ থাকিব লাগিব। সেইদেখি, ইংৰাজৰ আহিৰেই যেতিয়া জীৱন যাপন কৰি থকা হ'ল, বেজবৰুৱাইও দীঘলীয়া অসমীয়া নাম গোবিন্দচন্দ্ৰটো ইংৰাজৰ নিয়মেৰে চুটিকৈ জি বেজবৰুৱা কৰি পেলালে। অসমীয়া নাম শুচাই ইংৰাজী-দৰে উচ্চাৰণ কৰিব পৰা নাম একোটা লোৱাটো তেতিয়া ইংৰাজী-শিক্ষিতসকলৰ মাজত এটা ঢং বা ফেশ্বনেই হৈছিল। তাৰ চিন, বৰুৱাৰ সলনি বেঞ্জামিন (যেনে, R. C. Benjamin)' সন্দিকৈৰ সলনি হেণ্ডিক্ (যেনে, R. K. Handique), ফুকনৰ সলনি ফুকন (G. G. Phookkan) উপাধি লোৱাত ওলাই পৰিছিল। লগৰ কায়ে লাগেৰেই উজাই গোবিন্দচন্দ্ৰ বেজবৰুৱাইও সেইদৰে নিজৰ নামটো জি বেজবৰুৱা (G. Bezbaroa) কৰি সমসাময়িক সোঁতত বিলাতী সভ্যতাৰ নাওখনি পাৰি দিছিল আৰু সেই নামেৰেই তেওঁ সকলোৰে মাজত জনাজাত আছিল।

( ২ )

তেতিয়া বেজবৰুৱাৰ জীৱন-সন্ধিয়া ভাঠি হৈ আহিছে আৰু মই কৈশোৰ-যৌৱনৰ দুৱাৰ-ডলিত ভৰি দিছোঁ (১৯১৫), ঠিক এনে সময়তে বেজবৰুৱাৰেসৈতে

মোৰ প্ৰথম দেখাদেখি। প্ৰবেশিকা পৰীক্ষা দি পচুলি-মুণ্ডাৰ শাৰীত নাম-লগাই এনেয়ে বহি আছোঁ, এনেতে, আমাৰ পূজনীয় শিক্ষাগুৰু শ্ৰীযুত গৌৰীদত্ত মিশ্ৰ বিদ্যাভূষণ এম্, আৰ, এ, এছ দেয়ে হবলা বেজবৰুৱা ডাঙৰীয়াক কৈ, অলপ দিনৰ নিমিত্তে শিৱসাগৰৰ বেজবৰুৱা হাইস্কুলত সংস্কৃত-পণ্ডিতৰ কাম এটা দিয়ালে। মোৰ কিন্তু, কি দুৰ্ব্বাসনা! নিয়োগ-পত্ৰ পোৱাৰ পিছতে মোৰ মনত খেলালে,—মই নো বেজবৰুৱা-স্কুলত পণ্ডিত-কাম কৰিম নে? মেট্ৰিকুলেছন পৰীক্ষা দি সংস্কৃত পঢ়ুৱাবলৈ লোৱাটো কিমান লাজৰ কথা! পৰীক্ষাত "পাছ" হলোঁ যদি ভালেই, নহলেও তেও "মেট্ৰিকুলেছন" পৰীক্ষাটো দিলোঁ হে! "পাছ" হলে যে কথাই নাই—আৰু তিনি মাহ মানৰ মূৰতে কলেজৰ ছাত্ৰ হৈ ভদ্ৰলোকৰ শাৰী পূৰামগৈ! এইদৰে, "নৱৰ্ষিৰ কল্পাই ওঁঠৰটা মূৰ্ত্তি" ধৰা-দি, গেলা-গপত ওফন্দি মইও কিবা-এটা মূৰ্ত্তি ধৰি, দিলোঁ লেখি, চিঠি এখন বেজ-বৰুৱালৈ; তাকো আকৌ ডাক-পখিলীত! লেখিলোঁ, "Mr. Bezbaroa, Regret, could not accept your appointment, ( বেজবৰুৱা ডাঙৰীয়া, আপোনাৰ কাম লব নোৱাৰোঁ!" তাৰপৰা সকলো নিমাত।

( ৩ )

পোন্ধৰ দিন কি এমাহ মানৰ মূৰত, পূজনীয় শ্ৰীযুত পূৰ্ণানন্দ [illegible] উকীলে লিখি পঠালে, "তই সোনকালে আহি বেজবৰুৱা-স্কুলতে সোমাহি।" চিঠি পাই, যাওঁনে-নেযাওঁকৈ গৈ, বৰ ভয়ে-ভয়ে যোৰহাটৰ বেজবৰুৱা-বঙলা পালোঁগৈ। বঙলাৰ চিড়ীত (কাঠৰ পাটৰ খটখটী) উঠোঁতেই বুকুয়ে ধান বানিবলৈ ধৰিলে। পাছে, মনটো অলপ ডাঠকৈ বাৰাণ্ডাত থকা বেঞ্চ্ এখনত বহিলত হে ধপধপনিটো অলপ মাৰ গৈছে। চিড়ীৰ তক্তাত মোৰ "পদব্ৰজৰ" বাজন শুনি ভিতৰৰ পৰা খুলীয়া, লিচপিচীয়া চেমনীয়া ল'ৰা এটি ওলাই আহিল! তেওঁ মোৰ নামটো সুধি ভিতৰলৈ যোৱাৰ এক মিনিট মানৰ পিছতেই, যাৰ কথা ভাবি পেপুৱা লাগি আছিলোঁ, সেই গৰাকী পুৰুষেই ভটং কৰে ওলালহি! দেখিলোঁ—মাজে সময়ে ৰংপুৰত দেখা সেইজন ইওৰূপীয় ছাহাব বেজবৰুৱা নহয় দেখোন! কবি মাইকেল মধুসূদন দত্ত-মাৰ্কাৰ ডাঢ়ি কেইডালৰ বাহিৰে তেওঁৰ গাত ছাহাবৰ চিন একোটো নাই। আজি দেখোন চাদ্দা পাৰি চুৰিয়াৰে সুশোভিত নৈষ্ঠিক ব্ৰাহ্মণ এগৰাকী হে। দেখি, মোৰ অজ্ঞাতসাৰে মিচিকিয়া হাঁহি এটি

ওলাল। মোক দেখিয়েই তেওঁ হাত এবাৰ মাতিলে আৰু মাতবাৰ ওপৰৰপৰা পৰা আৰু সৰা-দি খলৰ কৰে এই দৰে সৰি পৰিল :—

"বোলোঁ, সেয়া বেণুধৰ শৰ্মা নে? তুমিয়েই লেখিছিলা হ'বলা, "মিঃ বেজবৰুৱা, ৰিগ্ৰেট কুড্ নট্ একচেপ্ত ইয়ৰ এপইণ্ট্‌মেণ্ট।" কথাষাৰ শুনি মোৰ মুখ ক'লা পৰি গল। মোৰ আস্পৰ্দ্ধা আৰু অজ্ঞতাৰ বাবে মনতে বৰ ধিক্কাৰ লাগিল। কুট এটা বোয়াৰমান সময় বৈ, মোৰ ফালে চাই তেওঁ মৃদুভাবে ক'লে, "বেবীয়ে ( তেখেতৰ বৰপুতেক দেবেন্দ্ৰনাথ বেজবৰুৱা ) তোমাৰ কথা কৈছিল। কাইলৈৰপৰা কাম কৰিবাহি।" হক, তেও ৰক্ষা পৰিলোঁ। কিন্তু, কি আচৰিত, দুখোজমান গৈয়ে তেওঁ আকৌ ভাঁৱৰী-পাক মাৰি সুধিলেহি, "ৰবাচোন, মোক দেখি হাঁহিছিলা কেলেই?" প্ৰশ্নটো শুনি পেটতে হাত-ভৰি লুকাল। ভাবিলোঁ— ভাল কথা হ'ল, যাবে-কি-চাবে হে। চুচুক-চামাককৈ উত্তৰ দিলোঁ :—

"চাৰ, আপোনাক কোনো কাহানিও চুৰিয়া পিন্ধা দেখা নাই। আজি চুৰিয়া পিন্ধা দেখিলত হাঁহি এটি ওলাইছিল হয়, চাৰ।"

বেজবৰুৱা :—( ঊৰ্দ্ধবাহু হৈ ) চুৰিয়া পিন্ধিলেও মই ছাহাব। দেখাদেখিকৈ মুছলমানে কৰা পাওৰুটী খাওঁ মই, কুকুৰা-কণী খাওঁ মই, ব্ৰাণ্ডী-হুইস্কীও খাওঁ মই। মোৰ লুকচুৰ নাই। মই সৰ্ব্বভক্ষ হুতাশন। টুপী-ঠেঙাও পিন্ধো মই। মই ছাহাব নহয়, কোন ছাহাব হে? মোৰ ঘৰলৈ কোনো অসমীয়া মানুহ নাহে। মইও প্ৰায় কাৰো ঘৰলৈ নেযাওঁ। কাইলৈ মোৰ পিতৃশ্ৰাদ্ধ ( অপকৰ্ম )। সেই গুণে, আজি উপবাসে থাকি জপা-গৰকা চুৰিয়া এখন পিন্ধি ধুতি হৈ আছোঁ। বুইছা, ছাহাব হলেও মই অহিন্দু নহয়।"

তাৰ পিছত, কন্তেক মান বৈ, আকৌ শীতলাই ক'লে, "মই চুৰিয়া নিপিন্ধাৰ কাৰণ আৰু-এটা আছে। মোৰ ঘৰলৈ আলহী-দুলহী নাহেই। কেতিয়াবা কমলাবাৰী সত্ৰৰপৰা দুজন-চাৰিজন ভকত আহে। তেখেতসকলে ধুতিকাপোৰ সজাবলৈ সদায় মোক ধুতী খোজেহি। মই কওঁ, "তোমালোকৰ হাতী-ঘৰেই আছে নে, ঘৰা-ঘৰেই আছে নে, চুক-ঘৰেই আছে, কোনে জানে? তোমালোকক এদিনলৈ ধুতী এখন দি চিৰদিনলৈ মোৰ ঘৰত ৰবৰ বন্দোবস্তিকৰ মেলিব নোৱাৰো দেও। কোনেকোটি প্ৰেৰণী নচলাওঁ। মই ছাহাব মানুহ, মোৰ ঘৰত ধুতী দুতী নাই। এই বুলি কৈ বিদায়পৰা জানিবা চুৰিয়া-ৰহচটোৰপৰা ৰক্ষা পাই আছোঁ। নোকোৱা হলে কমলাবাৰীসত্ৰ দেউতাৰ বি হে প্ৰজাৰ ধনী, তাৰ

ভকতক ধুতী দিয়েই হুৰিলোহেঁতেন। সেই বুলি ভকতসকলক অশ্ৰদ্ধা যে কৰো, তেনেও নহয়। আহিলেই সিধা-অৰিহণা দি শুশ্ৰূষা নকৰাকৈ নেথাকোঁ।"

( ৪ )

মূৰত "চ'লা হেট" আৰু গাত ধো-ধো কৰে বগা ছাটিন্ জিন্ কাপোৰৰ কোট-পটলুং পিন্ধি, ডিঙিত টিক্‌টিক্ কৰে ৰঙা "টাই" ডাল মাৰি, মুখত বোম্বাই চুৰট এটা হুঁপি নাইবা 'পাইপ্' এটা লগাই, বাঁইডাংহেন সোকা এডালতে গাটো ভিৰ দি, ফেৰেকাফেৰেক খোজেৰে তললৈ চাই, বুঢ়া ভালুক নমা-দি যেই বেজবৰুৱাই বঙলাৰ খটখটীত ভৰি দিয়ে, স্কুলত সোমাই থকা শিক্ষকসকলৰ গাত, সেই থৰথৰ-বৰবৰ লাগে—এটাইবিলাক হুঁছিয়াৰ হয়। বহী-কাগজৰ টোপোলাটো লৈ, পাছে-পাছে চকীদাৰটো আৰু আগে-আগে বেজবৰুৱা আহি স্কুল ঘৰটোৰ দুৱাৰ মুখত সোমাল কি, কোৰ্হাল লাগি থকা স্কুল ঘৰটো কাঁহ-পৰি-জীণ গল কি। শিক্ষকসকলেও বেজবৰুৱাই দেখক-নেদেখক, কপালত চেলাম থপৰিয়াবলৈ ধৰিব, লৰাবোৰো থিয় হব। যেতিয়ালৈকে দুৱাৰ-ডলি পাৰ হৈ, মূৰৰ টুপী খুলি বেজবৰুৱাই "চিট ডাউন" (বহাঁহক) বুলি নকয়, তেতিয়ালৈকে শিক্ষক-ছাত্ৰ সকলো থিয় হৈয়ে থাকিব। বেজবৰুৱা আহিছে বুলিলে, লৰাৰ যে কঁপনি উঠিবই নে, শিক্ষকসকলো বেঙেমূতা গৰুৰ দৰে কঁপি থাকিব।

( ৫ )

আলি এটিৰ পছিম-পাৰে বেজবৰুৱাৰ বঙলা আৰু পূব-পাৰে স্কুল ঘৰটি। বঙলাৰপৰা স্কুলঘৰৰ ভিতৰতো কোনে কি-কৰিছে—কি-নাই-কৰা চাই থাকিব পাৰি। ঘৰটোৰ উত্তৰ-মূৰে বেজবৰুৱাৰ অফিচ্-খোটালি। খোটালিটোৰ দক্ষিণে ঘৰটোৰ মাজখন মুকলি। সেইটোৱেই "হল্"। হল্‌টোৰ দুয়ো কাষেদি আৰু দক্ষিণমূৰলৈ জঁপাৰ-মেলিৰ পৰা কাপোৰৰ বেৰ দিয়া একোটা কোঠা। কোঠাবোৰত সুকীয়া-সুকীয়া ক্লাছ বহে। কোনটো কোঠাত কোন মাষ্টৰে কি কৰিছে, লৰায়েই বা কি কৰিছে, বেজবৰুৱাই অফিচৰ খিৰীকিয়েদি জুমি-জুমি চাই থাকে। অফিচৰ বিপৰীতে "হল্‌'টোৰো মূৰত, এদিন লৰা পঢ়ুৱাই আছোঁ। লৰাৰ মন বুলিলেই উঁইচিৰিঙাৰ দৰে পাতল; তাতে সেই দিনৰ

বেজবৰুৱা-ক্লাৰ লৰা উদণ্ড, কালেকো "পৰোৱাই" নকৰে। একেবাৰে পাছৰ বেঞ্চত থকা লৰাবোৰৰ ভিতৰত লাগিল চুপতাচুপতি এখন; উঠিল উকমিৰ ৰোল। হাই শুনি হাতত সোঁকাডাল লৈ বেজবৰুৱা আহিল চৌচা মাৰি আৰু বাঘে ধৰাদি ধৰিলেহি মোক,

"আই চে, বেণুধৰ, হোৱাটচ্ দেট্ হৰিবোল নইজ ফৰ ?"
( বেণুধৰ, ইমান গণ্ডগোল কিহৰ ? )

মোৰ হাতত বাঁহৰ চেকনী এডাল আছিল। চেকনী ডালক চেকনী বুলি চিৰিপনি এছাৰি বুলি কলেই ভাল। তেওঁ যিমান খঙেৰে কথাষাৰ সুধিছিল, মইও সিমান খঙেৰে চেকনীডাল মেজত কোবাই কৈ দিলোঁ,

"দেয়াৰ ইজ ন' নইজ ইন্ মাই ক্লাছ শ্যাৰ" ( মোৰ শ্ৰেণীত একো গণ্ডগোল হোৱা নাই, চাৰ )।

বেজবৰুৱা :—"ইউ আৰ নট্ ৰেস্পেক্টফুল টু মি" ( তুমি মোক অপমান কৰিছা )। তুমি মাষ্টৰৰ লায়ক নোহোৱাঁ। এতিয়াই কাম ইস্তফা দি গুচি যোৱাঁ।

মোক ধমক্ দিয়েই তেওঁ ভোঁ-ভোঁ কৰে "হল'ৰ মাজত বহি থকা শ্ৰেণীটোত সোমালগৈ। তাতে তেওঁৰ পৰম বিশ্বস্ত আৰু অনুগত বিনন্দি মাষ্টৰে লৰা পঢ়ুৱাই আছিল। বেজবৰুৱাৰ হুকুম—কোনো মাষ্টৰে ক্লাছলৈ যাওঁতে, জেপত ফটা-ছিটা কাগজ এডুখৰিও নিব নোৱাৰে। মই কিন্তু জেপত সদায়ে একোখিলা শুদা কাগজ লৈ যাওঁ। কাম ইস্তফা দিবলৈ কলত, সেই কাগজৰে এছিটাত ইস্তফা-দৰখাস্ত লেখি বিনন্দি মাষ্টৰৰ সাক্ষাতে বেজবৰুৱাৰ হাতত দি দিলোঁগৈ। তৎক্ষণাৎ বেজবৰুৱাই বিনন্দি মাষ্টৰলৈ চাই ভেঙুচালিকৈ, কলে, "এজ ইফ্ হি ইজ্ এ গ্ৰেজুয়েট! হি ৱাণ্টচ টু বিজাইন্ হিজ পষ্ট" ( ইঃ এওঁ জানিবা গ্ৰেজুৱেট হে, যাওঁ বুলিলেই যাব পাৰে ? )" তাৰ পিছত, মোৰ কালে চকু পোন্দাই সুধিলে, "কাগজ ক'ত পালা ? ল'ৰাইতৰ কোনোটোৱে তীৰকল বেচি পইচা আনিছে, কোনোটোৱে নামঘৰৰ থাপনাৰপৰা আগ-কৰি-থোৱা পইচাকে আনিছে, কোনোটোৱে আকৌ বাপেৰৰ চুঙাৰ কোঁপত মনে-মনে হাত ভৰায়েই আনিছে; তাৰে কাগজ কিনি দুটামান এ বি চি ডি শিকিম বুলি। তোমাৰ দৰখাস্ত লেখিবলৈ মোৰ লৰাই কাগজ কিনা নাই। খালা, খালা, তুমি তাল মোৰ ল'ৰাইতৰ বুৰ খালা ?

মই কলোঁ, "মোৰ জেপত সদায় কাগজ একো থিলা থাকেই ?" মোৰ কথাকিটাকে আকৌ তেওঁ সিএগ্ৰবি সিএগ্ৰবি কৈ ইন্তফা পত্ৰখন গ্ৰহণ নকৰোঁ বুলি মাটিত পেলাই দিলে।

মইও গোঁ-গোঁ কৰে 'হল'ৰপৰা ওলাই আহিলোঁ। আহি, পানীপোতা চেৰাই চৌতালত ভৰি দিছোঁ, এনেতে বেজবৰুৱাই দেখোন পাছ ফালৰপৰা মাত লগাইছে, "হিয়েৰ মি বেণুধৰ, ইউ উইল নট ইয়ৰ টুডেইজ পে', হেৰা, বেণুধৰ, শুনাচোন শুন', তুমি গুচি গলে আজিৰ দৰ্মহা আৰু নোপোৱা।" মই পিচে আওকণীয়া ভাও ধৰি যি ওলাই আহিলোঁ, আহিলোঁৱেই। আহি, তেতিয়াৰ যোৰহাটৰ একেখন প্ৰথম অসমীয়া চাহ-জলপানৰ দোকানত ( নিত্যানন্দ শৰ্মা ঠাকুৰৰ ) সোমাই থাকিলোঁহি। বিনন্দি মাষ্টৰে মোক বেজবৰুৱাই মাতিছে বুলি তাৰপৰা লৈ আহিলগৈ। বেজবৰুৱা তেতিয়া অফিছত—'পাইপ' হুঁপি-হুঁপি প্ৰশান্ত মনেৰে কিবাকিবি ভাবি আছে। মই গলত, তেওঁ মোক ওচৰতে বহুৱাই লৈ বুজনি দিছে :—

"বেণু বোপা, বুঢ়াৰ কথাত নেলাগিবা। "ডিচিপ্লিন" ( নিয়মৰ বান্ধনী বা নিয়মানুবৰ্ত্তিতা ) বোলা কথাষাৰ বৰ ডাঙৰ কথা। যি জাতিৰ 'ডিচিপ্লিন, নাই, সেই জাতি কেতিয়াও উধাৰ নোৱাৰে। অতৰোৰ ছাত্ৰক ডিচিপ্লিন শিকোৱাৰ ভাৰ তোমালোকৰ ওপৰতেই। মই তোমাৰ ওপৰৱালা। মোৰ হুকুমকে যদি তুমি নামানা, ল'ৰাই আৰু তোমাক কি মানিব, ডিচিপ্লিনৰে বা শিক্ষা দিবা কি ? যি হ'ল হ'ল বাৰু, কাইলৈ স্কুললৈ আহিবা।"

( ৬ )

নকলেও হব যে, তেওঁৰ আদেশ মতেই পিছ দিনা স্কুললৈ গলোঁ। আকৌ পৰ্ব্ব এটি আৰম্ভ হল। বেজবৰুৱা-স্কুলত ঘণ্টা-মৰা কাঁহ নাছিল, গৰুৰ ডিঙিত দিয়া টিলিঙা এটাকে টিলিলিংকৈ বজায়েই কাঁহত মৰা ঘণ্টা-কোবৰ কাম কৰা হৈছিল। তাৰ মাতটো শুনিলেই শিক্ষকসকলে এটা 'পিৰিয়দ' ( পঢ়ুৱাৰ লগীয়া নিৰ্দ্ধাৰিত সময় ) অন্ত হল বুলি জানিব লাগে ; পানীখোৱা ছুটীত আভিধানিক জাদুৰাম ডেকাৰৰুৱাৰ আৰোনাতি আৰু মোৰ বন্ধু ৺কুলকমল বৰুৱাৰ ঘৰলৈ যোৱা মোৰ অভ্যাস আছিল। বৰুৱাৰ ঘৰলৈ মানুহ হাট পাৰ হৈ যাব লাগে। বৰুৱাৰ ঘৰৰপৰা ওলটোতে কেতিয়াবা-কেতিয়াবা এক মিনিটমান পলম হয়। আদবাটৰপৰা লৰালৰি কৰিবলৈও

টিলিঙাৰ মাতটো স্কুলৰ চাৰিবেৰৰ ভিতৰতে থাকে—বাহিৰলৈ ওলাই নেযায়। টিলিঙা বজনৰ অন্তত মোক নেদেখিলেই, সেই পিৰিয়ডত মোৰ যিটো শ্ৰেণীত পঢ়ুৱাৰ পাল থাকে, তাতে আগেয়েই গৈ, বেজবৰুৱা-হেড্‌মাষ্টৰ থৰথৰকৈ বহি থাকেগৈ। এদিন মই অহা দুই মিনিটমান পলম হল। থৰথৰকৈ শ্ৰেণীত সোমাবলৈ গৈ, চাওঁ দেখোন, স্বয়ং বেজবৰুৱা মোৰ চকীখনতে বহি আছে। মোক দেখিয়েই তেওঁ মোৰ কালে টেকৰাকৈ চাই মাত লগালে, "হু ইজ দেয়াৰ? নক্ এত্ দি দ'ৰ এণ্ড চে "মে আই কাম ইন্ স্যৰ" (কোন সেয়া? দুৱাৰত টুকুৰিয়াই সোধাঁ, 'ভিতৰলৈ সোমাব পাৰিম নে?" সেই দৰে মই সুধিলত তেওঁ হুকুম দিলে, "ইয়েছ, কাম ইন্ (বাক, সোমাই আহাঁ);"

তাৰ পিছত, চিনি নোপোৱা যেন ভাও ধৰি মোক কথাৰে খেঁতালি পেলালে,—

"অ', তুমি! তুমি বেণুধৰ! তোমাক মাষ্টৰ ৰাখিছোঁ লৰা পঢ়ুৱাবলৈ, ফিৰফিৰীয়া চুৰিয়া পিন্ধি মাছৰ হাটত গা মেলাবলৈ নহয়! বুইছা বেণুধৰ।"

সেইদিনাও, স্কুল ছুটী হোৱাৰ পাছত, মোক অকলে-অকলে মাতি নি তেওঁ কৈছে, "আমাৰ মানুহে সময়ৰ মোল বুবুজে। ইংৰাজ এক চেকেণ্ড সময় এনেই যাবলৈ নিদিয়ে। তোমালোক উঠি অহা ল'ৰা, সময়ৰ মোল এতিয়াই বুজিলে কেতিয়াকৈ বুজিবা? এক মিনিটৰ হেৰফেৰতে ইওৰপীয় বুৰঞ্জীৰ অধ্যায় একোটা নতুন হৈ গৈছিল।"

( ৭ )

ডাঙৰীয়া লক্ষ্মীনাথ অসমীয়া সাহিত্যৰ দিগ্‌গজ ওজা আছিল যদিও, ককায়েক গোবিন্দ বেজবৰুৱা সাহিত্য-ৰচনাৰ দীকচো বাটৰ অগ্ৰজ আছিল। তথাপি এৰে ঐতিহ্যৰ ৰৰৰতে ডাঙৰ দীঘল হোৱা বাবেই, ককায়েকজন সাহিত্যিক নহয় যদিও তাৰাৰ মৰ্মগ্ৰাহী আছিল। অসমীয়া ৰচনাত ক'ৰবাত খুঁত এটা পালেই বা কথা-কোৱাতো কাৰোবাৰ মুখত ভেৰে এটা শুনিলেই গোবিন্দই লক্ষ্মীনাথ-পত্ৰিকাকে চাইছিল আৰু আনকো চাবলৈ কৈছিল। ৰথপুত্ৰেক হেমেন্দ্ৰ-নাথে অজ্ঞতা বশা কৰি মোক "আপুনি" বুলি সম্বোধন কৰিছিল। এদিন ডেকা বেজবৰুৱাই কথা প্ৰসঙ্গতে মোলৈ আঙুলীয়াই দেউতাকৰ আগতে মোক "এওঁ" বুলি কলে। তাতে উৰ্দ্ধহা ধৰি বুঢ়া পৰাক্ৰীয়ে কপালৰ শিৰ কোঁচাই ডেকাজনক

সুধিলে, "হেৰা, বেবি, "তুমি অসমীয়া ভাষাৰ বুৰঞ্জী" লেখিছা নহয় ? "আপুনি'ৰ, "চাৰষ্টেনটিৱ প্ৰণাউন" ( তৃতীয় পুৰুষৰ সৰ্ব্বনাম পদ ) "এওঁ" ক'ত পালা হে ! তুমি বেণুক, 'আপুনি' বুলি মাতা নহয় ; আপুনি বুলিলে তৃতীয় পুৰুষত "এখেত" বুলি হে কব লাগে। 'তুমিৰ' 'এওঁ, তইৰ' "ই" যেনেকৈ চৰষ্টেনটিৱ প্ৰণাউন, "এখেতো" তেনেকৈ "আপুনিৰ" প্ৰণাউন। তুমি আকৌ এখেতৰ ঠাইত "এওঁ" কৰপৰা উলিয়ালা ? আনৰ জাত মাৰিলেও, ভাষাৰ জাতটো নেমাৰিবাচোন।"

ডেকা :—সক বা সমনীয়া হলে "এওঁ" বুলি কব পাৰি।

বুঢ়া :—থোৱা, থোৱা। তুমি কলেই মই নৈমানো। বাৰু আমাৰ লক্ষ্মীনাথে কি কয় ?

( ৮ )

একালত, বেজবৰুৱা স্কুলৰ ল'ৰা অতি অথাইটং আছিল—নোজোকালেও সিহঁতে আটাইকে জোকাই ফুৰে , জোকোৱা-বোৰৰো কোনো গুদাই নেসাৰে, সাত শিয়ালৰ বাগি-দি ফুৰাতো বৰ টেঙৰ। পঢ়া-শুনাৰ পোনেও একে শ্ৰেণীতে তিনি বছৰ থাকে। মাষ্টৰ সকলো প্ৰায়ে "বাটত পালোঁ কমাৰ, দা-গঢ়ি দিয়া আমাৰ" বিধৰ। দুই-এজন বেজবৰুৱাৰ বিখ্যস্ত, দায়িত্ব বুজোতা শিক্ষকৰ বাহিৰে সৰহ ভাগেই খন্দুৱামৰা—বিশ্ববিদ্যালয়ৰ পৰীক্ষা দি ফলাফললৈ বাট চাই থকা। সেই বুলি, দেৰগাওঁ গোলাঘাট, শিৱসাগৰ, চাৰিগাওঁ-স্কুল কেইখনত প্ৰতিষ্ঠা কৰা দিনৰেপৰা জনচাৰেক ত্যাগী, উচ্চমনা, আজীৱন শিক্ষাব্ৰতী অসমীয়া-বঙালী শিক্ষক থকাদৰে যোৰহাটৰ খনতো যে নাছিল, এনে নহয় ; আছিল। কিন্তু, সৰহ ভাগ শিক্ষকেই অস্থায়ী হোৱা বাবে ল'ৰাৰ ল'ৰালি স্বভাৱ প্ৰকাশ হ'বলৈ সুবিধা পাইছিল। সৰহ ভাগ দুষ্ট লৰাৰ মাজৰপৰাই একো-একোজন সাধু ছাত্ৰও ওলাই আহি স্বদেশৰ মুখ উজ্জ্বল কৰিছিল। তথাপি, গৱৰ্ণমেণ্ট স্কুলৰ কিছুমান দুৰ্জ্জন ছাত্ৰই "প্ৰাইভেট স্কুল" বুলি বেজবৰুৱা স্কুলৰ শিক্ষক-ছাত্ৰক প্ৰায়েই ইতিকিং কৰিছিল আৰু বাটে-পথে বেজবৰুৱা স্কুলৰ ছাত্ৰ বা শিক্ষকক লগ পালেই এই বুলি পেংলাই কৰিছিল :—

"বেজবৰুৱা কলেজ
হেজ্ ন' নলেজ"
বইজ আৰ মৰী
মাষ্টাৰ্চ আৰ ডৰী"

এনে ভাবে "তিৰস্কৃত" ছাত্ৰ আৰু শিক্ষকক প্ৰকৃত মানুহ কৰিবলৈকে বেজবৰুৱা নিতৌ ঘোৰমূৰ্তি পৰিধাৰণ আৰু স্কুলত সদাই "কৰধৃত কম্পিত বা ঘূৰ্ণীত বেত্ৰদণ্ডেৰে সুশোভিতং।" ওপৰত দিয়া বচনবাৰ মাতি বেজবৰুৱাৰ ছাত্ৰক কোনোবাই জোকালে আৰু বেজবৰুৱাই সেই কথা শুনিলে (আগত কৰৰ কাৰো সাধ্য নাই), হাতৰ ঠাৰি মেলি গৌৰবত আপ্লুত হৈ ক্লাছত কৰিছি—

"মই বান্দৰক মানুহ কৰোঁ। গাধক মানুহ কৰোঁ। গৱৰ্ণমেণ্ট স্কুলত ডিগ্ৰেদ্ হৈ একোটা লৰাই মিশ্যন স্কুলত নাম লগায়গৈ, মিশ্যনত প্ৰমোছন নেপালে উপেন বৰুৱাৰ স্কুলৈ ট্ৰেনচফাৰ লয়। ঠেলি-হেঁচি প্ৰমোছন দিলেও তাতো আকৌ প্ৰমোছন নেপাই মোৰ ইয়ালৈ আহিব। মই তাক বেঁতেৰে কোবাই, মৰিয়াই মানুহ কৰোঁ। নেবেঁতালে ল'ৰা ঠিক নহয়। চেকনীৰ আগত হে বিদ্যা। মই গাধক মানুহ নকৰো কি? চা-ইকচোন—মোৰ অমুক ছাত্ৰ উকীল হৈছে। অমুকটো মুন্সুপ হৈছে, তমুকটো উকীল হৈছে। মোৰ ছাত্ৰ-শিক্ষকে নাট-গ্ৰন্থ লেখিছে। মই চাহাব। চাহাবৰ দৰেই ছাত্ৰক শাসন কৰিম। চাহাবৰ দৰেই ছাত্ৰক ডাঙৰ মনৰ কৰিম—কাৰো ওচৰত লেউসেউ হ'বলৈ নিদিওঁ; চাহাবৰ দৰেই বান্দৰ কিলাই আচল মানুহ কৰিম। সেইবোৰ চেলবেলিয়াৰ হাঁহিয়ে মোৰ কি মাখিছাল ছিঙিব? "ছাগলীয়ে নেখায় কি, পগলাই নবকে কি?"

( ২ )

বেজবৰুৱা স্কুলত সাধাৰণতে শিক্ষকৰ দৰ্মহা কম। সেই গুণে, বিশ্ববিদ্যালয়ৰ ডিগ্ৰীধাৰী তাত শিক্ষক হ'বলৈ নেযায়। তাতে আকৌ, সেই দিনত অসমীয়া গ্ৰেজুয়েট বৰ কম। যদিবা এজন ওলায়, তেওঁক ছৰ্কাৰে লৈ যায়। গতিকে, বেজবৰুৱা স্কুললৈ প্ৰায়েই কলিকতাৰপৰা গ্ৰেজুয়েট আমদানী কৰিব লগীয়া হয়। যোৰহাটৰ স্কুলত এনেকৈ ভাটীৰপৰা অনা শিক্ষক জনদিয়েক আছিল। তাৰে এজনে এদিন বেজবৰুৱাৰ নিজা সোঁকাডাল (যিডাল অইন মাষ্টৰে ছুবলৈ মানাহি দিয়া আছে) তেওঁৰ (বেজবৰুৱাৰ) অনিচ্ছৰ মেজৰপৰা বেজবৰুৱাক নোকোৱাকৈ লৈ আহি ল'ৰা এটাক উধামুধাকৈ কোবালে। ল'ৰাটোৱে কোৰ খাই উচুপি-উচুপি কান্দি বেজবৰুৱাক জাননী দিলেগৈ, "চাৰ

নতুন "চাৰে' মোক পাৰেমানে কোবালে। আপোনাৰ, আপোনাৰ বেঁত ভালেৰেই কোবালে, চাৰ!"

"মোৰ মেজৰপৰা বেঁত লৈ যায়, ইমান সাহ? নতুন চাৰক ধুন দেখুৱাম গৈ। মই গৈছোঁ বাৰু। তই ব'ল।" এই বুলি কৈয়েই, বেজবৰুৱাই সেই বিনা-অনুমতিৰে হেডমাষ্টৰৰ বেঁত স্পৰ্শকৰা শিক্ষক জনক, স্বয়ং হেডমাষ্টৰ বেজবৰুৱাই তিৰস্কাৰেৰে ঘালি পেলালে। অৱশেষত, সহিব নোৱাৰি শিক্ষক জনে খঙেৰে মনৰ ভাব প্ৰকাশ কৰি পেলালে, "থক্ থক্ আপোনাৰ নিচিনা জঙ্গলী আচামী (অসমীয়া) হেড্মাষ্টৰ বহুত দেখিছোঁ।" শিক্ষকজনে কথাৰাৰ কৈ শেষ কৰোঁতে-নৌ-কৰোঁতেই বেজবৰুৱাই ল'ৰাইতলৈ চাই দপদপাই উঠিল, "চা-ইকচোন, আঁতগুকোৱা এটাৰ ইমান সাহ!" বেজবৰুৱাৰ মুখৰপৰা কথাষাৰ ওলাবলৈ হে পালে ৰৰলৰ দৰে লৰাবোৰ লাগিয়েই গ'ল— * * *

এক শিক্ষক-মাহৰ মাৰ দেখি ইবিলাক তিল-শিক্ষক বেঁত মেলি ব'ল। দহোটা স্কুল-বগৰা, দুষ্টৰ শিৰোমণি, সাতঘাটৰ চেঙেলী বুলি সঁচাই-মিছাই লোকে ৰটিলেও, সেই ছাত্ৰয়েই কিন্তু বেজবৰুৱাৰ চৰণত পৰি শিকিছিল—গুৰুভক্তি আৰু জাতীয় সন্মান।

( ১০ )

সপ্তাহী পৰীক্ষাত নকল কৰোঁতে হবিবৰ ৰহমান নামে ল'ৰা এটা এদিন হাতে-লোতে ধৰা পৰে। তাক ধৰি আনি চিং খুৱাই পেলাই লৈ বেজবৰুৱাই লেখি-লেখি সৌকাবেঁত ভালেৰে দহোটা কোব মাৰিলে। হবিবৰৰ চুৰিয়া ফিচিকি গল, গাত সেৰা বান্ধিলে, সেৰাটোৱে পতি তেজো বিৰিঙিবলৈ ধৰিলে। সি ইমান "নাছোৰবাণ্ডা" যে সিমানতো সৈ কচা নাই। আকৌ তাৰ হাত দুখন বান্ধি, টিকাত বেতিয়া ছাটচেৰেক দিবলৈ ধৰিলে তেতিয়া হে "আজিপৰা নকল নকৰোঁ" বুলি সৈ লৈছে৷ এনেকুৱা উগ্ৰশাস্তি দিয়া শুনিও লৰাটোৰ অভিভাৱকে কাহু এটাকে নেমাৰিলে। জি, বেজবৰুৱাৰ কঠোৰ শাসনে তাক 'চিধা' কৰিলে। হবিবৰৰ দৰেই বেজবৰুৱাৰ মাৰ খোৱা ছাত্ৰ বহুত আছিল। তথাপি, সিহঁতে প্ৰতিবাদৰ টুং শব্দ এটাও কৰা নাছিল; বৰং, গোবৎসৰ দৰেই বেজবৰুৱাৰ পাছে-পাছে লৰিছিল।

( ১১ )

মোৰ কথামতেই, মই পঢ়ুউৱা ছাত্ৰ দুটামানে নিতৌ মোলৈ তুলাপাত এখনেৰে মেৰিয়াই দুখনমান-দুখনমান খুৰিয়া-তামোল, ভোগতামোল লৈ আহে। ক্লাছত, সুকণ্ডা পালেই মুখত একোখন সুমাই লৈ চোবাই থাকোঁ। বেজবৰুৱাই আকৌ কেতিয়াবা-কেতিয়াবা পাইপটো হঁপি-হঁপি, বাহিৰ-কালৰপৰা মাইবে পঢ়ুৱাইছেনে, বহি আছে আলেঙে-আলেঙে চাই ফুৰে। এদিন মোৰ ক্লাছৰ পোনে থকা খিৰিকীৰ দাঁতিতে তেওঁ ধপ্ কৰে ওলালহি। ওলায়েই, "মেল, বেণুধৰ, ইউ আৰ চ্যুয়িং বিটোল-নট্‌" ( তুমি দেখোন তামোল খাই আছা, বেণুধৰ ) বুলি মাত লগাই দিলে। মই উচাপ খাই উঠিলোঁ "ইয়েচ, স্যৰ, এক্ আই ডু নট্ স্ম'ক, আই কেন্‌নট বট্ চ্যু বিটোল্-নট্‌" ( হয় চাৰ, চুৰত-তুৰত্ নেখাওঁ দেখি, তামোল নেখাই নোৱাৰোঁ )। মোৰ টপৰাইদিয়া "জবাব" শুনি, মোৰ কথাকিটাকে অকাই-পকাই তেওঁ খেনি কৰিলে, "আই কেন্‌নট বট্ চ্যু বিটোল নট্!" তাৰ পিছত, অলপ বেলি বৈ, মোৰ বুকুৱে সৰৱি মোৱাকৈ বিশ্লেষৰ কাঁড় এডাল মাৰি পঠিয়ালে, "অ'উ, ইউ, ইউ আৰ এ' গ্ৰেট মেন", "তুমি বৰ মানুহ। সোঁ আলিবাটে-আলিবাটে তুমি খোৰাবাগী চলাই ফুৰিবা, মই বুঢ়া ইয়াতে পৰি থাকিম।" এই পাট কাঁড়েই মোক, সেইদিনাৰপৰা বেজবৰুৱাৰ আগত লেতুসেতু হবলৈ শিকালে। ধাৰেৰে নেকাটি গাদিৰে মাৰি মানুহৰ স্বভাৱ-চৰিত্ৰ সংশোধন কৰাত গোবিন্দ বেজবৰুৱা হে নেলাগে, বেজবৰুৱা ঘৰেই সিদ্ধহস্ত।

( ১২ )

দেবেন্দ্ৰ বেজবৰুৱাই তেতিয়া বিয়া কৰোৱা নাই। অ'ত-ত'ত পাত্ৰীৰ সন্ধান চলিছে মাথোন। চৈধ্য বছৰীয়া কুমাৰী-কন্যাকে বিয়া কৰাব নে, পুষ্পিতা কন্যাকে বিয়া কৰাব এই কথাটোৰে একো এটা মীমাংসা কৰিব পৰা নাই। এদিন 'অকিছু বৰমতে' বিনন্দি শৰ্মাই মৱে বহি আছোঁ। সেই দিনা বেজবৰুৱাৰ মনটো ভাল লাগি আছিল হব পায়। কথাই কথাই উলিয়ালে বেবীৰ বিয়াৰ কথা। "অকুমাৰী ছোৱালী বিয়া কৰোৱাৰপৰা আমাৰ কি ভালটো হৈছে হেঁ। ঘৰত কান্দি-কান্দি ভাতখোৱা ছোৱালী এজনীক অচিনাকি মানুহ এটাৰ হাতত -গতাই দি বোৱোঁ নৰকত পেলোৱা হয়। তাই সংসাৰৰ আওভাও একোকে বুবুজা-

কৈয়ে নতুন সংসাৰ এখন পাতিবগৈ লাগে। শুহৰী খাটোতেই দিন যায়। ফুলতে বাঁৰী হব লাগিলে যে তাইৰ দুখে কুলাই-পাচিয়ে নধৰা হয়। ছোৱালীজনীক জীয়া জুইত পুৰি পেলোৱা হে হয়। কাৰো লগত কথা এৰাৰ পাতিব নোৱাৰে। মুকুলি মুৰে ফুৰিব নোৱাৰে। তাইৰ নিমিত্তে সেইখন ঘৰ বৰ-ফাটেক নহয় নে? কুমলীয়া ছোৱালী বিয়া দিয়া-নিয়মটো, সঁচাকৈয়ে বৰ বেয়া। লভ্‌চিক্‌, কোৱাচোন, বেয়া নহয় নে? (মোৰ গালেমুখে শালমন থকা গুণে বেজবৰুৱাই সদাই মোক "লভ্‌চিক্‌" বুলি ধেমেলীয়া সম্বোধন কৰিছিল)। কেৰবেঁহাই-কেৰবেঁহাই মই মাত লগালোঁ, "বৰ ভাল নহলেও, বৰ বেয়াও নহয়।" বিনন্দি মাষ্টৰক সুধিলে, "তুমি কি কোৱা?" তেখেতে একে আষাৰেই কলে, "এৰা, বৰ বেয়া।"

আকৌ বেজবৰুৱাই ওলোটাই ধৰিলে, "ব্ৰাহ্মণেতৰ জাতিৰ কন্যাকাল হ'লে বিয়া কৰোৱা নিয়ম। এই নিয়ম বৰ ভাল। সেইবোৰ ছোৱালী ঘৰতে বহুত দিন থাকে। মাক-বাপেকৰ লগতে থাকি ডাঙৰ দীঘল হয়, ঘৰৰ বনবাৰীও ভালকৈ কৰিবলৈ শিকে, লোকে কথা এষাৰ ক'লে মুখপাতি ধৰিব পাৰে, বামুণী ছোৱালীৰ দৰে ফেঁকুৰিব নেজানে। শহুৰেকৰ ঘৰতো গিৰীয়েকক নাকত ধৰি চাকত ঘুৰাব পাৰে। বামুণী বোৱাৰীৰ দৰে চুকসুন্দৰী হৈ বোহ পাতি থাকিব নেলাগে। সেই দেখি উঠন ছোৱালী বিয়া-কৰোৱাটো ভাল কথা। কি বোলা "লভ্‌চিক্‌?"

আগৰ দৰেই সসম্মানে উত্তৰিলোঁ, "ভাল নো কি বুলিম?" সহকৰ্মীজনৰ ফালে মু কৰি আকৌ সুধিলে, "তুমি কি বোলা, বিনন্দি বোপা?"

"এৰা, ভাল কথা"—এই বুলি বিনন্দি মাষ্টৰে শলাগি থলে।

ঋতুমতী নোহোৱা ছোৱালী বিয়া-দিয়া ভাল বুলি, আৰু কন্যাকাল হৈ বহুত দিন উঠিথকা-ছোৱালী বিয়া দিয়া বেয়া বুলি, বেজবৰুৱাই আকৌ ওলোটা-পকীয়াকৈ ধৰিলে। এই বেলি, কুমাৰী বিয়াৰ সপক্ষে নিজৰ মত দাঙি ধৰি আমাৰ মতামত খিচাৰিলে। তেওঁৱেই কঁহিয়াই দিলে, "সকতে ছোৱালী বিয়া দিলে, ছোৱালী জনী গিৰীয়েকৰ ঘৰলৈ গৈ, গিৰীয়েকৰ ফুটত উঠিব পাৰে। যি-বংশ বঢ়াবৰ নিমিত্তে তাইক নিয়া হয়, সেই বংশৰ নীতি-নিয়ম তাই লব পাৰে। তিৰীয়ে পুৰুষে একে মতি হলে হে ঘৰখনত লক্ষ্মী বাস কৰে। সকৰে-পৰা গিৰীয়েকৰ আশ্ৰয়ত থাকি শাহুৱেক-শহুৰেকৰ বচন মানি তাই এজনী আহিঁ-তিকতা হবগৈ পাৰে। সকতে বোৱাৰী হলে, বোৱাৰীহোৱাজনীয়ে

লোকৰ ঘৰ এখনক আপোন বুলি খামোচ মাৰি ধৰে আৰু আগলৈ লৰাছোৱালী-হঁতৰ মাজতো মিলাপ্ৰীতি বাঢ়ে। এতেকে, অকুমাৰী ছোৱালী বিয়াকৰোৱা ভাল কথা।" বিনন্দি মাষ্টৰ :—হয়, ভাল কথা।

আকৌ পুষ্পৱতী কন্যা ভালেমান দিন অনূঢ়া হৈ থকাৰ বিপক্ষে বেজবৰুৱাই জুৰিলে, "উঠন ছোৱালী বিয়া কৰোৱাটো নো কি ভাল কথা? * * * কুৰি পাৰ হলেই আমাৰ ছোৱালী বুঢ়ী হয়। ৰূপ-লাৱণ্যও একো নেথাকে। বোৱাৰী-হোৱা ঘৰত তাই আচহুৱা হয় হি। শাহুৱেক-শহুৰেক-গিৰিয়েক কোনেও তাইক বলাব নোৱাৰে। এনে ন-বোৱাৰী ঘৰত সোমালে ঘৰখনৰ পুৰণি মৰম-চেনেহ, বংশগত ধৰ্ম্মকৰ্ম্ম একো নেথাকে। ডেৰকুৰি বছৰীয়া ছোৱালী এজনী বিয়া কৰাই আনিলে, তাইৰ সতি-সন্তান, আৰ্জ্জি-খাব পৰা নৌ হওঁতেই বাপেক-মাকে চকু মুদিব পাৰে। লৰাছোৱালী আৰু মানুহ হবলৈ নেপায়—[illegible] পোনা হৈয়ে থাকি যায়। কম বয়সতে বিয়া কৰাবা, লৰাছোৱালী ডাঙৰদীঘল হব, পঢ়ুৱাই শুনোৱাই মানুহ কৰিব পাৰিবা আৰু লৰাৰ আৰ্জ্জনতে সুখেৰে খাই বৈ বুঢ়া হৈ নিশ্চিন্ত মনে এই সংসাৰ এৰি যাব পাৰিবা। নহয় জানো বিনন্দি বোপা?"

—হয়, কেলেই নহয়।

—এঃ, বিনন্দি বোপা, তুমি দেখোন, দইও যোৱা, বামেও যোৱা দেও হে। এই বুলি বেজবৰুৱাই কম বয়সীয়া ছোৱালী বিবাহ কৰোৱাটোকে সমৰ্থন কৰিলে। এই দৰে বেজবৰুৱাই বুদ্ধি-পৰীক্ষা কৰে দেখি, যেয়ে-সেয়ে তেওঁৰ ওচৰ চাপিবলৈ ভয় কৰে।

( ১৩ )

জহৰ বন্ধৰ বাবে সেইদিনা বাতিপুৱা-স্কুল। শিক্ষকতকৈও ছাত্ৰইঁত আগেয়েই আহি শ্ৰেণীত গোলমাল কৰি আছেহি। স্কুল ঘৰটোৰ বেৰবোৰ ইকৰাৰ, তাৰ ওপৰতে গোবৰ মাটি দি চূণ লগাই থোৱা। বেৰবোৰৰ বাঙ্কছাট ইমান ঢিলা যে খোঁচ মাৰি দিলেই গাঁঠি ছিগি বিন্ধা ওলাই যায়। তীখৰচিং লৰাইতে খান-খেৰেৰে মেকুৰী-ভুমুঠি এটা বাব্দি বেৰেদি বিন্ধা এটা কৰি, ভিতৰৰপৰা ছুটাবানে "হেইটি ঔ কেটু" (সেইটিও মেকুৰী) বুলি ভুমুঠিটো বাহিৰলৈ সৰকাই দিয়ে। আকৌ বাহিৰত থকা ছুটাবানে সেইটো ভুমুঠিকে "হেইটি উ কেটু" বুলি ভিতৰলৈ জুমুৰাই দিয়ে। এনেকৈ মেকুৰী-ভুমুঠিটো বেৰৰ বিকাইদি মাকোটোৰ দৰে

উলিয়াই-খুমুৱাই আছে। সেই লৰাধেমালি কৰি লৰাইতে যি ভূমানন্দ লাভ কৰিছিল তাত মই মাত এবাৰকে মতা নাছিলোঁ। বৰং কভিজুৰি, চকীত বহি, চকু মুদি, মাজে মাজে আকৌ চকু পিৰিকিয়াই সিহঁতৰ লগতে উজান দি মইও মনে মনে সিহঁতৰ দৰেই ভূমানন্দ উপভোগ কৰিছিলোঁ।

গুণাভি নামেৰে মোৰ এজন সগোত্ৰী, সহকৰ্ম্মী বা 'কলীগ্' আছিল। ইতিপূৰ্ব্বে, তেওঁ দেৰগাওঁ-বেজবৰুৱা স্কুলৰ শিক্ষক আছিল। গুণাভিয়ে মাদক দ্ৰব্যৰ কেউবিধৰে অলপ-অলপ জুতি লৈছিল। তাৰে অলপ গলাধঃ-কৰণ কৰি বা ধূম্ৰৰূপে পান কৰি হে তেওঁ স্কুললৈ যাব পাৰিছিল। সেই বাবে, বেজবৰুৱাই তেওঁক দেৰগাৱঁৰপৰা আনি নিজ-চকুৰ আগতে যোৰহাটত ৰাখিছিলহি। সগোত্ৰীজনৰ পিন্ধন্-উৰন্, স্বভাৱ-চৰিত্ৰ, চলন্-ফুৰন্ সকলো 'মেজাজী'। দিনে-নিশাই তেওঁৰ গাত থাকী কাপোৰৰ কোট-পেণ্টজোৰ থাকিবই, অইন কি শোওঁতেও সলোৱা নহয়। গুণাভিৰ গাত থিত দিবৰপৰা গাৰ কাপোৰে পানী কাক বোলে দেখি পোৱা নাই। ভৰিত "ডওচন" কোম্পানীৰ গেৰেহা বুট জোতা, তাকো শোওঁতে-খাওঁতে লগৰপৰা নেৰে অৰ্থাৎ ভৰিৰপৰা নোসো-লোকায়। লৰাই তেওঁক নাম দিছিল "ডাবোকা মাষ্টৰ"।

শ্ৰেণীসলোৱা টিলিঙাৰ মাত শুনি মই গাটো দাঙি ওলাইছোঁ হে, এনেতে "হুকস্" কৰে "ডাবোকা মাষ্টৰ" আহি শ্ৰেণীটোৰ দুৱাৰ মুখতে পৰিলহি। খোঁটালীটোৰ দুৱাৰ-ডলি পাৰ-হওঁতে-নৌহওঁতেই লৰা এটাই "হেইটি ঔ কেটু" বুলি চিঞৰ মাৰি দিলে। "ডাবোকা" চক খাই উঠিল; খঙত একোনাই হৈ লৰাবোৰক ইংৰাজীৰেই ডবিয়াই সুধিলে, "তহঁতে এইবোৰ কি কৰিছহঁক", খটাসুৰ এটাই সমিধান দিলে, "মেকুৰীপৰ্ব্ব ভাৱনা পাতিছোঁ, চাৰ!" 'ডাবোকাই' চকু চেলাই "নন্‌চেন্স" বুলি ক্লাছৰ গোটেইবোৰ লৰাকে বেঞ্চৰ ওপৰত উঠিবলৈ কলে। লৰাইত জিকজিকাই উঠিল বোলে, 'আমি বেণু মাষ্টৰৰ পালৰপৰাই কৰি আছোঁ। বেণুচাৰে দেখিয়েই গৈছে। বেঞ্চৰ ওপৰত নুঠোঁ চাৰ।" গুনাভি মাষ্টৰে ক্লাছত কেতিয়াও অসমীয়াৰে কথা নকয়; তৃতীয়-চতুৰ্থ মানতো সদাই প্ৰশ্নৰ বাণ ইংৰাজীৰে হে। লৰাই বুজক-নুবুজক ইংৰাজীৰেই ডাবি-চমকি দি, একো কৰিব নোৱাৰি, গুণাভিয়ে তৎক্ষণাৎ সেই "মেকুৰীপৰ্ব্ব ভাৱনাৰ" কথা বেজবৰুৱাত লগালেগৈ, বোলে, "চকহিচোন, চ কহি,বেণুৱে কিখন কৰিলে?"

ইস্কুল ছুটী হলত, বেজবৰুৱাই বৰবৰা মাষ্টৰক (বেজবৰুৱাৰ আন এজন বিখ্যত শিক্ষক ৺বিষ্ণুচন্দ্ৰ বৰবৰা) কৈ দিলে, "বেণুৰ দৰ্মহা বন্ধ। মই ভাল শনিটো চপাই ললোঁহি, ফুটা কড়িয়াদি কড়িয়াই-কড়িয়াই ইস্কুল ঘৰটো সাজিছোঁ, হেজাৰ-দুহেজাৰ টকা খৰচ কৰিছোঁ—গৱৰ্ণমেণ্ট স্কুলত ঠাই নোপোৱা লৰাই পঢ়ক বুলি; এইটো (মই) আছিল সনাইটো মোৰ ঘৰ ভাঙিবলৈ। বুজিছোঁ মোৰ এটাইবোৰ শত্ৰু। আজি বাহু লৰা লগাই দি, বেৰখোৰ ভঙাই সি ইস্কুল ঘৰ ভঙাইছিলেই, গুণাভি বোপাই দেখিলে দেখি হে। নেদেখা হলে স্কুল কৰাৰ তিকাছনেই ভাগিছিল। বৰবৰা, বেণুৰ দৰ্মহাটো গুণাভিক দি দিবা।" মই দৰ্মহা আনিবলৈ গলত, মোক দৰ্মহা নিদিলে।

পাছত, "ডাবোকা মাষ্টৰ" আহক বহীত চহী দি মোৰ দৰ্মহা লিখলৈ। তেওঁ কলমটো তিয়াই চহীটো মাথোঁ-মাথোঁ কৈছে, এনেতে বেজবৰুৱা খিখিঙাই উঠিল, "গুণাভিক দৰ্মহা নিদিবা। এওঁক (গুণাভিক) মই জানো। ভাং খাই-খাই মোৰ দেৰগাৰঁৰ স্কুল ভাঙি থৈ আহিছে। আকৌ ইয়াতো ভাঙিবলৈ ওলাইছে। মই অ'ৰ-ত'ৰপৰা বুটলি-বুটলি মাষ্টৰ আনিমগৈ আৰু ইহঁতে 'চুকুলি' লাগি সিহঁতক ভঙাব। ইহঁতৰ তাপত মাষ্টৰ এটাও ৰখাব নোৱৰা হলোঁ। (আকৌ গুণাভিবাৰৰ ফালে মু কৰি) হেৰা, গুণাভি বোপা তুমি নো কেনে হেঁ? তুমিয়ে বেণুয়ে 'কলীগ' নোহোৱা জানো? তোমালোকৰ ভিতৰত কিবা এটা বেয়া দেখিলে, তোমালোকে হে শুধৰাব লাগে, মোক আকৌ লগাবহি লাগে কিয়? লৰাৰ দুষ্টালি কথা তুমি বেণুক হে কব লাগিছিল। তোমালোকৰ ওপৰতে মোৰ সৰ্ব্বভাৰসা। তাকে নকৰি, মোক লগাইছাহি। অ', তুমি ভাল নহয়। তুমি টুটকীয়া, লগনীয়া, কূটশাল! নোপোৱাঁ, নোপোৱাঁ, তোমাৰ দৰ্মহা নোপোৱাঁ। বৰবৰা, এওঁক দৰ্মহা নিদিবা।"

ডাবোগালি খং উঠিলত, গুণাভি মাষ্টৰ তৎ মুহূৰ্ত্তেই অফিছৰপৰা ওলাই গল। বেজবৰুৱাই আকৌ মতাই অনাই তেওঁকে-মোকে আগতে বহুৱাই লৈ বৰ বেজাৰ মনেৰে কৈছে, "বোপাহঁত, মই আৰু সংখ্য দিন নিজীওঁ। বহুমূত্ৰ ৰোগে বৰকৈ চেপিছে। তোমালোকে মোৰ ইস্কুললৈ মৰম নেৰিবাইক। ইংৰাজ-জাতি সভ্য হলেও, গুণ্ডাৰ জাতি। সিহঁতক 'বইছ' (বশ) কৰিবলৈ সভ্যও হব লাগিব, গুণ্ডাও হব লাগিব। গুণীৰ গুণ বুজিবাইক, আমাৰ মানুহ চকু-চমহা

—কাৰো ভাল এটা হোৱা দেখিব নোৱাৰে। সেইতাই ইংৰাজী পঢ়া ৰাবে মোক ভিতৰ সোমাবলৈকে নিদিছিল। আজি ইংৰাজী নেজানিলে মানুহ মানুহেই নহয়। মই ছয় ঠাইত ছটা ইংৰাজী স্কুল পাতি দিলোঁ।* ইংৰাজৰ ডিচিপ্লিন, ইংৰাজৰ পংচুৱেলিটি, ইংৰাজৰ সাহ, ইংৰাজৰ একতা, ইংৰাজৰ ভাষাপ্ৰেম, ইংৰাজৰ দেশপ্ৰেম আমাক লাগে। মই সাধক মানুহ কৰিবলৈ লৈছিলোঁ। কৰিব পৰা আশা নাই; তথাপি চেষ্টা কৰি চালোঁ। লৰাৰ মগজু কেঁচা সোণ—ঘঁহিলে পিহিলে চিকচিকাই থাকিব।"

কথাকিষাৰ কৈয়ে তেওঁ আমাৰ নিজৰ-নিজৰ দৰ্মহা লৈ যাবলৈ ক'লে। আমিও দৰ্মহা লৈ ঘৰ পালোঁগৈ।

সেই বহুমূত্ৰ ৰোগতেই ১৯১৯ চনৰ ৪ জানুৱাৰী তাৰিখে মিঃ জি বেজবৰুৱাৰ মৃত্যু হল। বয়স পালে ৬৮ বছৰ।

( ১৪ )

১৯১৫ চনতে তেওঁৰে সৈতে শেষ দেখাদেখি। তেতিয়াৰপৰা কত বছৰ পাৰ হৈ গল, তথাপি বেজবৰুৱাক পাহৰিব পৰা নাই।

অন্তৰ মৃগপছ যেন শান্ত, বাহিৰ বাঘযেন ভয়লগা, কথাত আঁৰ-বেৰ নথকা, শিক্ষাপ্ৰচাৰত হাতীপুঁৰ দি লগা, নিৰ্ভীক, স্পষ্টবাদী, ব্যক্তিত্বশালী পুৰুষ এজন সেই তাহানিখণৰ গোবিন্দ বেজবৰুৱাৰ দৰে আৰু ক'ত ওলাব?

---

*(১) বেবগাৰ'ৰ মাইনৰ স্কুল, ২টা ছাত্ৰৰেসৈতে ১৮৮৫ চনত; পাচত ২৬টা লৰাৰে মেৰেবিটিভত হাইস্কুল পাতে।

(২) জাঁজীত ১৮৮৩ চনত।

(৩) গোলাঘাটত ১৮৮৬ চনত; ১৯১১ চনৰ ২১ মেৰেৰ তাৰিখে চৰ্কাৰৰ হাতত শোধাই দিয়া হয়।

(৪) যোৰহাটত ১৮৯১ চনত হাইস্কুল।

(৫) শিৱসাগৰত ১৮৮৮ চনত হাইস্কুল।

(৬) চাৰিগাঁৱত ১৯০২ চনত মাইনৰ স্কুল।

নৱন্যাস যুগৰ সাৰথি জনদিয়েক



লক্ষ্মীনাথ বেজবৰুৱা কৃষ্ণকুমাৰ বৰুৱা কনকলাল বৰুৱা ঘনশ্যাম বৰুৱা শিৱৰাম শৰ্মা দীননাথ

# নৱন্যাস যুগৰ সাৰথিসকল

দাঁত নসৰিলে যেনেকৈ দাঁতৰ মোল বুজিব নোৱাৰি, মাতৃভূমিৰপৰা নৰি বিদেশত নপৰিলেও তেনেকৈ মাতৃভাষাৰ মোল বুজিব নোৱাৰি। উনৈছ শতিকাৰ শেহছোৱাত যি এমুঠি বিদ্যাৰ্থী ছাত্ৰই অসমৰপৰা আঁতৰি গৈ বঙলাৰ মাজ-চোঁতাল কলিকতা চহৰত প্ৰবাস খাটিছিল সেইবিলাকে হে এই কথা মৰ্মে-মৰ্মে উপলব্ধি কৰিছিল। তাৰে পৰিণতিত অসমীয়া ভাষা সাহিত্যৰ বুৰঞ্জীত এটি নতুন যুগৰ সৃষ্টি হল; সেইটোকে বোলোঁইক নৱন্যাসৰ যুগ। যুগটিৰ প্ৰভাৱ ক্ৰমশঃ টুটি আহিছে যদিও, তাৰ সাৰথিসকলৰ আদৰ্শ-প্ৰেৰণা কেতিয়াও টুটিব নোৱাৰে।

তেতিয়া অসমীয়াৰ প্ৰতি কালচক্ৰৰ ভ্ৰূ এনে কুটিল আছিল যে অসমীয়া মাত মতাটোৱেই যেন লাজৰ কথা। সেই গুণে, কলিকতা চহৰৰ বাজবাটত কুৰোঁতেও ছাত্ৰমুঠিয়ে সসংকোচে কথা-বতৰা পাতিব লগীয়া হৈছিল। কোনোবাই শুনিলে হাঁহিব—এই ভয়তে বাহিৰত মাতৃভাষাৰে কথা নেপাতি ইংৰাজীৰেই পাতিছিল। অসমীয়া হৈ দেখুৱালে য'তে-ত'তে চকুৱা পৰিব লাগে দেখি বিলাতী সাজপাৰ পিন্ধি বিলাতী দস্তুৰেৰেই চলকৰ কৰিছিল। মুঠৰ ওপৰতে কবলৈ গ'লে, ভাষা-সমন্ধি সকলোৱেই মইসকস্তাৰ লৈ ফুৰিব লগীয়া হৈছিল।

অসমৰ পশ্চিম সীমাৰ বাহিৰত হে যে অসমীয়া ভাষাই চকুপানী টুকিব লগীয়া হৈছিল এনে নহয়, বঙলা কৰ্পতি লাগি খকাত আপোন দেশৰ ঘৰ-ঘৰতো মাতৃ-ভাষাৰ দুৰ্গতিত "হৰ্ষ-বিষাদৰ" খলক লাগিছিল। বাহিৰত এটা, ভিতৰত এটা কথা কৰলগীয়া হোৱাত আদালত-পঢ়াশালিত যে বেমেজালি লাগিছিলেই নে অকীয়া নাটতো সূত্ৰধাৰী ভাৱৰীয়াৰ বচনে পথৰা ৰূপ লৈছিল। সূত্ৰধাৰীয়ে গাব লাগিছিল—

"আহে সভাসদলোক, হামো যোহি কৃষ্ণ কথা কহছি, সেহি কৃষ্ণ ওহি সভামধ্যে মিলল, মিলল; তা দেখহ শুনহ, নিৰন্তৰে হৰি" বুলি; কিন্তু গাইছিল—

"ওহে চণ্ডাচদবৰ্গ চুনহ, আমৰা যে কৃষ্ণকথা বলিয়াছিলাম; চে কৃষ্ণজী এ চণ্ডাৰ মধ্যে এখনি প্ৰবেশ কৰিবেন।"

যিটো গীত গাব লাগিছিল—

"দেখল জয় বিজয় দোহো দ্বাৰী
বিৰন্ত্ৰে আসন্ত সিদ্ধ চাৰি" বুলি,

সেইটো গোৱা হৈছিল :— "অ এ এ এ আছিল বিজয় চন্দে এক ভাই
জয় কৃষ্ণ চম ৰূপ এ এ এ"।
এনেকৈ "বাঙ্গালা, ইংৰাজী, হিন্দী
চবাকে গোটাই
মিক্সড ( Mixed ) কৰি
সাধুভাষা লিখে যি জনাই"

সেই জনাই আত্মবিস্মৃত শিক্ষিতৰ আগত সমাদৰ লাভ কৰিছিল।

কেউফালে মাতৃভাষাৰ এনে পানীত-হাঁহ-নচৰা অৱস্থা দেখি বিদেশত পঢ়ি থকা ছাত্ৰমুঠিৰ অন্তৰত আত্মচৈতন্যৰ উদয় হ'ল। সিবিলাকৰ মনত খেলালে যে এইদৰে ভটীয়া নাৱত উঠি গৈ থাকিলে অসমীয়া ভাষাৰ স্বতন্ত্ৰতা, জাতীয়-গৌৰৱ, জাতীয় সন্মান সকলোটি একেবাৰেই পতং পৰিব। ইয়ানতে মাও থুৱাই মাতৃভাষাৰ আত্মপ্ৰতিষ্ঠা কৰিবই লাগিব। এই সঙ্কল্পকে লৈ, ছাত্ৰ কেইজনে স্থায়ী সভা পাতি এক গোট হবলৈ স্থিৰ কৰিলে আৰু ১৮৭২ চনতে গঙ্গাগোবিন্দ ফুকনে কলিকতাত যিখন "অসমীয়া ছাত্ৰৰ সাহিত্য-সভা" পাতি থৈ আহিছিল আৰু যিখনৰ সম্পাদক আৰু পুথি ভঁড়ালী দেবীচৰণ বৰুৱা ১৮০৬ শকলৈকে ( ১৮৮৫ চন ) আছিল আৰু যিখনৰ অৱস্থা তেতিয়া উৰ্দ্ধলি গৈছিল, সেইখনৰে আহি লৈ তেওঁবিলাকে প্ৰায়ে বুধবাৰে-শনিবাৰে চুৰ্ বীয়া টী-পাৰ্টি বা জলপনীয়া ভোজ এ'কোটি পাতি নাইবা মেল এখনত বহি মাতৃভূমি-মাতৃভাষাৰ দুখ-দুৰ্গতিৰ বিষয়ে আলচ কৰিবলৈ ধৰিলে।

বুধবৰীয়া খনত সংস্কাৰমূলক বিষয়ৰ আলোচনা কৰা হৈছিল। সেই আলোচনাবিলাক মৌখিক আৰু থুহুটীয়া বিধৰ আছিল। অসমীয়া জাতিৰ পৰনিন্দা-পৰচৰ্চ্চা আদি কু-স্বভাৱ আৰু ভণ্ড চৰিত্ৰবোৰৰ ছবি একোটাও কেতিয়াবা যেনেধৰণীয়া ভাবে দাঙি ধৰা হৈছিল। সেই দেখি কথাই-কামে মিলাই ভোজ বা টী-পাৰ্টিটোৰ নাম দিয়া হৈছিল—ফানি পীছ মিটিং ( Funny

speech meeting) বা ৰজিয়াল বক্তৃতাৰ চ'ৰা। ইংৰাজীৰে সকলোকে বক্তৃতা দিব পৰা-কৰাটোও আছিল এই চ'ৰাৰ এটা উদ্দেশ্য। প্ৰকাৰান্তৰে বুধবৰীয়া মেলখন ইংৰাজী বক্তৃতাৰ আখৰা চ'ৰা বুলিব পাৰি।

শনিবৰীয়া খনৰ আলোচ্য বিষয় আছিল অসমীয়া ভাষা। অসমীয়া ভাষাৰ উন্নতিবিধায়ক বিবিধ বিষয়ৰ ৰচনা কৰিও, প্ৰবন্ধ লেখি ইয়াত পাঠ কৰা হৈছিল। প্ৰকৃত পক্ষে, শনিবৰীয়া 'টী-পাৰ্টিটো' প্ৰথম সকলুৱা সাহিত্য-সভাই আছিল। এই 'পাৰ্টিতে' এদিন স্থিৰ কৰা হ'ল যে পূৰণি মৰা নাম 'অসমীয়া ছাত্ৰৰ সাহিত্য-সভা' নামটো আৰু নকৈ ছাৱৰ দৰ্কাৰ নাই, নতুন যুগোপযোগী নাম এটা দি ইয়াতে 'নবীন খুটা'হে লগাব লাগে। এনেকুৱা এটা সিদ্ধান্তকে কৰি ১৮১০ শকৰ শ্ৰীকৃষ্ণৰ জন্মাষ্টমী তিথিৰ দিনা সেই জলপনীয়া ভোজকণী মেলখনৰ 'জন্মোৎসৱ' আৰু নামকৰণ-উৎসৱ পাতি সভাৰ [illegible] দিয়া হ'ল "কলিকতা অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা" বা চাৰে-টিঞাৰে 'কলিকতাৰ অ, ভা, উ, সা, সভা'। সভাৰ পোন-প্ৰথম সম্পাদক পতা হ'ল পুৰণি-চাম ছাত্ৰৰ শিৱৰাম শৰ্মা বৰদলৈক, তাৰ পিছত তেখেতৰ ঠাইত 'বহুগুণী' কমল চন্দ্ৰ শৰ্মা মনোনীত হল। তেওঁ ১৮১১ শকৰ ২৮ শাওণৰ পৰা অতি উৎসাহ আৰু যতনেৰে কাৰ্য্য কৰি সেই শকৰ ২৩ মাঘৰ দিনা সভাক কন্দুৱাই এই সংসাৰৰপৰা একেবাৰেই বিদায় ল'লে। তেওঁৰ অসীম উদ্যোগ, পৰিশ্ৰম আৰু সভাৰ মঙ্গলকামনা, 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা'ই কেতিয়াও পাহৰিব নোৱাৰে।[১] কমল শৰ্মা ঢুকোৱাৰ পাছত ১৮১২ শকৰ ১০ ভাদলৈকে সভাৰ কাম ৰব ঢিলা-সোলোকা হৈ চলি আছিল। এনেতে ৰমাকান্ত বৰকাকতীয়ে আপোনাআপনি মুৰপাতি সেই বাৰটো লৈ অলপ দিন সভাখন চলালে।*

"১৮১২ শকৰ ১০ ভাদ তাৰিখে 'ঘাইসভা' ২নং ভৱানীচৰণ দত্ত লেনত থকা ঘৰত বহি, তাতে লক্ষ্মীনাথ বেজবৰুৱা বি-এ সম্পাদক আৰু হেমচন্দ্ৰ গোস্বামীক সহকাৰী সম্পাদক পাতি সভাৰ কাৰ্য্যত সুশৃঙ্খলা লগাবৰ দিহা কৰে।† ইয়াৰ পাছত ক্ৰমাৎৰয়ে কৃষ্ণপ্ৰসাদ গুপ্ত (আগৰৱালা), ৰমাকান্ত

[১] কমল শৰ্মাই প্ৰথমে বাগ্মীৰ দৰে ইংৰাজীতে বক্তৃতা দি সকলোকে চকিত কৰিছিল।

* অঃ ভাঃ উঃ সাঃ সভাৰ কাৰ্য্যবিৱৰণী।

† অঃ ভাঃ উঃ সাঃ ,, ঐ।

বৰকাকতী, কনকলাল বৰুৱা, ৰাধানাথ ফুকন, লক্ষেশ্বৰ শৰ্ম্মা, চন্দ্ৰধৰ বৰুৱা (নগাঁৱৰ), দেৱেশ্বৰ চলিহা, যোগেন্দ্ৰনাথ বৰুৱা (গুৱাহাটীৰ), জগৎচন্দ্ৰ গোস্বামী এই সকলৰ ক্ৰমে কোনোজন সম্পাদক, কোনোজন সহকাৰী সম্পাদক হৈ কলিকতাৰ অ ভা উ সা সভাখন প্ৰায় বাৰ বছৰ পূৰ্ণ উদ্যমেৰে চলাই আছিল।

তেতিয়ালৈকে, আমাৰ বিয়া-নাম, আই-নাম আদি অসমীয়া লখিমী তিকতাসকলৰ নাম-গুণবিলাক ঘৰে-ঘৰে গোৱা হৈছিল হয়, কিন্তু, হাৰ্ম্মনিয়ম আদি বাদ্যযন্ত্ৰৰ সুৰৰ লগত মিলাই গোৱা নহৈছিল—আন কি, সেইদৰে গাব পৰাটো অসম্ভৱ বুলিয়েই বহুতৰ ধাৰণা আছিল। ২২ বছৰৰ যুৱক সঙ্গীতাচাৰ্য্য ডাঃ ৰাধিকাৰাম টেঁকীয়াল ফুকন ইউৰোপৰপৰা যেতিয়া ঘূৰি আহে তেতিয়াই অঃ ভাঃ উঃ সাঃ সভাই ধৰি তেওঁৰ হতুৱাই "আগফাল শুৱনি

কাকিনি তামোল ঐ

পাছফাল শুৱনি পাণ"

—এই বিয়া নামটো বেহেলাৰ সুৰত গোওৱায়। 'পতিত পাৱন হৰি, পতিত পাৱন'—এই গীতটোও তেৱেঁই গায়। অঃ ভাঃ উঃ সাঃ সভায়েই আমাৰ গীত মাতৰ মানদণ্ডও ওপৰলৈ তুলিলে।

বৰগীতৰ সুৰ-চানেকিও তেতিয়ালৈকে আমাৰ অপৰিচিত আছিল। অঃ ভাঃ উঃ সাঃ ৰ যত্নতেই 'সোই সোই ঠাকুৰ সোই যো হৰি পৰকাশা' আৰু 'জয় জয় জয় জন তাৰণ কাৰণ নাৰায়ণ পৰ দেৱং' গীতৰো স্বৰলিপি সংকেত প্ৰথম প্ৰকাশিত হয়। সেই বুধবৰীয়া 'ফনী স্পীছ মিটিঙতেই' কৃপাবৰ বৰবৰুৱাৰ প্ৰথম আবিৰ্ভাৱ। বৰবৰুৱা যে লক্ষ্মীনাথ বেজবৰুৱাৰ মানস ছাঁ বা কল্পিত চৰিত্ৰ, তাক নজনা কোনো নাই। বেজবৰুৱাইত যিটো মেছত আছিল, সেই মেছৰে কোনোবা এটা খোঁটালিত এজন ছাত্ৰ আছিল—যি জনৰ চলন-ফুৰণ, কথা-বাৰ্ত্তা, খোৱন-পিন্ধন ইবিলাক মেছনিবাসী বন্ধুৰ লগত একেবাৰে নিমিলিছিল। তেওঁৰ টিকনি আছিল, পেটটোও হোৰোগা; যুৱক সততে 'বাবুকেপ' পিন্ধিছিল, আবেলি ফুৰিবলৈ গ'লে লগত কাকো নিনিয়ে বা কাৰো লগত নাযায়ও, মেছৰ ভিতৰতো ইংৰাজীৰেই কথা-বতৰা চলে। "বাবু কেপ"টো হে যুৱক, এহেলৈ পিন্ধন-উৰণটো তেনেই ইংৰাজী। ইবোৰৰ দৰেই উৰীয়া বাবনিয়ে বাঢ়ি-বাঢ়ি দিয়া ভোজ্য দ্ৰব্যেৰেই তেওঁ খোৱন কাৰ্য্যটো সমাধা কৰে

কিন্তু সন্ধিয়া-লগাৰ পিছত দেখিব সকলোৱে চকুত ধূলি মাৰি তেওঁ গ্রেট ইষ্টার্ণ বা ফ্রিষ্টল হোটেলত পান-ভোজন ছুয়োকেখি কর্ম নিশ্চিন্ত মনে সম্পাদন কৰিব লাগিছে। লোকৰ শ্ৰী সহিব নোৱৰাটোও তেওঁৰ এটা পৈতৃক গুণ। তেওঁৰ নামৰ আত্মাক্ষৰটো আছিল 'ক' বৰ্গৰ প্ৰথম বৰ্ণ, সেই বৰ্ণটোৰ তলতে কাৰ ভাল লগাই কু ৰূপে সজাই পুৰানাৰ কুপাৰৰ ৰবৰকৰা কৰি পূৰ্ব্বোক্ত বহুৰূপী মেছবাসীজনৰ হুবহু ছবি এখন আঁকি তেওঁৰ খোটালীটোৰ দুৱাৰতে কোনোবাই আঁৰি থৈ গ'ল। কুৰিচাকি আছি গধূলি তেওঁ খোটালীৰ দুৱাৰ মেলিব খোজোঁতেই চায়, এইখন দেখোন তেওঁৰেই ছবি ( কৰ্ট'গ্ৰাফ )—কোনোবা অধাইটপে তেওঁক উপলক্ষ্য কৰিবলৈকে তাত আঁৰি থৈ গৈছে। বহুপৰ ভাবিচিন্তি ঠিক কৰিলেগৈ এইবোৰ লক্ষ্মীৰ হে কাম। এই বুলি তেওঁ লক্ষ্মীনাথ বেজবৰুৱাৰ ওপৰত মাধৱাৰ শোধাবলৈ চোঁচা ললেই। বেজবৰুৱাৰ পোনে বৃহস্পতি পোন আছিল দেখি হে জানিবা সেই চোঁচা চোঁচাতেই থাকিল। পাছে সেই ছবি আঁকা অধাইটংজন যে লক্ষ্মীনাথ বেজবৰুৱায়েই, সেইকথা বজিয়াল চ'ৰাত এদিন ওলাই পৰিল। তাৰপৰা 'কুপাৰৰ' নামৰ উহ কু আত্মাক্ষৰী মেছবাসী-জনৰ বেজবৰুৱাৰেসৈতে 'হুঁকাপানী বন্ধ হৈ হ'ল, অৰ্থাৎ মাত-বোল নোহোৱা হ'ল।

এই দুই বন্ধুৰ পিঠিয়াপিঠিৰপৰা আন হওক-নহওক, কুপাৰৰ বৰৰুৱাৰ নামত টেটকুটীয়া সাহিত্যৰ বহৰৰা এটা নিৰ্মাণ হ'ল।

অ, ভা, উ, সা, সভা জন্ম হোৱাৰ লগে লগেই তাৰ শনিবৰীয়া অধিবেশনত পাঠ কৰা ৰচনা-কবিতাবিলাক ছপাই উলিয়াবলৈ স্থিৰ কৰা হ'ল। কিন্তু ছপোৱা হয় ক'ত ? যিবা এখন 'আসাম বন্ধু' আছে তাৰো আজি-মৰোঁ-কালি-মৰোঁ অৱস্থা। গতিকেই, সভাৰ ৰবীয়াকৈ নিজা কাকত এখন প্ৰকাশ কৰিবৰ আৱশ্যক হ'ল। তাৰৰ জন্মাষ্টমীৰপৰা মাধৰ বিহুৰ ওচৰ পাওঁ-পাওঁ হ'লহি, তথাপি কাকত উলিয়াব পৰা নহ'ল। এনেতে চন্দ্ৰকুমাৰ আগৰৱালাই একাৰত জঁাপ দি, দিলে উলিয়াই 'জোনাকী' কাকত। তেৱেঁই সম্পাদকো হ'ল, চলাওঁতাও হ'ল, খৰচ বহনৰ সম্পূর্ণ ভাৰ লওঁতাও হ'ল। কিন্তু এটা সৰ্ত্ত ৰাখি হে তেওঁ এই দায়িত্বভাৰ গ্ৰহণ কৰিছিল। সেইটো হৈছে অ, ভা, উ, সা,ৰ সভ্য মাত্ৰেই 'জোনাকী'ক আল ধৰিব লাগিব আৰু 'জোনাকী'লৈ একোটা প্ৰবন্ধ লেখিব লাগিব। এই দুটা সৰ্ত্তৰ এটাও যদি কোনোবাই ভঙ্গ কৰে বা পালন নকৰে তেন্তে তেওঁক সভাই ১৫ টকা জৰিমনা কৰিব লাগিব। এনে কোচা

মুঠিয়াকৈ ধৰা বাবে অসমীয়া ভাষাত হাত-দহা কেবাজনো অ-সাহিত্যিকো বহুৰ-দিয়েকৰ মূৰত ভালেমান বিষয়তে হাত-অহা পৈণত সাহিত্যিক হৈ উঠিল। চমুকৈ কবলৈ হ'লে 'জোনাকী' কাকত ধনকে অ, ভা, উ, সা, ৰ সাবথিসকলে চক্ৰবেহ পাতি তাবে আলম লৈ শৰাইঘটীয়া বিক্ৰমেৰে যুঁজি অসমীয়া ভাষাৰ বুৰঞ্জীত হাতীপটি হেন নতুন যুগ এটি সৃষ্টি কৰি পেলালে। সেইটিয়েই হল নব-অভ্যুত্থানৰ যুগ বা নবন্যাস যুগ।

সেই হাতীপটিত এইবিলাক ভাষা-সূত্ৰৰ তথ্য এতিয়াও জিকমিকাই আছে :—

(১) যি ভাষায়েই নহওক, তাৰ সুকীয়া বৈশিষ্ট্য প্ৰতিপন্ন হয় তাৰ প্ৰকাশ-ভঙ্গী, ঐতিহ্য আৰু উপায়নৰদ্বাৰাই।

(২) মাতৃ ভাষাটো বাদ দিলে জন্মভূমিৰ লগত সম্পৰ্ক ছেদ হয়। "মাতৃ-ভাষা জাতীয় উন্নতিৰ সিংহ দুৱাৰ।"

(৩) দন্তবিহীনৰ হাঁহি যেনেকুৱা, বৰ্ণবিন্যাসৰ আউল লগা ৰচনাও তেনেকুৱা। অকণমান অঙ্গকতেই শাৰীৰিক সৌন্দৰ্য্য কুণ্ঠিত কৰাৰ দৰেই অশুদ্ধ আখৰ-বৌটনিয়েও তেনেকৈ ভাষাৰ অৰ্থ-মাধুৰ্য্য নষ্ট কৰে।

(৪) "ভাষাৰ উকা কথা এনুঠি, ভাব-চিন্তাৰ ৰস, অলঙ্কাৰ নিৰ্য্যাসৰই মুঠি"। ভিতৰত ঢকুৱাৰ বেৰ, বাহিৰত বৰ চুৰিয়াৰ কেৰ মাৰি ফুৰাটো ভদ্ৰতাৰ চিন যেনেকৈ, ৰঙিতাখোৱা উপমা-অলঙ্কাৰেৰে সজাই-পৰাই লেখা ৰচনাৱলীও চিত্তবিনোদী তেনেকৈ।

(৫) ৰসমিশ্ৰিত শুদ্ধ ভাষাৰ ভেটিত হে সাহিত্যৰ চিৰন্তন সৌধ নিৰ্মাণ কৰিব পাৰি।

(৬) বিশ্বজনীন ভাৱৰ গ্ৰহণশীলতাৰ-দ্বাৰাই ঐতিহ্যপূৰ্ণ জাতীয় চৰিত্ৰ বিকশিত আৰু সম্প্ৰসাৰিত হ'লেই সাহিত্য যুগমীয়া, সৰ্বজনপ্ৰিয় আৰু সমৃদ্ধিশালী হয়।

'জোনাকী' ওলোৱাৰ ২। বছৰমানৰ মূৰলৈকে অ, ভা, উ, সা, সভাৰ সভ্য সকলেই একমুঠিয়া হৈ 'জোনাকী'তে মাতৃভাষাৰ বৌচাক বান্ধি আছিল, এনেতে, অলপীয়া কথা এটাত লাগিয়েই মুঠিটোত ফাট এটা মেলিলে আৰু তাৰে এটা ফাট ছিগি ফাঁতৰি গ'ল। ছিগি যোৱা দলটোৱে "আচাৰ্য্যৰ লিটাৰেৰী ক্লব" নাম দি নতুন সভা এখন গঠন কৰিলেগে আৰু 'জোনাকী'ক ফুটা-ছিদ্ৰা-দি এৰি "বিজুলী" নামে নতুন কাকত এখন উলিয়ালে।

'বিজুলী'খন জন্ম হোৱাৰ কাৰণটো কলিকতাৰ অ, ভা, উ, সা, সভাৰ যুৰজীত এটি কৌতূহলোদ্দীপক ঘটনা। এইবাবে সেই বিষয়ে এইখিনিতে চিনমাত্র উল্লেখ কৰা হ'ল।

সেই যে বুধবাৰে-বুধবাৰে বজিয়াল বক্তৃতাৰ সভা বহিছিল, তাতে এদিন নকবিবলগীয়া প্রস্তাব এটি উত্থাপন কৰা হ'ল। তেতিয়া সৰহভাগ ছাত্রই ঠায়ে ঠায়ে মেছ পাতি আছিল। কোনো আছিল আমহার্ষ্ট ষ্ট্রীটত, কোনো আছিল সীতাৰাম ঘোষ ষ্ট্রীটত, কোনো আছিল মীর্জ্জাপুৰ ষ্ট্রীটত, কোনো ভবানীচৰণ দত্তৰ লেনত, কোনো আকৌ ১৪নং প্রতাপচন্দ্র চ্যাটার্জ্জী লেনত।

চাটাৰ্জ্জী লেনত থকা দুজন ছাত্রই বিহু-দৃশ্য দেখুৱাই "ডেকা-গাভৰু" নাম দি ধেমেলীয়া নাটিকা এডুখৰি ছপাই উলিয়ায় আৰু 'জোনাকী'ত তাৰ জাননীও দিয়ে। সেই কিতাপৰে কোনোবাই কৰা সমালোচনা এটিও 'জোনাকী'ত ওলায়। সমালোচকে লেখিছিল—"কলিকতাত থকা জনদিয়েক 'শিক্ষিত' অসমীয়াই এনে এটা অশ্লীল আৰু বিহুনামেৰে পৰিপূর্ণ কিতাপ অলপো সঙ্কোচ নকৰাকৈ প্রকাশ কৰিবলৈ সাহ কৰিলে! * * * তেওঁবিলাকৰ পৰিমার্জ্জিত ৰুচিৰ পায়ত আমাৰ সহস্র প্রণাম * * *।"

সমালোচনাৰ তলত 'জোনাকী'ৰ সম্পাদকে এটি পাদটীকা দি ক'লে "তাত চকৰ এটা পিটিকি চোৱা আহি থটাই লেখকে যেন কলিকতীয়া গোটেইবিলাক অসমীয়া ডেকাৰ সম্পৰ্কে এটা মোটামুটি মত গঢ়ি নলয়, এই আশা। 'জোনাকী'ত জাননী ওলোৱা বাবে আমাৰকৈতে কিবা সম্বন্ধ আছে বুলি যেন কোনেও নাভাবে।"

সমালোচনাটো প্রকাশ কৰিও আওপাকে তাৰ দায়-দোষ গাত নোলোৱা বাবে "ডেকা-গাভৰু"ৰ লেখক দলৰ মনত 'জোনাকী' আৰু সম্পাদকলৈ বৰ কুৰাবি ভাব উপজিল।

ইয়াৰ অলপ দিনৰ পাছতে বজিয়াল চ'ৰাৰ বৈঠক এটি বহিছিল। তাতে সভ্যসকলৰ মাজত এটি কিলিখা লাগিল—

কলিকতা-মেডিকেল কলেজৰ আগত 'পাণৱালী'য়ে "পাণ" (খিলিপাণ) বেচে। সেই পাণৱালীক, তাইৰ ওচৰতে থকা কোনোৱা দুর্বৃত্তই প্রায়ে অসৎ আচৰণ কৰি থাকে।

এইটো কথাকে গইনা লৈ 'জোনাকী'ত ওলোৱা সেই "সমালোচনা"ৰ সমৰ্থক

দলৰ এজনে 'অলপ ৰসিকতা কৰোঁ' বুলি টেটকুটীয়া গোচৰ এটি তৰিলে। সেই-দিনা চ'ৰাখনৰ সভাপতি আছিল 'আসাম-বন্ধু'ৰ সম্পাদক ৰায় বাহাদুৰ গুণাভিৰাম বৰুৱা। যথা নিয়মে সভাৰ কাৰ্য্য আৰম্ভ হোৱাৰ পিছত, গুচৰীয়াজনে বৰ ভদ্ৰভাৱে গোচৰটো দাখিল কৰি ইংৰাজীৰে এনেকুৱাকৈয়ে আৰম্ভ কৰিলে,— "মোৰ মোক্কেল পাণৱালী এজনীৰ হৈ মই এই দৰ্খাস্ত পেচ কৰিছোঁ। মোৰ মোক্কেলে মেডিকেল কলেজৰ আগত 'পাণ' বেচে। এদিন তাই 'পাণ' বেচি আছে, এনেতে ওচৰে এজন ভদ্ৰলোকৰ ল'ৰা ঢলংপলংকৈ আহি তাইৰ গাতে হাৱগুৰি খাই পৰিলহি। অভিপ্ৰায় সদেই আছিলনে বদেই আছিল, ক'ব নোৱাৰি, কিন্তু পৰিছিল। মোৰ মোক্কেলে গালিশপনি পাৰি কিবাকিবি ক'লত, ডেকা ল'ৰাজনে তাইক চৰিয়াই-ভুকুৱাই নগুৰ-নাগতি কৰিলে। এই অসৎ আচৰণৰদ্বাৰাই আলিৰ দাঁতিত পাণবেচোঁতা মোৰ ৰচকী মোক্কেল আইদেউ গৰাকীৰ চৰিত্ৰত কলঙ্ক সনা হৈছে; তাইৰ মান হানি হৈছে, সম্ভ্ৰমত হেয় হৈছে আৰু আৰ্থিক-মানসিক কেউপ্ৰকাৰে তাই ক্ষতিগ্ৰস্তা হৈছে। এতিয়া তাৰে ন্যায় বিচাৰৰ নিমিত্তে এই আদালতৰ আশ্ৰয় লোৱা হৈছে। আদালতে বিহিত বিচাৰ কৰি দোষীক দণ্ড দিব লাগে আৰু মোৰ মোক্কেলৰ নিচিনা 'সৎ-চৰিত্ৰা' 'পাণৱালীক' শান্তিৰে বসবাস কৰিবলৈ তুৰন্তে যথোচিত প্ৰতিষেধক ব্যৱস্থা কৰিব লাগে।"

গোচৰৰ কাৰণটো বৰ্ণাই শেষ কৰিবলৈ পাওঁতে-নোপাওঁতেই "গোঁসাই-ঘৰত কোন, কল খোৱা নাই" বোলাৰ দৰে ১৪নং প্ৰতাপচন্দ্ৰ লেনবাসী এজন জিক্-জিকাই উঠিল, বোলে 'যি হেতুকে দৰ্খাস্তকাৰিণী এজনী সামান্য 'পাণবেচা' তিৰুতা, ভদ্ৰলোকৰ ওপৰত মানহানিৰ মোকৰ্দ্দমা কৰিবলৈ তাইৰ একো অধিকাৰ নাই। 'পাণৱালী' জনী দুশ্চৰিত্ৰা বুলি সকলোৱে জানে। হাকিমে তেনে মানুহৰ দৰ্খাস্ত গ্ৰহণ কৰা কেতিয়াও উচিত নহয়। যদি হে গ্ৰহণ কৰে তেন্তে দণ্ড বিধি আইনখনকে অপমান কৰা হ'ব। এতেকে পাণৱালীৰ দৰ্খাস্ত অগ্ৰহণীয়।"

তেনেতে গুচৰীয়ানী পক্ষৰ উকীলে আপত্তি তুলিলে বোলে, "বিচাৰৰ নিমিত্তে দৰ্খাস্ত গ্ৰহণ কৰিবই লাগিব। পাণৱালীজনী সামান্য মানুহ সঁচা। তাই দুশ্চৰিত্ৰা লিবু পলাপোপা কৰা হয় সিও সঁচা। তাইৰ নিচিনা মানুহৰ দৰ্খাস্ত লোৱাটো অশোভনীয় বুলি আইনজ্ঞসকলৰ বহুতেই অৱশ্যে মত দিছে। কিন্তু

"প্ৰতাপ চাটাৰ্জী" বুলি মেডিকেল কলেজৰ সন্মুখত এজন সুবিজ্ঞ জজ্ থাকে। তেওঁ আইনৰ খুঁত খাতবোৰ সংশোধন কৰি বহুত উপবিধি ৰচনা কৰিছে আৰু সেইবোৰ সদৌ ভাৰততে গৃহীত হৈছে। সেই উপবিধিৰ ১৪ নম্বৰী ছেদটোৱে কয় যে সামান্য মানুহ হ'লেও, খিলিপাণ বেচা 'পাণৱালী' হলেও, ভদ্ৰলোকৰ ওপৰত মোকৰ্দ্দমা কৰিবলৈ তাইৰ সম্পূৰ্ণ অধিকাৰ আছে—যদি ভদ্ৰলোকজনে ফটিকাৰ 'গোলাপী নিছা'ত টলংভটং কৰি সেই 'পাণৱালী'ৰ গাত পৰেগৈ। এই উপবিধি বা অনুশাসন কেতিয়াও উলঙ্ঘা কৰিব নোৱাৰি। কৰিব লাগিলে সমাজ, সমাজ শুচি বিহুতলী হ'ব। বাস্তৱিক পক্ষে প্ৰতিবাদীৰ যুক্তি তৰ্কটো এই উপ-বিধিয়েই খণ্ডন কৰিছে। গতিকে গোচৰ সম্পূৰ্ণ ভাৱে গ্ৰহণীয়।"

উকীলৰ তৰ্ক শুনি ১৪নং প্ৰতাপচন্দ্ৰ চাটাৰ্জী লেনত থকা ছাত্ৰ [illegible]নমানৰ পা বাজি গ'লগৈ। আৰু 'আমাকে খেঁতালিবলৈহে এইখন ভেকোভাওনা পতা হৈছে' বুলি উচাট্ মাৰি সভাৰপৰা ওলাই গ'ল। সেইদিনাৰপৰাই আৰু বজিয়াল বক্তৃতাৰ সামৰণি পৰিল। বক্তৃতা হে নালাগে যুধবৰীয়া জলপানবো ভিকাচন ভাগিল।

"ডেকা-গাভৰু"ৰ সমালোচনাই প্ৰতাপ চাটাৰ্জী লেনৰ মেছত থকা লেখক হুমনক যি অপমান দি থৈছিল, সেই অপমানৰ জুইত এতিয়া অ, ভা, উ, সা, সভাৰ 'পাণৱালী-মোকৰ্দ্দমাই' ঘিঁউ ঢালি দিলে। আৰু তাৰে আক্ৰোশ পূৰাবলৈ সেই মেছনিবাসী-সকলে অ, ভা, উ, সা, সভাৰ লগত কেৰ মাৰি 'আচামীজ লিটাৰেৰী ক্লব' খুলিলে ( অসমীয়া সাহিত্য সভা ) আৰু ১৮১৩ শকত নীলকণ্ঠ বৰুৱা, পাচত পদ্মনাথ বৰুৱা—কৃষ্ণপ্ৰসাদ দুৱৰাৰ সম্পাদনাত 'বিজুলী' কাকত ওলাই গ'ল।

'জোনাকী'য়ে গুণাভিৰাম বৰুৱাৰ আখৰ-যোটনি সমৰ্থন কৰা নাছিল, 'বিজুলী'য়েও নকৰিছিল। তথাপি, 'বিজুলী'য়ে বৰুৱাৰ সহযোগ টানি আনিছিল। গুণাভিৰামে 'জোনাকী'লৈ 'সৌৰাৰ ভ্ৰমণ' আৰু 'আসাম-যাত্ৰা' বুলি দুটা প্ৰবন্ধ লেখিছিল। প্ৰবন্ধ দুটাৰ এছোৱা-এছোৱা ওলাল। বাকী কিছোৱা 'জোনাকী'য়ে বিচাৰি নাপালে। 'বিজুলীয়ে' উদ্ধাৰ কৰি ছোৱাদিয়েক প্ৰকাশ কৰিলে। গুণাভিৰামৰ 'জোনাকী'ৰ প্ৰতি বাম কৰিব পৰা বাবে 'বিজুলী'ৰ অপাৰ আনন্দ।

সেইবুলি, 'বিজুলী' তিনি বছৰ মানতকৈ সৰহ দিন জীয়াই থাকিবলৈ

নাপালে; কলিকতাৰপৰা অন্তৰ্দ্ধান হ'বলগীয়া হ'ল। শেষ অৱস্থাত দুৰ্গাধৰ বৰকটকী তাৰ প্ৰকাশক আছিল। চাওঁতা-চলাওঁতাৰ অভাৱত 'জোনাকী' খন যেনেকৈ কলিকতাৰপৰা উঠি আহি তাৰ সম্পাদনাৰ ভাৰ গুৱাহাটীৰ সত্যনাথ বৰাৰ হাতত পৰিলহি, "বিজুলী"খনো সেইদৰে তাৰপৰা ঠাই লৰাই হ্লিং পৰ্ব্বতত লক্ষ্মীনাথ শৰ্ম্মা এম্, এৰ আশ্ৰয় ললেহি। তাতে অলপ দিন থাকি "বিজুলীয়ে" আৰু একেবাৰেই বিজুলীয়াবলৈ এৰি দিলে। কেইবছৰমান থাকি 'জোনাকী'ৰ পোহৰো নাইকিয়া হ'ল।

অ, ভা, উ, সা, সভাৰ প্ৰহসনীয় ভাৱনাত নৱযুগৰ সূচনা কৰোঁতা সুসাহিত্যিক সকলৰ মাজত যিটো ফাট মেলিলে, সেইটো দেখাত পোনেই বেয়া যেন লাগিলেও, পৰিশেষত সিয়েই কালিন্দ্ৰী ভোমোৰাই উলিওৱা বেণুবনৰ বিন্ধা যেনেই হলগৈ। 'জোনাকী' আৰু 'বিজুলী'য়ে অবিৱাঅবিকৈ ফুঁক দিয়াত সেই বিন্ধাৰপৰা নৱ-জাগৰণৰ ধ্বনি নিনাদিত হ'বলৈ ধৰিলে।

বিনন্দবিলাস সৃষ্টিৰ মূলতে তিনিমূৰ্ত্তি থকাৰ দৰেই 'জোনাকী'ৰ মূলতো আছিল তিনি মূৰ্ত্তি যথা:- চন্দ্ৰকুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা, আৰু হেমচন্দ্ৰ গোস্বামী।

চন্দ্ৰকুমাৰ আছিল নিপুঁত-নিগাজ কবি। সেই কালত কবি বুলিলেই সকলোৱে বুজিছিল, তেওঁ যেন নিৰন্তৰ আকাশৰ মলয়াতে ভ্ৰমি ফুৰে, প্ৰকৃতিৰ মৌকোঁহ চুহি ফুৰাতেই যেন তেওঁৰ দিন ৰাতি পাৰ হৈ যায় আৰু যেন সংসাৰৰ জেওৰা জঞ্জালত নোসোমাই অকল সৌন্দৰ্য্যকে তেওঁ উপাসনা কৰি থাকে। কিন্তু কি আচৰিত, চন্দ্ৰকুমাৰ কবি আছিল যদিও, তেওঁ যোল অনা ব্যৱসায়ীও। সাধাৰণতে ব্যৱসায়ী বুদ্ধি আৰু কবি-প্ৰতিভা তেলপানীৰ দৰে অমিল হৈয়েই থাকে, কিন্তু চন্দ্ৰকুমাৰ আগৰৱালাৰ গাত এই দুয়োটা গুণ সমানে মিলি আছিল। "ধাৰে খোৱা" অসমীয়া গ্ৰাহকৰ "অনুগ্ৰহ"ত তিষ্ঠি থাকিব নোৱাৰে বুলি জানিও তেওঁ মৰসাহ দি 'জোনাকী' উলিয়াইছিল আৰু পৰবৰ্ত্তী জীৱনতো কাকত এখন আজীৱন কাল চলাই যাব পাৰিছিল।

অ, ভা, উ, সা, সভা আৰু 'জোনাকী'ৰ কেউপিনে আগ-পাছ চাওঁতা যাই গুৰিয়াল আছিল লক্ষ্মীনাথ বেজবৰুৱা। ১ম সংখ্যা 'জোনাকী'ত এওঁৰ 'লিচিকাই' নাটৰ এছোৱা ওলায়। ১৮৯৪ চনৰ জানুৱাৰী মাহৰ প্ৰথম দিনা অ, ভা, উ, সা, সভাৰ বিখন নিয়মীয়া অধিবেশন বহে তাতে বেজবৰুৱাই 'অসমীয়া ভাষা'

সম্বন্ধে প্ৰথম বক্তৃতা আৰম্ভ কৰে। সেই বক্তৃতা ইমান দীঘল আছিল যে বাৰটা অধিবেশনতো শেষ কৰিব পৰা নহল। যি অৱশেষ থাকিল, তাৰ দুটা বক্তৃতা মথুৰামোহন বৰুৱা-সম্পাদিত 'আসাম বন্তি' আৰু তেওঁৰে সম্পাদিত 'এডভকেত্ অব্ আসাম'ত প্ৰকাশিত হ'ল। এইকিটা বক্তৃতাত যিখিনি এৰা পৰি গৈছিল তাকো আকৌ পিছত সময়োপযোগী কৰি বেজবৰুৱাৰ নিজা 'বাঁহী'ত 'খাপি সাজি' থোৱা হ'ল। অ, ভা, উ, সা, সভাই তেতিয়া অসম দেশ আৰু অসমীয়া ভাষা সাহিত্যৰ তুংথাং বা বিজয় ডঙ্কা বজাই সাত শতুৰুক শুনাবলৈ ওলাইছে; দাৰ্শনিক, বৈজ্ঞানিক, ঐতিহাসিক আৰু ভাষা-তত্ত্বৰ যুক্তি প্ৰমাণেৰে অসমীয়া ভাষা স্বকীয়া বুলি প্ৰতিপন্ন কৰিবলৈ ওলাইছে; তাত যদি কেনেবাকৈ পিছুল খাবলৈ হ'ল তেন্তে ইকুলো গ'ল, সিকুলো গ'ল; অসমীয়া বুলি নিজকো ঠাৱৰাব নোৱাৰিলে, আগলৈকো নিজৰ ঠাইখন হেৰুৱালে। এনে [illegible]হেঁপোৱা দিনত, চালেৰাবেকোৰোৱা, কাণত-লোসোমোৱা শব্দেৰে চেলেংপেতেং ভাবে কোৱা কথাবোৰ সকলোৱে গ্ৰহণ নকৰিবও পাৰে। এইগুণে, বক্তৃতাবিলাক দিয়াৰ আগেয়েই লিখি লোৱা হৈছিল। সময়ৰ শব্দ যথাত বেজবৰুৱা আছিল অদ্বিতীয়! 'ৰূপাবৰী সাহিত্য'ৰ জনক বেজবৰুৱা। বেজবৰুৱাৰ প্ৰত্যেক লেখাতে পোৱা যায়—শব্দ-সম্পদেৰে অসমীয়া ভাষা কিমান চহকী তাক দেখুৱা-বলৈকে যেন একোটা শব্দ বা যোজোনা পটন্তৰৰ ভেটিতে প্ৰবন্ধ একোটাইতৰ বৰপোহাৰখন মেলি দিয়া হৈছে। এও কৰিও।

হেমচন্দ্ৰ গোস্বামীও তেনেই লেহেৰা বিধৰ কবি নাছিল। তেওঁ যে কবি, 'ফুলৰ চাকি'য়েই তাৰ সাক্ষী। অসম-বুৰঞ্জীৰ আধাটো তেওঁৱেই বাহিৰলৈ উলিয়ালে বুলি ক'লেও বঢ়াই কোৱা নহয়। অসমীয়া ভাষাটো যে স্বতন্ত্ৰ আৰু অতি পুৰণি তাক পদে-প্ৰমাণে দেখুৱাই থাকোঁতেই তেওঁৰ জীৱনৰ যৱনিকা পৰিল।

এই ত্ৰিমূৰ্ত্তিৰ কাষত থকা পাৰিষদবৰ্গও বহি থকা নাছিল; তেওঁবিলাকেও একালে গদা ঘূৰাই আছিল আৰু ইকালে মাতৃভাষাৰ থাপনাৰ্থে শক্তি অনুসৰি আঁজলিয়ে আঁজলিয়ে অবিহণাৰ পুষ্পাঞ্জলি দিছিল। কোনেও কাৰো মুখলৈ চাই থকা নাছিল। তাৰে কেইগৰাকীমানৰ নাম বিশেষভাৱে উল্লেখ-যোগ্য। 'এলাহে ভাগৰে অচেতন হৈ পৰি থকা' অসমীয়া জাতিক পুৰণি গৌৰৱ সোঁৱৰাবলৈ কনকলাল বৰুৱাই আগ বঢ়ালে 'আমাৰ দেশৰ বুৰঞ্জী আৰু বিবিধ শিল্পোন্নতি বিষয়ক' প্ৰবন্ধ, স্বদেশপ্ৰেমৰ কটিকা ঘূৰালে অম্বিকাগিৰি ৰায়চৌধুৰী

ভট্টাচাৰ্য্যই ; আব্দুল মজিদে সংগ্ৰহ কৰিলে যোজোনা-পটন্তৰ ; দেৱধৰ বাজ-খোৱাই তলে-তলে নাট লিখিলে, অসমীয়া ভাষাৰ ওপৰত বিদেশী ভাষাবিদ-সকলৰ মতামত গোটাই ছপালে ; আনন্দচন্দ্ৰ আগৰৱালাই ইংৰাজী কৱিতাৰ তৰ্জমা ভাঙনীৰে মান ধৰি নাম পালে 'ভাঙনী কোৱঁৰ' ; দুৰ্গাপ্ৰসাদ দত্তই "মহৰ্ষি," "নিগ্ৰো" ধেমেলীয়া নাট, কৱিতাৰ পুথি "উদ্ধপাঠ" আদি ৰচনা কৰিলে ; পদ্মনাথ ( গোহাঞি ) বৰুৱাই, কৱিতা-উপন্যাস, জীৱন-চৰিত আৰু নানা প্ৰকাৰৰ উপচাৰ ভেঁটিৰে ; সত্যনাথ বৰাই গান, কৱিতা, অতুৱা-ৰচনা আৰু হাঁহি ধেমালিৰ বহুবিধ মৌলিক সমল যুগুতাই দিলে ; লম্বোদৰ বৰাই আখৰ-জোঁটনি আৰু সোণাৰাম চৌধুৰীয়ে বুৰঞ্জী তথ্যৰ সমালোচনা সম্ভাৰ যাচিলে। "ওলাই দেখিবা যাক, শত্ৰু নাভাবিবা তাক"– এনে ওলায়েই দেখা পৰ্ব্বতীয়া ওৰচুবুৰীয়াবিলাকৰ কথা আগেয়ে আমি কোনেও জনা নাছিলো বা জানিবলৈ ইচ্ছাও নাছিল, কিন্তু প্ৰেমধৰ চলিহায়েই জয়ে জয়ে তেওঁবিলাকৰ আদি বৃত্তান্ত আমাক জনাই দিলে। আৰু কাৰো চকু নপৰাত, সেইবিলাক এতিয়াও থাপনাৰ কাষতে পৰি ভেঁকুৰা লাগি আছে।

যি চাম ছাত্ৰই নৱন্যাস যুগৰ আৰিয়া ধৰি আছিল সেই চাম ছাত্ৰয়েই শিক্ষা সাং কৰি ঘৰৰ ল'ৰা ধৰবলৈ উলটিল। অ, ভা, উ, সা, সভা আৰু 'জোনাকী'ৰ লাইখুঁটা ৰমাকান্ত বৰকাকতী আৰু লক্ষ্মীনাথ বেজবৰুৱা কলিকতাতে থাকিল। পাছৰ চাম ছাত্ৰই তেখেতসকলতেই আউজিবলৈ ধৰিলে।

পুৰণি চাম ছাত্ৰ অসমলৈ গুচি অহাত, অ, ভা, উ, সা, সভাৰ কাৰ্য্যকলাপ কলিকতাত যদিও অলপ শিথিল হৈ আহিছিল তথাপি কলিকতীয়া উৎসাহ উদ্দীপনাই অসমলৈ হনা লোৱাত অ, ভা, উ, সাৰ কাৰ্য্যকলাপ অসমত ব্যাপকভাৱে প্ৰচাৰ হ'বলৈ ধৰিলে। ঠায়ে ঠায়ে সেই সভাৰ ঠাল-ঠেঙুলি ৰোপণ কৰা হ'ল। কহিমাত কলে লম্বোদৰ বৰা-পদ্মনাথ বৰুৱাই ; তেজ-পুৰত ভালিম চন্দ্ৰ বৰা-তাৰিণীচৰণ ভট্টাচাৰ্য্যই ; ডিব্ৰুগড়ত শিৱৰাম শৰ্ম্মা-দীননাথ দত্তই ; শিৱসাগৰত গুণানন বৰুৱা-উপেন্দ্ৰ শৰ্ম্মাই ; নগাৱঁত বসুধৰ বৰুৱা-চন্দ্ৰধৰ বৰুৱাই ; গোলাঘাটত ঘনশ্যাম বৰুৱা—কৃষ্ণপ্ৰসাদ দুৱৰা-জগৎচন্দ্ৰ গোস্বামীয়ে ; বৰপেটাত লোহিত নায়কে ; গুৱালপাৰত হৰিপ্ৰসাদ নাথ-প্ৰসন্ন ঘোষে ; যোৰহাটত যজ্ঞৰাম মেওগ—বিনন্দচন্দ্ৰ বৰুৱা, আৰু গুৱাহাটীত কলে সত্যনাথ বৰা আৰু কৃষ্ণচন্দ্ৰ চৌধাৰীয়ে।

"আমাৰ সকলো আছিল, সকলো আছে"—এই কথাকে হৃদিগত কৰি, এই সকলে বুজাই ফুৰিছিল। অকল সভা পাতি প্ৰস্তাৱ গ্ৰহণ কৰি, কাব্য-বিৱৰণী লেখিয়েই যে ক্ষান্ত আছিল এনে নহয়, গা-মন, হাত-মুখ কেউটাকে একেলগে খটুৱাই আছিল অসমীয়া ভাষাৰ নতুন যুগ প্ৰৱৰ্ত্তনত। ঘৰঘৰত লখিমী খুন্দ্ খাই আছে, লোকৰপৰা ধাৰ কৰি অনা পিঠা-গুৰিৰে কিয় বৰসবাহ পাতিম"—এইটোৱেই আছিল সিসকলৰ আঁকোৰগোজালিকে লাগিথকা মনৰ ভাব। এই যেৰা অহংকাৰ বা গৌৰৱৰ অধিকাৰী হ'ব পৰা বাবেই এই আগৰণুৱাসকলে বিদেশী সাহিত্যৰ জীণ নিয়াৰ লোৱৰা শৰবাজিকো ননদন কৰি নিজৰ আতত তুলি লব পাৰিছিল; সাংসাৰিক জঞ্জালৰ এশ এবুৰি নাগপাশত বান্ধ খাই থাকিও হাতৰ কাপ এৰা নাছিল; লেখিয়েই আছিল; লেখিয়েই আছিল; লেখিছিল বুলি আকৌ ধনৰ টোপোলা বান্ধিব বুলি নহয়—অসমীয়া জাতিটোৰ উন্নতি হওক বুলি হে।

"আগে মৰিমুৰ মই-সক ভাব, পাছে প্ৰতিষ্ঠা জাতীয়তা"—জাতীয় উন্নতিৰ সিংহদুৱাৰ মাতৃভাষাৰ নিমিত্তে এইটি মূল মন্ত্ৰকে বুকুত বান্ধি, কলিকতা-অসমীয়া-ভাষা-উন্নতি সাধিনী সভাই পৰাধীনতাৰ নিকাৰ ভুঞ্জিও, বি-বি উপায়েৰে অসমীয়া ভাষাত নতুন জীৱনী শক্তিৰ সঞ্চাৰ কৰিলে, স্বাধীনোত্তৰ যুগত আনন্দত উল্লাসিত আমিও এতিয়া সেই উপায়েৰে মাতৃভাষাৰ আগত পৰি থকা বাৰবুৰি হেজাৰ ভাঙি-ছিঙি দলিয়াই পেলাব লাগিব। বুৰঞ্জীৰ ঘটনাসমূহ ঘূৰি-ঘূৰি হৈয়ে থাকে। বুৰঞ্জীত যিটো, সাহিত্যতো সেইটোৱেই—কাৰো একো ভিন্নপৰ নাই। অ, ভা, উ, সা, সভাই নৱ অভ্যুত্থানৰ যিটো যুগ সৃষ্টি কৰিলে তেনেকুৱা এটা যুগৰ আগন্তুকে আকৌ দেখা দিছেহি। দিছেহি কি দিলেহিয়েই! চুচুক-চামাককৈ আমাৰ সাহিত্যৰ মজিয়াত জাবৰ-জোঁথৰ সোমালেহিয়েই। সেইবোৰ সাৰি ওচাই নেপেলালে আমাৰ ভাষা যে ঠিহিবা লাগিবই নে, জাতীয় গৌৰৱৰো চিনছাপ নথকা হ'বগৈ। গতিকে, অ, ভা, উ, সা, সভাৰ সাৰথিসকলৰ পদাঙ্ক অনুসৰণ নকৰিলে আমাৰ গত্যন্তৰ নাই।

অ, ভা, উ, সা, সভাৰ এগৰাকী বৰ উৎসাহী সাহিত্যানুৰাগী সভ্য আছিল যজ্ঞেশ্বৰ নেওগ। ১৮৮৯-৯০ চনত জনমিয়েক ছাত্ৰ ৬২নং সীতাৰাম ঘোষ ষ্ট্ৰীটৰ "মেছ" এটাত আছিল। নেওগে তেওঁবিলাকৰ দৈনিক কাৰ্য্যকলাপ লিখি

এটি হাঁহিউঠা পত্ৰ লেখিছিল। সেইটিতে লিলকলৰ বাহ্যিক স্বভাৱ-চৰিত্ৰ, ৰুচি আৰু সাহিত্য-অনুৰাগৰ আভাস এটি পোৱা যায়। প্ৰবন্ধটিৰ লগত ৰক্ষিতা খোৱা দেখি, পাঠকসকলৰ আমোদাৰ্থে ইয়াকো জাঁপি দিয়া হল।

### ১। ৰজনীকান্ত বৰদলৈ ( গুৱাহাটী )[১]

প্ৰথম ৰুমটি ছবিৰ গেলেৰী
তিনিটি মেৰিড্ যুৱাৰ বাস[২]
ৰজনী দলৈ বি-এ পাছ কৰা
সকলো কামতে মন উদাস,
উচটাই দিলে যেই-সেই কাম
লগতাই ধৰি কৰিব পাৰে ;
টোপনি আহিলে নানা স্বপ্ন দেখি
ইংৰাজী লেক্‌ছাৰ বেগেৰে মাৰে।

### ২। বিনন্দিচন্দ্ৰ বৰুৱা ( যোৰহাট )[৩]

বিনন্দি বৰুৱা খোৱাত পাৰ্গত
জুনা ধৰি ধৰি মাখন কটি ;
নিউমেন আদি যত কে'ম্পানীৰ
গোটাইছে ভাল-ভাল কেটেলগ পুথি।

### ৩। হেমচন্দ্ৰ গোস্বামী ( গোলাঘাট )

হেম গোস্বামীৰ কিবা গুণ গাম
দিগম্বৰ বেশ ৰাতিত ধৰে
কোনোটো কামতে ভৰাচিন্তা নাই
উপস্থিত মাত্ৰে আগ্ৰহে কৰে।
মুখৰ জোৰ নাই কোনে ভাগ পায়
হাৰিও নেহাৰে উত্তৰত ওজা।
"পেট" আদি কবি কবিতাক লেখি
কবি ডিপাৰ্টমেণ্টত হইছে ৰজা।
দুখী আসামৰ "বাইৰণ" তেওঁ
সকলো ঠাইতে 'পয়েট্ৰ' দেখে
ৰাতি হলে আহি সুৰৰি-সুৰৰি
সুন্দৰ সুন্দৰ কবিতা লেখে।

### ৪। হৰিকেশৱ শৰ্ম্মা ( শিৱসাগৰ )

দ্বিতীয় ৰুমত দেখে হৰিকাক
শলাল বাপুটী বাওনা নৰ
সকলো কথাতে "বিমাৰ্কিব" পাৰে
মাইকিয়া তেওঁৰ গুণৰ ওৰ।

---

(১) অসমীয়া ভাষাৰ "উপন্যাস-সম্ৰাট"।

(২) আৰু বিনন্দিচন্দ্ৰ বৰুৱা, হেমচন্দ্ৰ গোস্বামী।

(৩) বিনন্দিচন্দ্ৰ বৰুৱাই যোৰহাটত ৺গোলাপ বৰকাকতিৰ পৰা পোনপ্ৰথম ছপাশাল পাতে আৰু তাৰ নাম দিয়ে "দৰ্পণ প্ৰেছ"।

### ৫। তীৰ্থনাথ কাকতী (শিৱসাগৰ)

একেটি কমতে তীৰ্থ কাকতীও
মহা আনন্দত কৰিছে বাস
ছাৰিকাৰ কথা শুনি মাজে মাজে
তুলিছে মৃদুল মধুৰ বাস

কামত 'চলিড্' লৰচৰ নাই
বেমাৰ হলেও কিতাপ নেৰে
"ত্ৰিগনমেট্ৰ" 'এলজেবৰাক'
ঘূৰাই ঘূৰাই ঘূৰাই কৰে।

### ৬। লক্ষ্মীপ্ৰসাদ বৰুৱা (গুৱাহাটী)

কম তৃতীয়ত লখিমী প্ৰচাদ
"বড়ুৱাই" পুথি আনন্দে পঢ়ে

পেটটি টেকেলি বুলি বহুলোকে
সদায় ঠাট্টা বিদ্ৰূপ কৰে।

### ৭। বিষ্ণুপ্ৰসাদ আগৰৱালা (তেজপুৰ)[1]

বিষ্ণু বোপাটিও চতুৰ্থ কমত
আনন্দ মনেৰে কৰে বিৰাজ
মেচ মেনেজাৰী ফুটবল আদি
সদায় শিকিছে আপোন কাজ।

তেওঁৰ গুণৰ পৰিচয় দিওঁ
"উইট হিউমৰ" অকণো নাই
গমিপিটি চালে অনায়াসে আমি
বুলিব পাৰোঁ ব্ৰাউন্টৰ ভাই।

### ৮। চন্দ্ৰকুমাৰ বৰুৱা (নগাওঁ)[2]

সেই কমতেই চন্দ্ৰকুমাৰ
বৰুৱাই পাতি আপোন থাত
নোহয়-হয় আদি কথা কই
আনন্দে কৰিছে দিনৰ পাত।

বাহিৰে দেখোতে সৰু লৰা যেন
ভিতৰত কিন্তু টেঙৰ বৰ
মহ বাজিলেই ভাত কেটা খাই
কলেজলৈ দিয়ে বেগেৰে লৰ।

### ৯। কৃষ্ণকুমাৰ বৰুৱা (যোৰহাট) আৰু ঘনশ্যাম বৰুৱা (গোলাঘাট)

পঞ্চম কোঠাত দুইটি বৰুৱা
এনচাইক্লপেডীয়া ব্ৰিটেনিকা

যিহকে বিচাৰা সকলোকে পাবা
দুইটি সকলো বিষয়ে পকা

---

(১) স্বৰ্গীয় হৰিবিলাস আগৰৱালাৰ বৰ পুত্ৰ।
(২) এওঁ কলিয়া হাইস্কুলত শিক্ষক আছিল।

### ১০। যজ্ঞেশ্বৰ শৰ্ম্মা নেওগ ( যোৰহাট )

কুঠৰী বঠত দেখা যজ্ঞেশ্বৰ
শৰ্ম্মাই বহি ভাবিছে কিবা
কেঁৰা চকু দুটা বেগেৰে ঘূৰাইছে
কাযোবাৰ কিবা কৰিব চাবা।

### ১১। হৰকান্ত চৌধাৰী ( কামৰূপ )

সপ্তম কোঠাত হৰকান্ত বাপা
নিৰীহ মনেৰে সোমাই আছে
লোকে বেয়া দেখে মনে ভাবি তেওঁ
মিছাত নেষায় লোকৰ ফালে।

### ১২। চন্দ্ৰকমল বেজবৰুৱা ( যোৰহাট ; হিন্দুস্কুলৰ ছাত্ৰ )

অষ্টম কমত চন্দ্ৰকমলে
আনন্দ মনেৰে কটাইছে কাল
ভেবা গঙ্গাৰাম নিমিত্তে তেওঁৰ
কোনোটো কামতে নেথাকে আউল।

### ১৩। কমলনাথ চৌধাৰী ( কববা, কামৰূপ )

সেই কোঠাতেই কমল চৌধাৰী
মেট্ৰপলিটান কলেজে পঢ়ে
দুই ঘণ্টামান ৰাতি থাকোতেই
ধপাতক আহি হুঁপিব ধৰে।

### ১৪। লক্ষেশ্বৰ শৰ্ম্মা ( যোৰহাট )

সেইটি কমতে লক্ষীপতি শৰ্ম্মা
একে লগতেই কৰিছে বাস
সংস্কৃত বিদ্যাত এফ এ, অসমীয়া
এজনেও নোৱাৰে চাপিব কাষ।

### ১৫। লক্ষীনাথ বেজবৰুৱা ( শিৱসাগৰ )

ওপৰত দেখা বেজবৰুৱাই
যত্ন কৰি আলি মৰম ধাতি·
দেখোতে গপাল লোকটিক দেখি
কিন্তু প্ৰকৃতত নহয় তেনে
বি এ পৰীক্ষাটি দিবৰ নিমিত্তে (১৮৯০)
একান্ত মনেৰে খপিছে ৰাতি।
কামত গহীন লেখাত পাৰ্গত
হাঁহি সুখি হাঁহি তোলাব জানে।

### ১৬। কমলচন্দ্ৰ শৰ্ম্মা ( গোলাঘাট )*

কমল শৰ্ম্মা সেই কুঠৰীতে
গোটাইটি লোক ইংৰাজীময়
ইংৰাজী পঢ়ন ইংৰাজী শয়ন
সকলো কথাতে ইংৰাজী কয়।
ইংৰাজৰ দৰে চাবিবাৰ খায়
চাহ ব্যঞ্জন মাখন কটি
সোমালে 'প্ৰিভিভ' বুলিলেও ইকালে
বেগেৰে নোৱাৰে আহিব উঠি।[১]

---

* এওঁ ইংৰাজীৰে যৰ ভৱল আৰু সৰ্মদীয়াকৈ বক্তৃতা দিব পাৰিছিল। ভাৰত-বিখ্যাত বাগ্মীবৰ সুৰেন্দ্ৰনাথ বানাৰ্জীয়ে কৈছিল "Some day, you will take my place."

(১) এই মেছতে কমকলাল বৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালাও মাহদিনেক আছিল। মীৰ্জাপুৰ ঘোৰ ষ্ট্ৰীটৰ যোৱা ছাত্ৰ ৩৭নং মীৰ্জাপুৰ ষ্ট্ৰীটৰ মেছতো ভাৰেলাল আছিল।

# ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱা

## তৰ্পণ

১৮৫৯ শকৰ চ'তৰ ১২ দিন যাওঁতে, শনিবাৰে, অসমীয়া ভাব-ৰাজ্যৰ অধীশ্বৰ অসমীয়া ভাষাৰ দ্যুতি পুৰন্দৰ শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱাই ইহলীলা সম্বৰণ কৰি সেই কোনোবা লোকলৈ গতি কৰিলে—যি লোকত তেওঁৰ 'অভিন্ন হৃদয়' চন্দ্ৰকুমাৰ, "গোসাঁই" হেমচন্দ্ৰ, "ৰৰমইনা" প্ৰেমধৰ চলিহা, "হৰিভক্ত" কমলা কান্ত ভট্টাচাৰ্য্য, "কাপ্টান" উমেশচন্দ্ৰ, "ৰৰউকীল" ঘনশ্যাম বৰুৱা প্ৰভৃতিয়ে তেওঁক আদৰি নিবলৈ আগবেপৰা অপেক্ষা কৰি আছিল।

পৰম ধাৰ্ম্মিক, সাধু পুৰুষ ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ দৰেই পুত্ৰেক পৰম বৈষ্ণৱ লক্ষ্মীনাথেও লুইতৰ বালিপানীৰে গঢ়া সজাটি সোণবীৰেৰে ব্ৰহ্মমুহূৰ্ত্ততে আকৌ লুইতৰ বুকুতে থাপি থৈ গুচি গল।

আমাক এৰি থৈ তেওঁৰ জীউটি যদি ভূলোকৰ··ধূলি-কণা হলগৈ, তেন্তে তাৰে এটি ধূলিকণা বুটলি লৈ

"টুপিকৈ চকুলো টুকি
দুখতে কান্দিম
শোকতে হাঁহিম
লক্ষ্মীনাথ যোৱাটো ফাঁকি।"

যদি হে আমাক এৰি, বেজবৰুৱাৰ পৰমাত্মাই স্বৰ্গলোকলৈ গতি কৰিছে, তেন্তে যেতিয়া এজাৰ নিজাৰ পখিৰ, লুইতত কঁহুৱা ফুলিব, ধাঁহত গছত কুঁহিপাত ওলাব, মকৰা-মাৰাই-চন্দনে সুবাস বিলাব, ম-জগতত নতুন সৃষ্টিৰ আৰম্ভ হ'ব তেতিয়া আমাক······

"কেতেকী চৰায়ে উঁভি কৈয়ে যাব
শুনা অসমীয়া শুনা—
তোমাৰ লক্ষ্মীনাথ, তোমাতেই আছে
প্ৰাণায়ামত ভালকৈ চিনা।"

যদি হে তেওঁৰ প্ৰাণ স্বৰ্লোকলৈ প্ৰয়াণ কৰিছে, গোকুলৰপৰা গোপীসকলৰ সোণমণি শ্ৰীকৃষ্ণক পলুৱাই নিয়াৰ পিছত গোপীসকলে—

"এ প্ৰাণ হৰি, গৈলা এৰি"

বুলি যেনেকৈ বিলাপ কৰিছিল, আমিও তেনেকৈ এতিয়া নিতৌ সন্ধিয়া পৰত— সপ্তৰ্ষি মণ্ডললৈ চাই—

'মৰি গৈ সোণ সোঁ
তৰা এটি হ'ল হে
তৰা এটি হ'ল'

বুলি আমাৰ বিচেষ্টা প্ৰাণত সান্ত্বনা লাভ কৰিম।

জীৱনটো যে কি এটা কাঁকি!—এই আছে এই নাই। লক্ষ্মীনাথ বেজবৰুৱা সেইদৰে আছেও নাইও—

'যেন জোকে তৃণ পাইলে
এৰে আউৰ বন
জীৱন মৰণ স্বপ্ন
ই (তিনি) নোহে ভিন্'।

## বেজবৰুৱা-স্মৃতিৰ মৌ-সৰা কথা *

কলিকতাখন বঙালীৰে ভৰপূৰ নহলেও, হাওড়াখন নিভাঁজ বঙালীৰেই ঠাহ খোৱা। তাত "বাঙাল" নাই। প্ৰায় এটাইকিলাকেই "বাঙালী। তাৰ মাজতে সোমাই আছিল, অসমীয়া বীৰ ধনঞ্জয় লক্ষ্মীনাথ বেজবৰুৱা। ২২নং ৰ'জমেৰী লেনত আছিল অসমীয়া ভাষা-প্ৰেমৰ সদাগৰ বেজবৰুৱা আৰু তাৰ মূৰত, ২৭নং ডব্‌সন ৰ'ডত আছিল বৈষয়িক ঐশ্বৰ্য্যৰ সদাগৰ ভোলানাথ বৰুৱা। এই দুগৰাকী অসমীয়া প্ৰাণীৰ বাহিৰে হাওড়াত সকলোৰে চকুত-পৰা অসমীয়া আৰু আন নাছিল। দুয়ো গৰাকীয়েই মহৰ শিঙত কঁকিলা-দাৰ মাৰি ফুৰিছিল। বঙালীৰ মাজজলা এনে এটা অনুষ্ঠান নাছিল, য'ত বি বৰুৱাৰ (ভোলানাথ বৰুৱাৰ)

* ওঁবাজৰ প্ৰণাধাৰ মৰণা যদি সাইকিয়া কৰাই পাছত বাবৰ বোকনপৰা ফিবোৰ ধৰা ওঁচাল-চাতত সদি পদি থাকে সেইবোৰক বোলে মৌ-সৰা।

সহযোগ-সহানুভূতি বঙালীয়ে বৰ মূল্যবান বুলি নভবাকৈ নোৱাৰিছিল। সেই-দৰে, কবিংকুটা জোনাকৰ নিচিনা বেজবৰুৱা-প্ৰতিভাৰ পোহৰো বঙালীৰ সুধী সমাজে নোলোৱাকৈ নাছিল। বিদ্বান-বুদ্ধিমান বঙালীপ্ৰধান হাওড়াতে তেওঁ অনাবেৰী মেজিষ্ট্ৰেটো হৈছিল। মেজিষ্ট্ৰেটৰ আসনত বহি বেজবৰুৱাই দিয়া ৰায় বা সিদ্ধান্তবোৰ উচ্চ কৰ্তৃপক্ষসকলে যে শলাগিছিলেই সে, বঙালীৰদ্বাৰাই সম্পাদিত "ইণ্ডিয়ান মিৰৰ" "বেঙ্গলী"য়েও শলাগিছিল।

• • • •

১৯১৬ চনত, মোৰ অন্তৰঙ্গ বন্ধু ৺যদুকান্ত চক্ৰবৰ্তীদেৱৰ সৈতে হেৰিছন ৰ'ডৰ (আজিকালি মহাত্মা গান্ধী ৰ'ড) ট্ৰামত উঠি, বেজবৰুৱাক দৰ্শন কৰিবলৈ হাওড়ালৈ গৈছিলো। কলেজ-ষ্ট্ৰীট পাৰ হওঁতে-নৌ-হওঁতেই দুজন [illegible] বঙালী আমি বহা বেঞ্চখনৰ সন্মুখতে ওখিকঠাল-পৰাদি ধপৰ কৰে "বহি পৰিলহি"। আমাৰ দুয়োৰে কথা-বতৰাবোৰ ভদ্ৰলোক দুজনে নিটাল মাৰি শুনি আছিল। অলপ পিছতে তেওঁবিলাকৰ স্বাভাৱিক মৌনতা ভঙ্গ কৰি আমাক কলৈ যায় বুলি সুধিলে আৰু সুধিলে, আমি আসামৰপৰা আহিছো নে কি বুলি। আমি কলো, হাওড়ালৈ যাওঁ—তাৰ পিছত বুকু ফিন্দাই অলপ টানি কলো, "আমি আসামৰ পৰা অহা নহয়; আমি অসমীয়াই। সেই দিনত আমাৰ মুখত অসমীয়া শব্দটো অচমীয়াৰূপে উচ্চাৰিত হৈছিল। কিন্তু, বঙালী দুজনে সোধাত অসমীয়া শব্দটোৰ স আৰু শব্দটোৰ ঠিক উচ্চাৰণ নকৰি স বুলিয়েই কলো। স বোলা শুনি তেওঁবিলাকৰ এজনে "অহমীয়া" বুলি দোহাৰি বঙলাৰে "শুধৰাই" দ'লে। আমি তেতিয়া তাঠি ব্যাখ্যা কৰি দিলো" সৰ উচ্চাৰণ "হ" নহয়। ইয়াৰ প্ৰকৃত উচ্চাৰণটো বৈদিক যুগত যেনে আছিল অসমীয়া মানুহে এতিয়াও তেনেকৈয়ে কৰি আছিছে। সেই কাৰণে, আমি অতি পুৰণি জাতি বুলি "দাবী" কৰো। আমাৰ ইংৰাজী আৰু ভকৰা বঙলা মিহলাই কোৱা কথা শুনি ভদ্ৰলোক দুজনৰ মুখৰ বৰণ অলপ সলনি হোৱা যেন দেখিলো।

অলপমান বেলি বৈ থাকি এজনে আকৌ সুধিলে, "আপোনালোকে লক্ষ্মীনাথ বেজবৰুৱাক চিনি পায় নে ?

"ভেৰিৱেল জানিবে আহিছোৱেই।" এই বুলি ক'বলৈ হে পালো, তেওঁবিলাক দুয়ো মুখখনত বিকটাবিকটি কৰি ঘৃণাসূচক মন্তব্য কৰিবলৈ ধৰিলে, "বেজবৰুৱা ব্ৰাহ্মণ নয়, সে ম্লেচ্ছ। সে ব্ৰাহ্ম মেয়ে বিয়ে কৰেছে। তাঁৰ

আবাৰ "বাঁশৰী" না কি একটি পত্রিকা আছে, তাতে সে বাঙ্গালীকে গাল দেয়। সে একটা পাষণ্ড।" এইবোৰ গুৱাল-গালি পৰাৰ পিছত, হনুমন্তই নিজৰ মুখৰ অগনি নিজেই হুমুৱাৰ দৰে সেই বিদ্বেষৰ জুইকুৰা এইবুলি কৈ কোৱাজনেই আকৌ হুমুৱাইও পেলালে, "সে বেটা বৰ বুদ্ধিমান! হাওড়ায় সে একজন অনাৰেৰী ম্যাজিষ্ট্রেটও ছিলেন।" আমিও চল পাই চুঙা চাই এই বুলি সোপা এটা দিলোঁ—(অৱশ্যে আধাডুখৰীয়া বঙলাৰে) বুদ্ধিমান নহলে নো ঠাকুৰ পৰিয়ালৰ নিচিনা সম্ভ্ৰান্ত বংশীয় জীয়াৰীৰ পাণি বেজবৰুৱাই আগ বঢ়ায় নে? হাওড়াৰ অধিবাসী বঙালীতকৈও অসমীয়া লক্ষ্মীনাথৰ বুদ্ধি প্ৰতিভা যে শ্ৰেষ্ঠ, তাক তেওঁ অনাৰেৰী মেজিষ্ট্ৰেট পদ পোৱাটোৱেই প্ৰতিপন্ন নকৰে নে? আৰু কলোঁহক বোলো "বাঁহী"য়ে (বাঁশৰী) কেতিয়াও গালি পৰা নাই। বেজবৰুৱাৰ ঘৰৰ ল'ৰা লক্ষ্মীনাথে আপোনালোকৰ নিচিনা ভাষাতঙ্কগ্ৰস্ত ৰোগীৰ ৰোগ উপশম কৰিবলৈ "বাঁহী"ত বড়ি হে বাটে (বটিকা তৈৰী কৰে)।

* * * *

দ্বাৰকানাথ ঠাকুৰৰ গলীত থকা ঠাকুৰ পৰিয়ালৰ ঘৰত বছৰি আদি-ব্ৰাহ্ম-সমাজৰ মহোৎসৱ পাতে। সেই উৎসৱত যোগ দিবলৈ পোৱাটো বৰ ডাঙৰ কথা। কাৰণ, যেই-সেই লাপিলুপা মানুহক তালৈ নিমন্ত্ৰণ কৰা নহয়। যাৰ বংশ-গৌৰৱ আছে, যাৰ বিদ্যাবুদ্ধি আছে আৰু যাৰ অৰ্থ সম্পদ আছে তেনে মানুহক হে তালৈ নিমন্ত্ৰণ কৰা হয়। আমাৰ কবি ৺যতীন্দ্ৰনাথ দুৱৰাৰেসৈতে ঠাকুৰপৰিয়ালৰ ঘনিষ্ঠ সম্পৰ্ক আছিল। কলিকতাপ্ৰবাসী অসমীয়া মানুহলৈ ৺দুৱৰাৰ যোগেদিয়েই প্ৰায়েই নিমন্ত্ৰণ-পত্ৰ দিয়া হয়। একপ্ৰকাৰ হয় ৰঙা কাৰ্ডত আৰু একপ্ৰকাৰ হয় বগা কাৰ্ডত। ৰঙা কাৰ্ড পোৱাবিলাকে তলত অৰ্থাৎ চোতালত (প্ৰাঙ্গণত) বহিব লা'গ আৰু বগা পোৱাবিলাকে ওপৰ মহলত স্থান পায়। হাইকৰ্টৰ জজ, জমিদাৰ, বেৰিষ্টাৰ আদি উচ্চপদাধিকাৰী, প্ৰতিপত্তিশালী নিমন্ত্ৰিত সকল ওপৰ-মহলতেই বহে; সেইসকলৰ লগতে আমাৰ বেজবৰুৱা ডাঙৰীয়াও।

আমি কেবাজনো গৈছোঁ, হাতত ৰঙা কাৰ্ড লৈ সেই চোতালৰ সমাজতে বহিবলৈ। মোৰ বাহিৰে, কেবাজনৰ ভিতৰত এই কিজনো আছিল—তেজপুৰৰ কুশাগ্ৰবুদ্ধিসম্পন্ন লক্ষীধৰ শৰ্মা, শিৱসাগৰৰ ক্ৰেচাচৰ অসমীয়া সংস্কৰণ কাৰ্ত্তিকোপম ৺ভগৱতীপ্ৰসাদ বৰুৱা আৰু গোলাঘাটৰ ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱা মন্ত্ৰী ডাঙৰীয়াৰ

মাজিউ পুত্ৰেক লাজকুৰীয়া ব্যক্তি ৺গিৰীন্দ্ৰনাথ বৰুৱা। ওপৰ আওলাৰ (বাৰাণ্ডাৰ) পৰা আমাক দেখা মাত্ৰকে বেজবৰুৱাই সমাজৰ মাজৰপৰা উঠি আহি আমাক ওপৰলৈ লৈ গ'ল আৰু তাত বহি থকা বিদ্বানসকলৰ আগত আমাক চিনাকি কৰি দি ক'লে, "এই কিজন মোৰ দেশৰ ডেকা। তলত কিয় বহিব? এতিয়া একোটোপা চাহ দিয়াহঁক।" বেজবৰুৱাৰ মুখৰপৰা কথাষাৰ ওলাল কি, বিজুলীলতা সদৃশ বঙ্গজা কামিনীৰ চাহ দিবলৈ উধপ্‌থপ্ লাগিল কি? তেতিয়া বেজবৰুৱাৰ ৰং চাই কোনে?

• • • •

বঙ্গদেশৰ বিখ্যাত ঠাকুৰ পৰিয়ালৰ লগত অসমীয়াৰ বৈবাহিক সম্বন্ধ ঘটাটো 'জোনাকী'যুগৰ সাহিত্যিক-সকলৰ জীৱনত হোৱা এটা ডাঙৰ ঘটনা। যি সময়ত ওচৰচুবুৰীয়া বঙ্গীয় ভ্ৰমণকাৰী জনদিয়েকে অসমীয়াক পৰ্ব্বতীয়া নিগনি বুলি হাঁহিছিল; অসমীয়াৰ জমিদাৰ নাই, অসমীয়াৰ পণ্ডিত নাই বুলি কোনো কোনো সঙ্কীৰ্ণমনা বঙালীয়ে অসমীয়া মানুহক অৱজ্ঞাৰ চকুৰে চাইছিল, সেই সময়ত বিদুষী মহিলা প্ৰজ্ঞাসুন্দৰী দেৱীৰ লগত লক্ষ্মীনাথ বেজবৰুৱাৰ বৈবাহিক সম্বন্ধ ঘটাটো সঁচাকৈয়ে লেখত লবলগীয়া ঘটনা। ঠাকুৰ পৰিয়াল আদি-ব্ৰাহ্মসমাজভুক্ত। সেই সমাজৰ ছোৱালী বিয়া দিবলৈ হ'লে পাত্ৰৰ তিনিটা কথা পোন-প্ৰথমে চাই লোৱা নিয়ম। প্ৰথম, দৰাটি উচ্চবংশৰ ব্ৰাহ্মণ হ'ব লাগিব—তেহেলৈ তেওঁ যেই প্ৰদেশৰেই নহওক। দ্বিতীয়, তেওঁ দেখিবলৈ নিপোটল, সুস্থ, সুশ্ৰী হ'ব লাগিব। তৃতীয়, তেওঁৰ সাংসাৰিক অৱস্থা সচ্ছল হ'ব লাগিব—অন্ততঃ বিত্ত-বিভূতিত মজলীয়া খাপতকৈ ওপৰৰ হ'ব লাগিব।

প্ৰজ্ঞাসুন্দৰী দেৱী যে ঠাকুৰ পৰিয়ালত ৰূপে-গুণে, বিদ্যাই-বুদ্ধিয়ে জিলিকি আছে বেজবৰুৱাইতো এই কথাৰ পোনপ্ৰথমে ভু পায় বৈকুণ্ঠনাথ দত্ত বুলি এজন মুদ্ৰাকৰৰ মুখে। তেওঁ বৈঠকখানাৰ লে'ন এটাত থাকি ওপাঙ্গিয়াৰ বৰুৱাই পোনেই যেতিয়া আৰ্মেনীয়ান ষ্ট্ৰীটত থকা ঠাকুৰ পৰিয়ালৰ ছপাখানা এটাত "আসাম বুৰঞ্জী" ছপায়, তেতিয়াৰপৰাই অসমীয়া "যেহলৈ" বৈকুণ্ঠনাথৰ আহ-যাহ আছিল। পাছত, বৰুৱা ডাঙৰীয়া মগাৰ্ডত থাকিব লগীয়া হোৱাত, সেই ছপাখানাতে ছপোৱা "আসাম বন্ধু" আহিকাকত ওৰেযোৱা হৈছিল বৰুৱাৰ বৈঠকখানাৰ ঘৰত থকা অসমীয়া ছাত্ৰৰ হতুৱাই। কেতিয়াবা-কেতিয়াবা ৰায়বাহাদুৰ বৰুৱাও সেই ঘৰতে থাকেহি। সি যি কি নহওক, ৰায়বাহাদুৰ

গুণাভিৰাম বৰুৱাৰ লগত লেন্-দেন থকা-বাবেই মুদ্ৰাকৰ বৈকুণ্ঠনাথ "আসাম বন্ধুৰ" আহিঁকাকত প'হ্ঁতা চন্দ্ৰকুমাৰ আগৰৱালা। (এ:খত আৰ্মেনীয়ান ষ্ট্ৰীটত আছিল), হেমচন্দ্ৰ গোস্বামী আৰু লক্ষ্মীনাথ বেজবৰুৱাৰ লগত ভাঠ চিনাকি হয়। সেই চিনাকিৰেই পিছত গুৰগুৰিয়া মেল আৰু মেলৰ পিছতেই অসমীয়া-বঙালী প্ৰণয়-পাশত আৱদ্ধ হোৱা অভিনয়ৰ প্ৰথম সূত্ৰপাত।

বৈকুণ্ঠই ভয়ে-ভয়ে "ঘটকালি" কৰি চন্দ্ৰকুমাৰৰ লগতে প্ৰজ্ঞাসুন্দৰীৰ জোৰাটো পাতিছিল। কিন্তু, আদি-ব্ৰাহ্মসমাজৰ ১ম দফা বিবাহনিয়ম খটুৱাৰ নোৱৰাত বিয়াৰ জোৰাটো নাহিল। তাৰ পাছৰ বাছনিত পৰিল হেমচন্দ্ৰ গোস্বামী। কিন্তু, তেওঁ অসমীয়া হিন্দুৰ সামাজিক নিয়ম উলঙ্ঘা কৰিব নোৱৰাত বৈকুণ্ঠৰ প্ৰস্তাৱ পিছলি পৰিল। কোনো গুণে চেৰপেলাৰ নোৱৰা সেই তিনিজন কন্দৰ্পসদৃশ ডেকাৰ ভিতৰত বৈকুণ্ঠনাথৰ শেষ নিৰ্ব্বাচন পৰিলগৈ লক্ষ্মীনাথ বেজবৰুৱাৰ ওপৰত। বেজবৰুৱা ব্ৰাহ্মণ, উচ্চশিক্ষিত, শৰীৰত অকণকে ঘুণ নোহোৱা ; কথা-বতৰা, খোজ-কাটল, আদানপ্ৰদান সকলোতে ডাঙৰীয়াৰ পূৰ্ণ নিদৰ্শন ; দেউতাক দীননাথ বেজবৰুৱা ডেপুটী মেজিষ্ট্ৰেট। বিপুৱা (ঘটক) বৈকুণ্ঠনাথে বিবাহৰ পূৰ্ব্বৰাগ বৰ্জিত কৰিবলৈ কালিন্দী জোমোৰাৰ দৰে বিবিধ প্ৰকাৰে তাও দিব লগীয়া হৈছিল। সি যি কি নহওক, অৱশেষত বেজবৰুৱাৰেই প্ৰজ্ঞাসুন্দৰীৰ প্ৰণয়-পাশত বান্ধ খালেগৈ। বিয়া পাতোতে চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী দৰাৰ্থৰা হৈছিল আৰু এই অপূৰ্ব্ব মিলনত সিসকল দুয়োজনে প্ৰাণমন ঢালি সহায় কৰিছিল। কিন্তু, বিয়া হৈ যোৱাৰ কেইবছৰ মানৰ পিছত, বেজবৰুৱাই হেম গোসাঁইলৈ এখন চিঠিত লিখিছিল, "গোসাঁই, বিয়াৰ মূৰ্ত্তিটো কল্পনাত হে চাবলৈ ভাল। হাতত পৰিলত, সেই মূৰ্ত্তিটি দেখোন চীনা বাচনৰ দৰে ঠুনুকা যেন লাগিছে।"

● ● ● ●

ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱা এবাৰ কাশীত তীৰ্থ কৰিবলৈ গৈছিল। অসংখ্য তীৰ্থযাত্ৰীৰ মাজতে এদিন এজন নগণ্য অসমীয়া তীৰ্থযাত্ৰীয়ে তেওঁৰ ভৰিত ধৰি সুধিলে, "দেউতা মো কাহানি আছিল ?" বিদেশত অসমীয়া মাত শুনি বৰুৱা ডাঙৰীয়া চক খাই গ'ল আৰু মাতৃভাষাৰ মোহত পৰি সেই মানুহজনক তেখেতে ততালিকে সাবা মাৰি ধৰিলে।* নগাৱঁত হোৱা হ'লে সেই নগণ্য

* গুণাভিৰামৰ এনেকুৱা কথা বহুত আছে।

মানুহজনে ৰায়বাহাদুৰৰ চৰণত ধৰা হে নেলাগে দৰ্শন পাবলৈকে সান্নিধ্য-লাভ ৰাতি খাপ দিব লাগিলহেতেন। মাতৃভাষালৈ মৰম থাকিলে হে মাতৃভূমিৰ মানুহলৈ মৰম লাগে। এই কথাকে বেজবৰুৱা ডাঙৰীয়াই তেওঁৰ ওচৰলৈ যোৱা অসমীয়া ল'ৰাক সদাই কৈছিল। বৰকাকতীকো মোকো কৈছিল। ওপাতিবাৰ "মেৰি"-প্ৰেমৰ কথাও কৈছিল।

• • • •

একোটা বাক্য বা খণ্ডবাক্য কঁহিয়াই চালেই জাতিগত বৈশিষ্ট্যটি আপোনা-আপুনি ওলাই পৰে। অসমীয়া-বঙালীৰ পাৰ্থক্যটোও সেইদৰে সাধাৰণ কথা একোটাতে ধৰা পৰে।

ৰ'দ টান হ'লে অসমীয়া মানুহে কয় 'টিকাফট ৰ'দ' আৰু বঙালীয়ে কয় "কাঠফাটা ৰোদ"। এদিন "লবেনুছ"-অত (বেজবৰুৱা থকা ঘৰটোৰ নাম) এজন বঙালী ভদ্ৰলোকে অসমীয়াক এলেহুৱা বোলোতে বেজবৰুৱাই এই দৰে খণ্ডবাক্য এটাকে কৈ বুজি দৈছিল, "বঙালীবিলাক সঁচাকৈয়ে বহুৱা হয়। কিন্তু নো, তেওঁলোকে ৰ'দ টান হ'লে পিৰালিতে বহি দুৱাৰ মুখৰ গছ নো কাটিছেনে নাই, চাই থাকিব। ৰ'দৰ তাপত গছৰ গা ফাটি গলেই, "বাপ্‌ ৰে বাপ, কী কাঠ ফাটা ৰোদ" বুলি চিকা জঁপিয়াই উঠিব। আৰু অসমীয়াই কৰিব কি? তেওঁ-লোকে ৰ'দ-বৰষুণলৈ ভ্ৰুক্ষেপ নকৰি পথাৰত কোৰ মাৰিয়েই থাকিব। যেতিয়া চুৰিয়াৰ তলেদি ৰ'দৰ তাপ ভেদি টিকাত ধৰিবহি তেতিয়া হে তেওঁলোকৰ গম হয় ৰ'দ টান হৈছে বুলি। তেতিয়া হে 'টিকা ফটা ৰদ, বুলি তেওঁলোকে কোৰৰ নাল এৰিব। এতেকে এলেহুৱা নো কোন, অসমীয়া নে বঙালী 'টিকাফটা ৰ'দ—'কাঠফাটা ৰোদ'ৰ অৰ্থটো কৰিলেই ওলাই পৰে দেখোন।"

• • • •

নিতাই-নিমাইপন্থী আওবঙালী হাওড়াবাসীৰ মাজত মহাপুৰুষীয়া আত-অসমীয়া বেজবৰুৱা ডাঙৰীয়াই অকলৈ অংকলৈ শৰণ-মাধৱৰ তিথিত ঢোলতাল বজাই অসমীয়া নাম গাই ৰ'জবেৰী লেনৰ দাঁতিয়ে-কাষৰে থকা কুলবধূবোৰক অসমীয়া নামৰ ৰস আকণ্ঠ সৰকি যোৱাকৈ খোৱাই পঠিয়াইছিল। তাকে দেখি অসমীয়া ৰাজ্য আক্ৰমণকাৰী বঙালীবিলাক বিমূৰ্তি খাইছিল আৰু আপোন-পাহৰি কলমুৱা কলত উঠি-বুৰি দুবোতা অসমীয়া ডেকাবিলাকৰ তবধ লাগিছিল।

* * * *

ঘনশ্যাম বৰুৱা, ৰমাকান্ত বৰকাকতী, ৰত্নধৰ বৰুৱা আৰু গুণানন্দ বৰুৱাই "ভ্ৰমৰঙ্গ" নাটখন লেখি উলিয়াই বেজবৰুৱাক চাবলৈ দিছিল। 'কলিমনৰ' বচনবোৰ তেওঁ নকৈ লেখি, সেই বচন পোনেই-লেথোঁতাজনক ( ৰত্নধৰ বৰুৱা ) কলিমনৰ' ভাওদিয়াই কোৱাই চাইছিল। পাটুৱাতোলা লেনত-'ভ্ৰমৰঙ্গ' নাট মেলোতে থিয়েটৰ চাবলৈ বহুত বঙালী ভদ্ৰলোক আৰু জেনাৰেল এচেম্ব্লীজ ইন্‌ষ্টিটিউচনৰ ইওৰপীয় প্ৰিঞ্চিপেল ছাহাব আৰু অধ্যাপক সকলো আহিছিল। কলিমনৰ ভাওভঙ্গি আৰু বেজবৰুৱাই হাতফুৰাই দিয়া বচন-বয়ান শুনি দৰ্শকৰ হাঁহি-গিৰ্জ্জনিত ৪৫নং পাটুৱাতোলা লেনৰ ঘৰটো উৰি-যাওঁ-উৰি-যাওঁ হৈছিল। গতিকে, 'ভ্ৰমৰঙ্গ' নাট লেখকৰ ভিতৰত বেজবৰুৱাকো ধৰিব পাৰি।

* * * *

শিৱসাগৰত অসম-সাহিত্য-সভা। বেজবৰুৱা ডাঙৰীয়াক আমন্ত্ৰণ কৰি অনা হৈছে সাহিত্যসভাৰ দ্বাৰাই অসমীয়া জাতিৰ সম্বৰ্দ্ধনা জনাবলৈ। শিৱসাগৰ-ষ্টেছনৰপৰা ঢোলে-খোলে, গায়নে-বায়নে তেখেতক সমদলে আগবঢ়াই আনি শিৱসাগৰ ৰৰপুখুৰী পাৰতে অৱস্থান কৰিবলৈ দিয়া হ'ল। তাতে এজনে সাত-সেৰা কৰি বেজবৰুৱাক এখনি বুৰঞ্জী পুথি ভেঁটী দিছিলগৈ। সেই ভেঁটী গ্ৰহণ কৰি তেওঁ ইয়াকে ক'লে, "তোমালোক নো আৰু কিমান দিন, পেন্‌পেনীয়া মৌ হৈ থাকিবা? হাঁহিবলৈ শিকাচোন।"

* * * *

Trio অৰ্থাৎ ত্ৰিমূৰ্ত্তি নহ'লে সংসাৰত একো কামকে নিয়াৰিকৈ কৰিব নোৱাৰি। তিনটা উধান হ'লে হে ধান বহাব পাৰি। সৃষ্টিৰ গুৰিতো সেই তিনি মূৰ্ত্তি—ব্ৰহ্মা, বিষ্ণু, কদ্ৰ। তিনিজন পুৰুষে গুৰি ধৰাত হে তিনি কোণীয়া ভাৰতবৰ্ষত কংগ্ৰেছৰ জন্মজয়াকাৰ হ'ল। অসমীয়া ভাষা ঠন্ ধৰোৱাৰ গুৰিতো তিনিজন পুৰুষেই—চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী আৰু লক্ষ্মীনাথ বেজবৰুৱা। কদ্ৰমূৰ্ত্তিৰ প্ৰতীকেই হ'ল বেজবৰুৱা।

* * * *

১৯২০ চনৰ ডিচেম্বৰ মাহত নাগপুৰত সৰ্ব্ব ভাৰত-ছাত্ৰসম্মিলনী বহিছিল। তালৈকে শ্ৰীতৰুণকুমাৰ ভট্টাচাৰ্য্য, শ্ৰীনবীনৰ বৰুৱা, শ্ৰীইন্দ্ৰনাথ কাকতী, শ্ৰীইন্দ্ৰনাথ ভট্টাচাৰ্য্য প্ৰভৃতি কেবাজনো অসমৰ ছাত্ৰ-প্ৰতিনিধি গৈ কলিকতাত ছুৱাভিয়াৰ

ধৰি আছিল। সেই হেগতে তেওঁবিলাকে হাওড়াত বেজবৰুৱা ডাঙৰীয়াক চাবলৈ গ'ল। তৰুণ ভট্ট যাব নোৱাৰিলে; কলেজ স্কোৱাৰত বঙালী ছাত্ৰ-সম্মিলনত বক্তৃতা দিবলৈ গ'ল। এইখিনিতে ভট্টৰ কথা এষাৰ অপ্ৰাসঙ্গিক হলেও কৈ থোৱা উচিত। সেই বঙালী ছাত্ৰসভাত সকলোৱে বঙলাৰেই বক্তৃতা দিছিল। কিন্তু ভট্টাচাৰ্যই দিলে ইংৰাজীৰে। বক্তৃতা শুনি শ্ৰোতাসকল মুগ্ধ হ'ল। তেওঁ যে লক্ষ্মীনাথ বেজবৰুৱাৰ “বংশধৰ”ৰ মানুহ, পাছত শুনি, জনদিয়েক বঙালী ভদ্ৰলোকে কোৱাকুই কৰিছিল “বেজবৰুৱা-দেশৰ আসামীৰা বুদ্ধিমান বটে।”

* * * *

মহাত্মাৰ অসহযোগ আন্দোলনত কলিকতা চহৰ চাৰিকাল-পাচকাল। সকলোৰে মুখে মুখে কেৱল “অসহযোগৰ কথা”। অসমীয়া ছাত্ৰ কেইজনক লগত লৈ আগৰেপৰা কলিকতাত থকা আৰু দুজনমান ছাত্ৰ বেজবৰুৱাৰ ওচৰ পালেগৈ। বেজবৰুৱাই ছাত্ৰকিজনক নাগপুৰলৈ যোৱাৰ কথা সুধি পাছত কলেগৈ, “বুইছা, তোমালোকে অসহযোগত ধৰিব পাৰিবা। কিন্তু, যেতিয়ালৈকে এই জাতিটো ( — ) থাকিব, তেতিয়ালৈকে তোমালোকে উন্নতি কৰিব নোৱাৰিবা। যি জাতিৰ ন-টি আখৰৰ অভাৱ সেই জাতিয়ে কি অসহযোগ সাধনা কৰিব!” এই বুলি কৈ তেওঁ হাতৰ আঙুলি-পাৰ ধৰি এটা এটাকৈ আখৰ যাতি গল CHARACTER—(চৰিত্ৰ)।

# পোন-প্ৰথম সাহিত্যিক পেঞ্চনাৰ

## পদ্মনাথ গোহাঞিবৰুৱা

অসমীয়া জাতিৰ সমকালিক একনিষ্ঠ সেৱক দুজনক দুতি-পুৰন্দৰ বোলা হৈছিল; তাৰে এজন ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱা আৰু ইজন জয়ে-জয়ে সাহিত্যিক পেঞ্চনপাওঁতা পদ্মনাথ গোহাঞি বৰুৱা। ছাত্ৰাৱস্থাত সৰু-ছোৱালীয়ে বেজবৰুৱাৰ নাম বৰকৈ শুনা নাছিল; পদ্ম বৰুৱাক হলে প্ৰায় সকলোৱেই জানিছিল। কিয় নো, বেজবৰুৱাৰ এখন পুথিও পঢ়াশালীয়া পাঠ্য হোৱা নাছিল, গোহাঞি বৰুৱাৰ কিন্তু এখন নহয় এখন পুথি পাঠ্যৰূপে পঢ়াশালিত চলিছিলেই। গতিকে, সৰুৰ আগবয়সত বেজবৰুৱাতকৈ গোহাঞি বৰুৱাৰ সম্পৰ্কটো বেছি ঘৰুৱা আছিল। তেজপুৰৰ লীলা এজেঞ্চীৰদ্বাৰাই প্ৰকাশিত গোহাঞি বৰুৱাৰ যেই-সেই এখন কিতাপৰ বেটুপাতৰ পিঠিত তেখেতৰ কিতাপৰ তালিকাখন দিবলৈ কথমপি হে ঠায়ে জুৰিছিল। কিতাপৰ ভিতৰত, আমাৰ আৰু আমাৰ আগে-পাচে চাৰে চাৰে পৰিযোৱা আৰু উঠঅহা ছাত্ৰৰ ভাগ্যগুণে স্কুল-হাইস্কুলত ২০।২৫ বছৰমান একে লেঠাৰীয়ে "নীতিশিক্ষা" আৰু "আসামৰ বুৰঞ্জীখন" পঢ়িবলৈ পোৱা হৈছিল। সেই বুলি, পদ্ম বৰুৱাৰ "গাওঁবুঢ়া" "জুৰণি" "লীলাকাব্য" "লাহৰী" "ভানুমতী" আদিও যে মনে মনে লপচাকৈ থকা হৈছিল এনেও নহয়। এইবোৰো পঢ়া হৈছিল। পোনেই সেই কিতাপবিলাকৰ ভিতৰৰ বিষয়-বস্তুতকৈ বাহিৰৰ বিতোপন ছবি আৰু ঝিলমিলনিয়ে হে আমাৰ মন বৰকৈ আকৰ্ষণ কৰিছিল। ভাঙি কবলৈ হ'লে, প্ৰায়বিলাকৰে বেটুপাতৰ ধুনীয়া বাকছাট, আটোমটোকাৰিকৈ সজোৱা আখৰৰ (টাইপ) থাক, বাহুৰুলীয়া বিশেষণেৰে গঁথা উৰ্ণা পত্ৰখনইত আমাৰ চকুত বৰকৈ লাগিছিল। আটাইতকৈ ভাল পাইছিলোঁ, তেখেতৰ বেলেগ-বেলেগ বছৰত বেলেগ-বেলেগ সাজপাৰেৰে তোলা, কিতাপটোইত-লেখা-সময়-নিৰ্দেশক বেলেগ-বেলেগ পোছৰ-ছবিবোৰ চাই। কোনোখনত দেখিব তাবুৰ পদ্মনাথ উজ্জ্বল দিখাৰ আটক-ধুনীয়াকৈ টৈ



৺পদ্মনাথ গোহাঞি বৰুৱা

আছে, কোনোখনত পাব সংসাৰ-বিৰাগী বিৰহ কলীয়া কবি পদ্মনাথৰ দীঘল চুলিবোৰ আউলি-বাউলি হৈ আছে, কোনোখনত আকৌ বিজয়ান থাওকক বুঢ়াগোহাঞিৰ বক্তৰীজৰ সন্তান পদ্মনাথ ৰূপে—মূৰত টৌকলীয়া পাগ মাৰি সাইলাখ বুঢ়াগোহাঞি ডাঙৰীয়াৰ দৰেই থমথমকৈ বহি আছে। আৰু এখনত দেখিব নিখুঁত-নিভাঁজ ইউৰপীয় পোছাকত, যেন নবাকালতে কথা "জনম চাহাব হয় ইবাৰ মৰিলে" প্ৰতিজ্ঞাপূৰণৰ ভঙ্গী। বিদেশী চৰ্কাৰৰ আগত জনমৰ ন্যায্য দাবী জনাবলৈ যাওঁতে আকৌ দেখিব—চাহাবী হলেও শিৰস্ত্ৰাণ অসমীয়া পাগুৰি।

পাছে-পাছে আমাৰো সোঁ-বয়স পালেহি, গোহাঞিবৰুৱাৰ বয়সো ভাটি দিলে। তেখেতৰ কোনো-কোনো কিতাপৰ ওঃ তাৰণ হৈ গ'ল, তথাপি তেতিয়াও দেখিব, সেই ১৯ বছৰীয়া ডেকা [illegible] পদ্মনাথ বৰুৱাৰ তেল-পৰি-পিছলা বিতোপন চিত্ৰপটখন। কিতাপৰ আখৰ অসমীয়া হলেও ছবিৰ তলত লিখা আখৰ কেইটি ইংৰাজী—**Padmanath Gohain Barooah in his teens** ( ১৯ বছৰ বয়সত পদ্মনাথ গোহাঞি বৰুৱা )। ভাটি বয়সত ৰচনা কৰা প্ৰত্যাজিত গোহাঞি বৰুৱা বিৰাজ কৰিছে—তত্ত্বান্বেষী, ধৰ্মজ্ঞানী, গুৰু তত্ত্ব-ৰূপে। কিছুমান কিতাপত আৰু—এটা বিশেষৰ আমাৰ চকুত পৰিছিল। সেইটো হৈছে তেওঁৰ নামৰ আগে-পাছে তেতিয়ালৈকে পোৱা খাজহৰা-বজাৰৰীয়া বাৰ-বিষয় পদ-উপপদ এটাইবোৰকে কুঁকিটো যেনেকৈ সজাই কিতাপৰ কাভ পাতত ( টাইটেল পেজত ) মেলি দিয়া। সেইখিনি পঢ়ি যোৱাৰ লগে লগেই পদ্ম বৰুৱাৰ প্ৰতি অজানিতে আমাৰ মনত এটি শ্ৰদ্ধাৰ ছাপ পৰি গৈছিল। আজিকোপতি সেই ছাপ মোহাৰ যোৱা নাই আৰু নেযাবও।

গোহাঞিবৰুৱা উপাধিটো পদ্মনাথৰ অকল ঘৰীয়াই নহয়, একপ্ৰকাৰ স্বত্বও। ১৯১৪ চনত শিৱসাগৰৰ কোঁৱৰপুৰত আহোমসকলৰ বংশাৱলী-সভাৰ এটা পতা হৈছিল। তাতে আহোমসকলৰ প্ৰত্যেকটো বংশৰে উপাধিৰ থাপি কৰি বুৰঞ্জীবিলাকৰ প্ৰমাণিত আৰু জীৱিত ডাঙৰীয়াসকলৰদ্বাৰাই-অনুমোদিত কৰাই লোৱা হয়। সেই সময়ত আহোম-সভাৰ সভাপতি আছিল ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ ভাবেক শিৱনাথ সোণাৰীয়া কৰ্তা নাওবৈচা ফুকনৰ নাতি জীৰ্বেশ্বৰ বুঢ়াগোহাঁই ( বাজি গোহাঁই ) ডাঙৰীয়া। ৰৱাণ-বৰুৱাৰ পদ্মনাথ যে ৰৱাণ-পদৈ নহয়,

থাওকক বুঢ়াগোহাঞিৰ হে সন্ততি, এই সত্যটো স্বৰূপকৈ সেই সভাতে নিৰ্ণীত হয় আৰু তেতিয়াৰপৰাই পদ্মনাথে "বৰুৱাৰ" আগতে "গোহাঞি" আখৰ কিটা দি উপাধিটো পকাকৈ প্ৰতিপন্ন কৰি পেলায়। যদ্যপি বৰুৱা খেলৰ বা বংশৰ এটাইবিলাকেই যদিও থাওককৰপৰা বঢ়া, তথাপি গোহাঞি বৰুৱা উপাধিটো সন্ধালনিকৈ চলোৱা বাবে পদ্মনাথৰেই স্বকীয় উপ্ৰাধি হোৱাদি হ'ল। বুঢ়াগোহাঞি থাওকক বীৰ্য্যৰপৰা বঢ়া বুলি পদ্মনাথ বৰুৱা গৌৰৱত আপ্লুত হৈ ফুৰিছিল। সেই হে গোহাঞি বৰুৱা বুলিলে পদ্মনাথ গোহাঞি বৰুৱাৰ উপাধিটোলৈ হে বিশেষকৈ মনত পৰে। গতিকে, ই আগৰেপৰা আছিল যদিও পদ্মনাথৰ নিজা সৃষ্টি বুলি কলে সত্যৰপৰা অলপো আঁতৰি যোৱা নহয়।

বুৰঞ্জী আৰু বংশাৱলী ঘাটি-ঘুটি গোহাঞিবৰুৱা উপাধিটো উলিয়াৰ ৰাজনীতিক কাৰণ এটাও আছিল। তেতিয়া ৰাজবংশৰ হলেও যেই-সেই আহোমেই আহোম বুলি গৱৰ্ণমেণ্টৰ ঘৰত কোনো বিষয়বাব দাবী কৰিব নোৱাৰিছিল। আহোম হলেও, হয় তেওঁ "আহোমৰ ভিতৰৰ কুলুৱ" হব লাগিব, নহয়, সাতঘৰীয়া আহোমৰ হব লাগিব"। সাম্প্ৰদায়িক ভোটত যেতিয়া পাটশ্যাহৰ অওহী-বওহী বুলি বৃটিচ চৰকাৰে সৰংশৰ মোচলমানক উচ্চ পদ দিবলৈ স্থিৰ কৰিলে, পদ্মনাথে তেতিয়া আমাৰ ছশ বছৰীয়া ৰাজপাট অধিকাৰী আহোম-বওহৰ প্ৰাপ্য দাবী আগ বঢ়ালে। এই দাবীৰ যৌক্তিকতা প্ৰমাণ কৰিবলৈকে বংশাৱলী-সমূহ আৰু উপাধি উদ্ঘাটনৰ বিশেষ আৱশ্যক হৈছিল। গোহাঞিবৰুৱা ডাঙৰীয়াৰ সাঁচতীয়া কয়নাটি বংশাৱলী-সবাহৰ যোগেদিয়েই ফুলাই তুলিলে। অনতিপলমে বৃটিছ চৰকাৰৰাৰা আহোমৰ দাবী পূৰণ কৰা হল।

বৃটিছ-আমোলত অনেকেই অসমীয়া সাহিত্য চৰ্চ্চা কৰিছিল আৰু অনেকেই আকাঙ্ক্ষা অনুসৰি সুখ্যাতিও লাভ কৰিছিল। কিন্তু কোনেও বিদেশী চৰ্কাৰৰপৰা মন পূতি সাহিত্যসেৱাত লাগি থকা বাবে পেঞ্চন বা বৃত্তি পোৱা নাছিল। পদ্মনাথ বৰুৱাই হে তেনেকুৱা পেঞ্চনটি পোনপ্ৰথমেই লাভ কৰে। পেঞ্চনটোৰ এটা বিশেষত্ব আছিল। সেইটো হৈছে, সেই পেঞ্চন প্ৰাদেশিক বা ভাৰত গৱৰ্ণমেণ্টৰপৰা দিয়া নহৈছিল। দিয়া হৈছিল লৰ্ড মৰ্লীৰ পৰামৰ্শমতে "ত'ৰ বৃটিছ পাৰ্লিয়ামেণ্টৰপৰা।" বৃটিছ চৰ্কাৰৰদ্বাৰাই সম্মানিত হোৱাত বৰুৱা ডাঙৰীয়াই গৌৰৱ অনুভৱ কৰিছিল। কথাই-কথাই গোহাঞি বৰুৱা ডাঙৰীয়াই উৎফুল্ল হৈ কৈছিল "হৰ পাৰে মোৰ পেঞ্চনৰ টকা মাহে মূঠেই ২৫৲ টকাকৈ,

সেইবুলি ই উলামূলা নহয়। এই পেঞ্চন ত'ৰ বিলাতৰ পাৰ্লিয়েমেণ্ট সভাৰ-দ্বাৰাই মঞ্জুৰ হৈ আছে। কিন্তাপ এটা লিখিয়েই প্ৰাদেশিক চৰকাৰখনে পোৱা পেঞ্চন নহয়।"

পদ্মনাথ বৰুৱা সাপ্তাহিক বাতৰি কাকত "আসাম বন্তি" (পাছত "অসম বন্তি" আৰু "বন্তি") আৰু মাহেকীয়া সাহিত্যালোচনী কাকত "উষা"ৰ সম্পাদক আছিল। আমি হাই-স্কুলৰ তলৰ শ্ৰেণীত পঢ়োঁতে "বন্তিখন" উৰাই-ঘূৰাই পঢ়িছিলোঁ। তেতিয়া 'বন্তি' আছিল ১২ পিঠিয়া ফুলস্কেপ আকাৰৰ। কাগজো আছিল মিহি, আখৰো ফটফটীয়া। মাজ ভাগতে ডবল ক্ৰাউন কাগজ এখনতো ছপা হৈছিল। "বন্তিত" ৰাজনীতি-সংক্ৰান্ত বিষয়কেই যে অকল আলোচনা কৰা হৈছিল এনে নহয়, গাৱঁলীয়া অভাৱ-অভিযোগৰ বা-বাতৰিৰ লগতে তামশিলৰ কলি পাঠো প্ৰকাশ কৰা হৈছিল। সেই সময়ত ৰজাঘৰে-প্ৰজাঘৰে সেই খনেই হৈ আছিল অসমীয়া ভাষাৰে লিখা একমাত্ৰ বাতৰি কাকত। গাৱেঁ-ভূঞে, ইয়াৰ ইমান গ্ৰাহক আছিল যে সকলোৱে "হিতবাদী" "বঙ্গবাসী" "সঞ্জীবনী" কাগজকো 'বন্তি' বুলি হে কৈছিল। কিন্তু কবলৈ দুখ লাগে "বন্তিৰ" সম্পাদকীয় নীতি অলপ লৰচৰ হোৱাত আশীৰ্ব্বাদীয়া হ'ল অৰ্থাৎ গ্ৰাহকে .বৰগুনি নিদিয়া হ'ল। তথাপি পদ্মনাথে মৰিবৰ দিনালৈকে তেওঁৰ "তেজৰ শলিতাৰেই" "বন্তিখন" জ্বলাই আছিল। "বন্তিৰ" দৰেই "উষাতো" ন লিখকক যিমান পাৰে সিমান উৎসাহ দিছিল। সঁচাসচিকৈ কবলৈ হলে, "উষা" উলিয়াই তেওঁ এচাম সাহিত্যিকক নিজহাতে গঢ়িলে। "উষাৰ" সম্পাদকৰ শৰাইখনি আটোম-টোকাৰিকৈ সজাই বিষয় চাই সম্পাদকীয় মতামত আগ বঢ়াইছিল। প্ৰথম তিনি বছৰলৈকে "উষাৰ" লিখকবৰ্গৰ ভিতৰত জোনাকীযুগীয়া পৈণত সাহিত্যিক সকলেই আছিল। "উষাৰ" আটাইতকৈ ডাঙৰ দান হেমচন্দ্ৰ গোস্বামীৰ সেই "শৰাইঘাটৰ যুদ্ধ" বোলা প্ৰবন্ধটো। 'উষাৰ' সম্পাদক পদ্মনাথ নোহোৱা হলে, হেমচন্দ্ৰ গোস্বামীৰ কাপৰপৰা সেই হেন প্ৰেৰণামূলক প্ৰবন্ধ কিজানি নোলালেইহেতেন! লক্ষ্মীনাথ বেজবৰুৱাৰ কৃপাবৰী প্ৰবন্ধ—এংলো-ইণ্ডিয়ান, বয়কট, ভাৰত-উদ্ধাৰ প্ৰভৃতি বেওচনীয়া ৰাজনীতিমূলক আলোচনাৱো "উষাৰ" সৰবৰাহিতা বৃদ্ধি কৰিছিল।

পৰ বৰুৱাৰ "উষাৰ' নিৰ্গমন হোৱাৰ লগে-লগেই লক্ষ্মীনাথ বেজবৰুৱাৰ "বাঁহীৰ" আগমন। কলিকতীয়া ডেকা ছাত্ৰবিলাকে "মাহোৰবাৰ্তাকৈ" লাগি

বেজবৰুৱাৰ হতুৱাই "বাঁহী" উলিওৱায়। কিন্তু "বাঁহী" উলিয়াৰ আৰু এটি ভিতৰি কাৰণ আছিল। সেইটি হৈছে 'উষাৰ' লগত কৃপাবৰ বৰুৱাৰ অমত।

সেই সময়ত, বঙ্গভঙ্গ আৰু স্বদেশী আন্দোলনে বঙ্গদেশখন থোকিবাথৌ লগাই আছিল। বৃটিছসকলেও বাতৰি-কাকত উলিওৱা প্ৰবন্ধৰ ছাঁটোতে বাঘটো দেখিছিল। কৃপাবৰৰ নামত বেজবৰুৱাই যেতিয়া 'উষাত' স্বদেশীভাব-উদ্দীপক প্ৰবন্ধবাজি লেখিবলৈ ধৰিলে, অসমত থকা বৃটিছ কৰ্ত্তৃপক্ষসকলৰ মূৰ ঘূৰি গ'ল। ফলত 'উষা' সম্পাদক পৰিল বিপাঙত—চৰকাৰৰ ঘৰতো কৃপাবৰী প্ৰবন্ধৰ বাবে "জবাব দিহি" হব লগীয়া হ'ল। "জবাব" নিদিলে কাকতকে বন্ধ কৰি দিয়া যাব—এনে ভাবুকিও আছিল। ইপিনে কৃপাবৰৰ প্ৰবন্ধ নহ'লে 'উষাৰ' জেউতি, মান-মৰ্য্যাদা সকলো ৰসাতললৈ যায়। এনে মালথাৱৈ-গজহস্তীৰ মাজত পৰি, পদ্মনাথ বৰুৱাই "কৃপাবৰৰ লগত আমাৰ অমত" বুলি চৰ্কাৰৰ ওচৰত ক্ষমা খুজি 'উষাৰ' লগত কৃপাবৰৰ সম্পৰ্কক ছেদ কৰিলে। 'উষা' নমৰিল—কোনোমতে হাড়-ছাল লৈ জীয়াই থাকিল। সিফালে কলিকতীয়া ছাত্ৰবিলাকে বেজবৰুৱাৰ "বাঁহী" উলিয়াবলৈ হেঁচুকিয়েই আছে। ইফালে 'উষাইও' কৃপাবৰৰ লগত সম্পৰ্ক ছেদ কৰিছে, এনে সন্ধিক্ষণতে 'বাঁহীৰ' আৱিৰ্ভাৱ হ'ল।

'উষা'-'কৃপাবৰৰ' মতভেদৰ দ্বাৰা আন হওক নহওক, অসমীয়া সাহিত্যৰ আলোচনাই নতুন বাটেদি হনা লবলৈ সুবৰ্ণ সুযোগ লাভ কৰিলে। "জোনাকী" "বিজুলীৰ" দিনত যেনেকৈ অভিনৱ যুগ এটাৰ সৃষ্টি হ'ল, 'উষা' আৰু "বাঁহী"-ৰ দিনতো তেনেকৈ নতুন যুগৰ অধ্যায় এটি উদয় হ'ল। দুয়ো গৰাকী দ্যুতি পুৰন্দৰে "উষা" বাঁহীৰ পাতত যি ধনুৰ্ব্বাণ জুৰিছিল তাত কুৰু-পাণ্ডৱৰ যুদ্ধৰ দৰে আমাৰ সাহিত্যিক ধনুৰ্দ্ধৰ সকলেও দুফৈদ হৈ পক্ষাপক্ষ অৱলম্বন কৰিছিল।

"উষাৰ" অনুকুলে আছিল ৺চন্দ্ৰনাথ শৰ্ম্মা, ৺দণ্ডিনাথ কলিতা, শ্ৰীযুত সৰ্ব্বেশ্বৰ শৰ্ম্মা বৰুৱা, ৺তুলসীচন্দ্ৰ হাতীবৰুৱা, ৺যোগানন্দ দত্ত, ৺সূৰ্য্যকুমাৰ ভূঞা, ৺প্ৰেমধৰ গোঁহাইকে ধৰি ভালেমান ন লিখক।

চন্দ্ৰনাথ আৰু শ্ৰীযুত সৰ্ব্বেশ্বৰ বৰুৱাই আছিল উষাৰ সোঁবাহু-বাওঁবাহু। ন লিখকে প্ৰবন্ধ একোটাত ভুলৰ বাৰৰি ভুল বাছি পঠিয়ালেও "উষা"-সম্পাদকৰ কাহুৱা হতত পৰি সেই প্ৰবন্ধ একেবাৰেই নিৰ্ভুল আৰু সুন্দৰ হৈ আহে।

'উষাতে' "জোনাকী"-যুগৰ লেখকসকলৰ প্ৰায় অৱসান আৰু নতুন লিখক সকলৰ অভ্যুত্থান। 'উষাৰ' ভাগ পাঁচোটা প্ৰকাশ হৈছিল। প্ৰথমতে ইয়াক মাহেকৰ মূৰে-মূৰে উলিয়াৰ কথা আছিল আৰু সেই ৰূপে ওলাইছিলও। কিন্তু, তেওঁৰ সুখ-দুখৰ একমাত্ৰ লগৰীয়া ভদৰাম দাসেসৈতে পদ্ম বৰুৱাই নিজে আখৰ বাছি "বন্তি" আৰু "উষা" ছপাব লগীয়া হোৱাত "উষা"-"বন্তি" নিৰ্দ্ধাৰিত সময়ত দেখা দিব নোৱৰা হৈ আহিল। ইং ১৯০৬ চনত জন্ম হোৱাৰ ১০ বছৰ মানৰ মূৰত "উষা"ৰ পঞ্চম ভাগ পূৰ্ণ হ'ল আৰু সেয়ে শেষ ভাগ।

"উষাৰ" সৰহ ভাগ প্ৰবন্ধই অসমীয়া ভাষাৰ অপূৰ্ব্ব সম্পদ। অসমৰ কৃতী সন্তান সকলৰ জীৱনী, ডঃ সূৰ্য্যকুমাৰ ভূঞাৰ "আহোমৰ দিন" শ্ৰীযুত সৰ্ব্বেশ্বৰ বৰুৱাই কৰা দেবেন্দ্ৰনাথ বেজবৰুৱাৰ অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী" কিতাপৰ পুঙ্খানুপুঙ্খ সমালোচনা, ওপৰত কৈ অহা "শৰাইঘাট[illegible]" "সেহাই বেহা," সত্যনাথ বৰা ডাঙৰীয়াৰ বিবিধ নিৰ্ভাঁজ আৰু মৌলিক ৰচনা 'উষাৰ' যুগমীয়া দান। শেহত "উষা" মৰিল, "বাঁহী" জীলে। কিন্তু, সম্পাদক দুজনৰ দুৰাৰি ভাব আঁতৰাবলৈ সময়ে মাহেন্দ্ৰ যোগলৈ বাট চাই থাকিল।

সেই যোগ মিলা চাবলৈ সৰহ দিন ৰবলগীয়া নহল। ১৯২৪ চনত গুৱাহাটীত সদৌ অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশন বহিল। সভাপতি আছিল "বাঁহীৰ" সম্পাদক ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱা। সভাৰ প্ৰথম দিনা সভাপতিৰ অভিভাষণ পাঠ কৰাৰ পিছত গধূলিলৈ উজান বজাৰৰ নাট ঘৰত (আজি কালিৰ কুমাৰ ভাস্কৰ নাট্য মন্দিৰত) ছয় বাৰ বজাৰপৰা বিষয়-বাছনী সভা বহিছে। গহীন পৰিবেশৰ মাজত উত্থাপিত প্ৰস্তাবাদিৰ সমালোচনা, তৰ্কাতৰ্কি শান্তভাৱে চলি আছে, সন্ধিয়া ঘড়ীৰ কাটাঁও গৈ গৈ ৯ৰ ঘৰ ছোওঁ-ছোওঁ হৈছে, এনেতে মূৰত ফেল্ট্ হেট্, হাতত লাখুটি আৰু কিলাকুটিৰ চুকত অলষ্টাৰ কোটটো ওলোমাই লৈ গোহাঞি বৰুৱা ডাঙৰীয়া সোঁ:-শৰীৰেৰে সভাঘৰত প্ৰৱিষ্ট আৰু ইটকলীয়া দুৱাৰ ৰতে পোনছাটেই ডেখেতে টুপিটো সোলোকাই বাওঁ হাতলৈ লাখুটি আৰু কোটটো নি, সভাপতি মঞ্চৰ ওচৰ চাপি খপ কৰে সোঁ হাতেৰে বেজবৰুৱাৰ হাত জোকাৰি সম্ভাষণ জনালে :—Mr. Bezbaroa, we meet after twenty years. (কুৰি বছৰৰ মূৰত আমাৰ দেখাদেখি হ'ল, মিঃ বেজবৰুৱা) অসমীয়া ভাষা-সাহিত্যৰ দুয়োগৰাকী ওজা নায়কে যেই হাত জোকৰা-জুকৰি

কৰিলে, সেই সভাস্থলৰ লোকসমূহ চকু-পচাৰতে গিৰিপ কৰে থিয় হ'ল। তাৰ পিছত সভাৰৰ গোটেইটো কাঁহপৰি জীণ গ'ল। সেইদিনা গোহাঞিবৰুৱা আৰু বেজবৰুৱাৰ মিলন দৃশ্যটো এনে উপভোগ্য হৈছিল যে 'টাইমচ অৱ আসামৰ বাৰ্ত্তাযোগনিয়াৰে দৃশ্যটো দেখি লেখিছিল—"It was a sight for God's to see" অৰ্থাৎ দুটি পুৰুষৰ দুজনৰ মিলন দৃশ্যটো দেৱতাই চাবৰ হে উপভোগ্য হৈছিল।

গোহাঞিবৰুৱাৰ জন্মভূমি উত্তৰ লক্ষীমপুৰত সদৌ অসম-সাহিত্য-সভাই তেখেতক সম্বৰ্দ্ধনা জনোৱাৰ পাছদিনা ৰামপ্ৰসাদ কাকতী ডাক্তৰে জলপনীয়া মেল এখন পাতিছিল। তাত তেখেতৰ কিতাপত উপাধি যোকা আঁৰি দিয়াৰ 'অভিপ্ৰায়টো কি আছিল' বুলি সুধিলত বৰুৱা ডাঙৰীয়াই নিজ মুখেৰেই কৈছিল "নেজানিছাইক, অসমীয়াৰ বাহিৰত ৰবচুৰিয়াৰ যেন। তেজপুৰীয়া অসমীয়া বিৰোধীইতক এইদৰেই দমাই থৈছোঁ। ইয়াকে নকৰা হ'লে সিহঁতে মোক কাহানিবাই তেজপুৰৰপৰা খেদি পঠিয়ালেহেতেন।"

সেই মেলতে, তেখেতে তেজপুৰত কেনেকৈ জীৱন নিৰ্ব্বাহ কৰে, কেনেকৈ নিশা দুপৰলৈকে গীতা-ভাগৱত লেখাত ব্যস্ত থাকে আৰু কেনেকৈ 'বন্তি'খন জলাই থাকিবলৈ প্ৰৱন্ধৰ শলিতা লগায়—ইত্যাদি নানান ভিতৰুৱা কথাও প্ৰকাশ কৰে। গোহাঞি বৰুৱাক আগেয়ে বৰ গহীন-গম্ভীৰ, গোমোথা বুলি ভাবিছিলোঁ। সেইদিনা হে বুজিলোঁ, আমাৰ ধাৰণা তেনেই ওলোটা; গোহাঞি বৰুৱা গহীন যেনেকৈ ৰসিকো তেনেকৈ, গোমোথা যেনেকৈ ফলিকো তেনেকৈ। এৰা, নহলে নো তেখেতে টেটোন তামুলী, গাওঁবুঢ়া, জয়মতী আৰু গদাধৰ নাট লেখিব পাৰে নে? 'জুৰণি' কবিতা আৰু "লীলা" কাব্য লিখিবলৈও কম ভাবুক, কথা-গৰকা আৰু জনা হব নালাগে! বুৰঞ্জী-শাস্ত্ৰালোচনাৰ কথা, বাক বাদেই দিছোঁ। সঁচাসঁচিকৈয়ে গোহাঁঞি বৰুৱা আছিল গধুৰ-পাতলৰ সমান সমাৱেশ।

কথাৰ চলতে তেতিয়াৰ "অসমীয়া"-সম্পাদক শ্ৰীযুত পদ্মধৰ চলিহাই সুধিলে, "গৱৰ্ণমেণ্টক সমালোচনাকৰা বা সাহিত্য-সম্পৰ্কে দিয়া ৰতামতৰ প্ৰৱন্ধ দেখোন আপোনাৰ "বন্তিত" বৰ পলমকৈ ওলায়? আৰি দিয়া মন্তব্যলৈ বাট চাই থাকে নে কি?" গোহাঞিবৰুৱাই বাওহাতখন বহা দলিছাতে ভেজা দি টানি মাত লগালে, "তোমালোক ডেকাইতে নো কি কোৱা, টলকি চাই হে থাকো।" পলম হলেও পাচত মই টাহি দিওঁ, নহয়। "আৰি আৰু হাঁহি ৰাখিব নোৱাৰিলোঁ।"

১৯১৯ চনৰ পূজাৰ-বন্ধত, তেজপুৰত অসম-ছাত্র-সন্মিলনৰ ৪ৰ্থ অধিবেশন বহে। নিৰ্ব্বাচিত সভাপতি আছিল আচাৰ্য্য ডক্টৰ প্ৰফুল্লচন্দ্ৰ ৰায়। সভাপতি গৰাকী দেশপ্ৰেমত যেনেকুৱা নিভাঁজ, কৰ্মত যেনেকুৱা নিজেই আহিপুৰুষ, স্পষ্টবাদিতা আৰু পাণ্ডিত্যত যেনেকুৱা অতুলনীয় আছিল, তেওঁক বৰণ কৰিবলৈ পতা অভ্যৰ্থনা সমিতিৰ সভ্যসকলো আছিল সকলো তেনেকুৱাই। শ্ৰীঅমিয়কুমাৰ দাস, শ্ৰীচন্দ্ৰকমল ভূঞা, ৺লক্ষ্মীধৰ শৰ্মা, শ্ৰীহেমচন্দ্ৰ হাজৰীকা, ৺লালমোহন চৌধুৰী, (ডাঃ) হেমবৰুৱা প্ৰভৃতি চাৰিছুৱৰীয়া, নছুৱৰীয়া, ছয়ছুৱৰীয়া ডেকা-ইতৰ মণিকাঞ্চনৰূপ উৎসাহ-উদ্দীপনাৰ ভৰত সেই কেইদিন তেজপুৰখন দলদোপ-হেন্দোলদোপ লাগি আছিল।

তেজপুৰ জাহাজ-ঘাটত নমা মাত্ৰকে তেজপুৰীয়াসকলৰ হৈ অভ্যৰ্থনা জনাই চেয়াৰমেন গোহাঞিবৰুৱা ডাঙৰীয়াই তেখেতৰ ডগা ধোবা-বাগী ডোগৰতেই তুলি আচাৰ্য্য ৰায়ক তেজপুৰ পৰিভ্ৰমণ কৰাই ছুপৰীয়া সভা মণ্ডপত যথাযোগ্যভাৱে উপস্থিত কৰালেগৈ। ডাঃ ৰায়ক আদৰি নিবলৈ বঙালী ভদ্ৰলোক সকল থাপ দি থকাতে থাকিল। গোহাঞি বৰুৱাই মুখৰ টোপটো চিলনীয়ে থাপ মাৰি নিয়াদি সাউৎ কৰে তেওঁবিলাকৰ আগৰপৰা আচাৰ্য্যক লৈ গ'ল। তেখেতৰ জাতিবন্ধুসকলে ততকে ধৰিব নোৱাৰিলে। বুকলি অধিবেশনত ডাঃ ৰায়ে যেতিয়া অসমীয়া গদ্য সাহিত্য বঙলা সাহিত্যতকৈ পুৰণি বুলি বিপুল হৰ্ষধ্বনিৰ মাজত প্ৰকাশ্যে ঘোষণা কৰিলে, তেতিয়া গোহাঞি বৰুৱাই উশাহ ছাৰি মাত লগালে "এতিয়া আৰু য'ত আলহী থায়গৈ থাওক গৈ, আমাৰ এৰি দিয়'হঁক"। পাৰ্ব্বোত্তে নো পি আৰ টি গৰ্ডন কমিছনাৰে কৈছিল যে—Hem Chandra (Goswami) is very intelligent and Padmanath (Gohain Barooah) is too clever, "হেমচন্দ্ৰ (গোস্বামী) বৰ বুধিয়ক আৰু পদ্মনাথ (গোহাঞি বৰুৱা) বৰ চেঁতুৰ" বুলি।

গোহাঞি বৰুৱাৰ একনিষ্ঠতাই অসমীয়া সাহিত্য-ভঁড়াল যে চহকী কৰিলেই নে, চাম গছৰ দৰে এচাম সাহিত্যিককো সৃষ্টি কৰি গল। "উষা"-'বাঁহী' নোহোৱা হলে সুসাহিত্যিক জনদিয়েকৰ সুখ্যাতি শুনিবলৈকে নেপালেহেঁতেন। সমসাময়িক পৰিস্থিতি আৰু পৰিবেশ ও যে প্ৰতিভা স্ফুৰণৰ এবিধ মাধ্যম— পদ্মনাথ গোহাঞি বৰুৱা ডাঙৰীয়াৰ গাতে এই কথা খটিতা থায়।

---

# সাত্ত্বিক পণ্ডিত হেমচন্দ্র গোস্বামী

কলিকতা অ, ভা, উ, সা সভাৰ যি কেইগৰাকী দূৰদৰ্শী মাতৃভাষা-সেৱকে "জোনাকী"-মৰলৰ বাজে-ভিতৰে থাকি অসমীয়া ভাষাৰ বন্দিজাল পেলাই আছিল, সেই কেইগৰাকীৰ ভিতৰত আগশাৰীৰো আগশাৰীৰ এগৰাকী আছিল পণ্ডিত হেমচন্দ্ৰ গোস্বামী।

"হেম গোস্বামীৰ কিবা-গুণ গাম
দিগম্বৰ বেশ ৰাতিত ধৰে;
কোনোটো কামতে ভবা-চিন্তা নাই
উপস্থিত মাত্ৰে সকলো কৰে।
মুখৰ জোৰ নাই, কোনে ভাগ পায়
হাৰিও নেহাৰে উত্তৰত ওজা;
"পেট" আদি কৰি কবিতাক লেখি
কবি ডিপাৰ্টমেণ্টত হইছে ৰজা।
দুখী অসমৰ "বাইৰণ" তেওঁ
সকলো ঠাইতে 'প'য়েত্ৰি' দেখে
ৰাতি হ'লে আহি সুৰবি-সুৰবি
সুন্দৰ-সুন্দৰ কবিতা লেখে।"

তেওঁৰে সৈতে একেলগে থকা যজ্ঞেশ্বৰ শৰ্মা নেওগে ৰহস্যতে এই ধেমেলীয়া কবিতাটো লেখিছিল যদিও, ইয়াতে হেমচন্দ্ৰ গোস্বামীৰ স্ব-ৰূপটো দিন-যেনকৈ ওলাই আছে।

তেওঁ যে কবি, অসমীয়া 'চনেট' লেখোঁতা আৰু শিশু-প্ৰকৃতিৰ, তাৰ চিন "ফুলৰ চাকি", "অৰুণ" আৰু অ'ত ত'ত সিঁচৰি-হৈ-থকা পদ্য-গদ্য সমূহত পাই আছোঁ। তেওঁৰ গদ্য ৰচনাৰ ভাষা নিৰল, নিৰ্ভাঁজ আৰু ইংৰাজী দোষে-নপৰশা। লেখাৰ ভঙ্গিৰাও অতি সৰল, কিন্তু তাৰ ভিতৰতে উবি উবি অনুভূতিৰ প্ৰেৰণাৰ ছুই এমুৰা জ্বলি থাকে। ১৮১০-১১ শকৰ 'জোনাকীত'



হেমচন্দ্ৰ গোস্বামী

প্ৰকাশিত "মহাৰাজ ৰুদ্ৰসিংহৰ দিনত অসম", ১৮১২ শকৰপৰা ধাৰাবাহিক ৰূপে ওলোৱা "অসমীয়া ভাষা"ৰ ৰচনা, ১৯০৬ চনত, প্ৰথম ভাগ 'উষাত' প্ৰকাশ হোৱা "শৰাইঘাটৰ যুদ্ধ" আৰু সপ্তম ভাগ "আলোচনীত" থকা "মাণিকচন্দ্ৰ বৰুৱাৰ জীৱনী"—এইবিলাক আপৰুগীয়া প্ৰবন্ধই তাৰ সাক্ষ্য। 'অসমীয়া ভাষা' বোলা ৰচনাখনিৰ আৰু এটি বিশেষত্ব আছে। সংক্ষিপ্ত হ'লেও, যুগ নিৰ্ণয় কৰি অসমীয়া ভাষা সাহিত্যৰ ধাৰাবাহিক বুৰঞ্জী আলোচনা কৰা হয়, পোনেই এইপন ৰচনাতে। এইখনতে খোপনি লৈ হে পৰৱৰ্ত্তী লেখকসকলে ক্ৰমান্বয়ে ৰগাই গৈ অসমীয়া ভাষা-সাহিত্যৰ বিস্তাৰিত বুৰঞ্জী লেখিবলৈ সক্ষম হ'ব পাৰিছে। ১৯২৯ চনত ছপা হৈ শেষ হোৱা পুথি "অসমীয়া সাহিত্যৰ চানেকি" আৰু ১৯২১ চনত প্ৰকাশিত হোৱা "চমু আভাস থকা অসমীয়া পুথিৰ তালিকা"—এই দুখনেই হেম গোসাঁইৰ প্ৰাচীন সাহিত্য-প্ৰীতিৰ [illegible]। যিসকল সাহিত্যসেৱী অসমীয়া ভাষাত সিদ্ধহস্ত হ'ব পাৰিছে বা যাৰ হ'বলৈ ইচ্ছা আছে, সেইসকলৰ নিমিত্তে এই দুখনি পুথি এতিয়াও অমূল্য নিধি—'গুপ্তমণি' স্বৰূপ হৈয়ে আছে। এই গুণেই পুথি দুখনৰ গুণত মুগ্ধ কৰ্ণেল গৰ্ডনে হেম গোসাঁই লোকান্তৰ হোৱাৰ পাছত ডক্টৰ সূৰ্য্যকুমাৰ ভূঞালৈ লেখিছিল—"অকল অসমীয়া পুথিৰ বৰ্ণনামূলক তালিকা খনৰ" বাবেই হেমচন্দ্ৰ গোস্বামী পুৰুষানুক্ৰমে স্মৰণীয় হৈ থাকিব'।

কাব্যিক প্ৰতিভাৰ উপৰিও, গোস্বামীদেৱৰ জন্ম-লগ্নতে লাগি আছিছিল প্ৰাচীন সাহিত্যৰ প্ৰতি অচলা ভক্তি আৰু জাতীয় বুৰঞ্জীৰ প্ৰতি ঐকান্তিক আসক্তি। সেই হে, নৱন্যাস যুগৰ কাব্যগতিত তেওঁৰ কবিসুলভ চিন্তাচৰ্চ্চা সকলো, ঐতিহাসিক তথ্য-বস্তু উদ্ধাৰৰ চালে হলা লালে। এই যে হলা ললে, ইয়েই তেওঁক যশস্যা-কলটীত তুলি আগৰ সেই "মুমৰ-মুমৰ কবিতা লেখা" কবি-নাম ভল পেলাই প্ৰত্নতাত্ত্বিক পণ্ডিত বুলি সুবৰ্ণৰ কণ্ঠাভৰণ পিন্ধালে।

বহল অৰ্থত সাহিত্যিক-ঐতিহাসিক-প্ৰত্নতাত্ত্বিকৰ সমন্বটো বৰ জাঠ, কোনেও কাকো এৰিব নোৱাৰে। ঢোকাতে কল, কলতে ঢোকা। উঁই-কৰ্কৰাৰ অকণমান লতা এটিও যদি ক'ৰবাত পৰে, তাৰপৰাই উঁই পৰুৱাই একোটা-একোটা ওখ হাঁফলু বান্ধে। তেনেকৈয়ে, সাৰাত ঐতিহাসিক তথ্য এটিৰপৰাও বীশক্তিসম্পন্ন সুসাহিত্যিকে নিজা-নিজা অভিৰুচি অনুসৰি একো-একোটি সাহিত্যৰ মধুচক্ৰ নিৰ্মাণ কৰে। শাক-পাচলি গোটাই নিদিলে ৰাজনীয়ে

যেনেকৈ তুপ্তি লগোৱাকৈ আঙ্গা বান্ধিব নোৱাৰে, প্ৰত্নতাত্ত্বিকে বাছি-বিচাৰি আনি আহিলা-পাতি গোটাই নিদিলেও তেনেকৈ ঐতিহাসিকে প্ৰৰাণী ইতিহাস প্ৰণয়ন কৰিব নোৱাৰে। সহজলব্ধ সম্বলৰ ওপৰত বিচাৰবুদ্ধি খটুৱাই থাউকতে বুৰঞ্জী পুথি এখন ৰচনা বা প্ৰণয়ন কৰা যেনে কষ্টসাধ্য, উতমুৱাৰ দৰে খানিকুৰুকি, চিলনী চকুৰেচাই-চিন্তি, বাছি-বিচাৰি আনি বুৰঞ্জীবিদক হাঁতে ঢুকি পোৱা কৰি দিয়াটোও তেনে কষ্টকৰ। ঐতিহাসিকৰ স্বকীয় সিদ্ধান্ত বা মতামত একোটা কালক্ৰমত লৰচৰ হোৱাৰ আশঙ্কা থাকে, প্ৰত্নতাত্ত্বিকৰ তথ্য কিন্তু তথ্যই—ৰূপান্তৰিত হোৱাৰ সম্ভাৱনা নাই। গতিকেই, ঐতিহাসিকতকৈ ইতিহাস-সমলিয়াৰ সূক্ষ্মদৰ্শিতা অধিক দায়িত্বপূৰ্ণ আৰু গুৰুত্বপূৰ্ণ। যথাযথপক্ষে কবলৈ গলে, অবিকৃত তথ্য চিৰকলীয়া আৰু তাৰ ওপৰত ভেজা দি কৰা মন্তব্য সময়সাপেক্ষ।

অসমৰ বুৰঞ্জী-প্ৰণেতা চাৰ এডোৱাৰ্ড গেইট, গুৱাহাটীত থকা আমাৰ "ৰৰফুকন" বুলি গৌৰৱ কৰোঁতা আৰু অসমীয়া জাতিক ভালপাওঁতা কৰ্ণেল পি, আৰ, টি গৰ্ডন, মনীষী চাৰ আশুতোষ মুখোপাধ্যায়, আচাৰ্য্য প্ৰফুল্লচন্দ্ৰ ৰায়, কবি-গুৰু ৰবীন্দ্ৰনাথ ঠাকুৰ, মহাৰাজা মণীন্দ্ৰচন্দ্ৰ নন্দী, মহামহোপাধ্যায় পদ্মনাথ ভট্টাচাৰ্য্য বিদ্যাবিনোদ, অসমীয়া সদাগৰ ভোলানাথ বৰুৱা প্ৰভৃতি কীৰ্ত্তিমন্তসকলৰ যেয়ে গোসাঁইৰ লগত এখন্তেক কথা পাতিছিল সেয়ে তেওঁৰ সাত্ত্বিক প্ৰকৃতি, সাহিত্যানুৰাগিতা আৰু লোকক প্ৰত্যয় নিয়াৰ পৰা মধুৰ বাকশক্তি দেখি বিমুগ্ধ হৈছিল।

সাত্ত্বিক আৰু মহামনা এই প্ৰশস্তিসূচক শব্দ দুটি পিন্ধাব পাৰি সেইজনৰ কণ্ঠত যিজনৰ সুসম্পাদিত কাৰ্য্যসমূহৰ সুফল পাছৰ পুৰুষে পুৰুষানুক্ৰমে উপভোগ কৰি থাকিবলৈ পায় আৰু যিজনৰ ক্ষন্তেক বাক্যালাপেই আলাপ কৰোঁতা জনৰ মনত বিৰাটতাৰ থাবিৰকা ছাপ এটি মাৰি থৈ যায়। প্ৰত্নতাত্ত্বিক পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে ১৩।১৪ বছৰ বয়সৰপৰা মৃত্যুৰ আগমুহূৰ্ত্তলৈকে অৰ্থাৎ ১৮৮৪।৮৫ চনৰপৰা ১৯২৮ চনলৈকে প্ৰাণপৰিশ্ৰমেৰে চিন্তা-গৱেষণা, অধ্যয়ন-অনুসন্ধান কৰি অসমীয়া সাহিত্য-বুৰঞ্জীৰ ভঁৰালত যি বিভূতি সুৰাই থৈ গ'ল আৰু তেওঁৰ অমায়িক ভাবণ আৰু সাত্ত্বিক ব্যক্তিত্বৰ দ্বাৰাই অসমীয়া সাহিত্যৰ যি দৃঢ় ভেটি প্ৰতিষ্ঠিত হ'ল, তালৈ চাই তেওঁৰ কণ্ঠত সাত্ত্বিক আৰু মহামনা—এই বিশেষণ দুটা অকুণ্ঠিত ভাৱে পিন্ধাবই লাগিব।

( ২ )

ভালেমান লেখালেখি আৰু ভিতা-কেহা লগোৱা আলোচনাৰ মূৰত, ১৮৭৩ চনৰপৰা অসমত বঙলাৰ ঠাইত পুনৰ অসমীয়া চলাবলৈ ছুৱলীয়া লাটৰ চৰকাৰী আদেশ প্ৰচাৰিত হ'ল। কিন্তু, বাটত কণাবিধিয়ে পথালি দিলে; অসমীয়া ভাষা-বিৰোধী কিছুমান চৰকাৰী বে-চৰকাৰী লোকে আছকাল লগোৱাত ভাষাৰ প্ৰচলন সোনকালে নহল। ১৮৮১ চনৰ মাঞ্জুহ পিয়ৰ্চনৰ মন্তব্যত অসমীয়া ভাষাক পুৰণি বুলি স্বীকাৰ কৰিও, তলেপুতল দি বঙলা ভাষাকে চামৰ-পিৰা-পাৰি-দিয়া হ'ল। ভাৰতৰ ইম্পীৰিয়েল গেজেটীয়েৰৰ সম্পাদকেও বক্তব্যত মোখনি মাৰিলে, অসমীয়া ভাষাটো বঙলাৰে অপভ্ৰংশ বুলি। এনেবোৰ এচঁইীয়া অভিমতৰ উপৰিও অসমীয়া ভাষাৰ বিপক্ষতাচৰণ কৰোঁতা কেতবোৰ অপহতা-অসুৰাও ওলাল, চিএৰ-বাখৰ কৰি অসমত অসমীয়া ভাষা চলোৱাত প্ৰতিবন্ধক জন্মাবলৈ। স্থানীয় কৰ্তৃপক্ষসকলে এইবোৰ গতিগোত্ৰকে চাই, চৰকাৰৰ আদেশ সোনকালে পালন নকৰি লেহেম কৰিবলৈ ধৰিলে। চৰকাৰ আৰু পক্ষপাতদুষ্ট তলতীয়া কৰ্মচাৰী কিছুমানৰ গতিমতিয়ে স্পষ্টকৈ দেখুৱাই দিলে যে আমাৰ মাটিত বঙলা-সাপ মৰিল যদিও, নেগুৰৰ বিষ মৰা নাই।

"বিলম্বে কাৰ্য্য নাশ"। পোৱা-স্বত্বটোও এতিয়া হাততে হেৰায় দেখোন! মাতৃভাষাৰ এনে কুটা-কপলীয়া অৱস্থা দেখি অ, ভা, উ, সা সভাৰ সভ্যসকলে

'উৰি গ'ল শগুনী
পৰি গ'ল পাখি
কোন কোন বিষক
থৈছে ৰাখি'

বুলি শক্তি অনুসৰি যেয়ে যেনেকৈয়ে পাৰে তেনেকৈয়ে এই বিষ জাৰিবলৈ ধৰিলে। হেমচন্দ্ৰ গোস্বামীয়ে এই উদ্দেশ্যেই অ। ভা। উ। সা। সভা এখনত 'অসমীয়া ভাষাৰ' ৰচনা এখনি পাঠ কৰে। অসমীয়া ভাষা যে বঙলাৰপৰা সম্পূৰ্ণ স্বতন্ত্ৰ, তাক তেওঁ পৌৰাণিক যুগৰপৰা আৰম্ভ কৰি বুটিছুৰ দিনলৈকে ঐতিহাসিক প্ৰমাণেৰেসৈতে কৈছিয়াই দেখুৱায় আৰু একোটা যুগৰ সন্ধিক্ষণত ভাষাই কেনেকৈ ৰূপ সলায়, তাকো দেখুৱায়। নেগুৰীয়া বিষ উৰুৱাৰ এই

কাঁকিয়েই হাতে-হাতে গুণ পোৱা নয়। ইয়াৰ আল আৰু কোৰ ইমান চখা আছিল যে তাৰ ওফোৰাই পঠিয়াবলৈ বিষ-খুৰা নেগুৰ ডালেও আকৌ উভতি কেঁট তুলিবলৈ আৰম্ভ-কৰিলে। এই কেঁট তোলাত প্ৰায় সমগ্ৰ বঙলা ভাষাভাষীয়েই বল দিছিল। সিবিলাকৰ মাজত গোসাঁইৰ ৰচনা বা প্ৰবন্ধই কেনেকুৱা প্ৰতিক্ৰিয়া কৰিছিল, তাৰ আভাস এটি দিলে হে "অসমীয়া ভাষা" প্ৰবন্ধটোৰ ব্যাপকতাই কিমান দূৰলৈকে ভেজিছিল বুজিব পৰা হব।

সেই সময়তে "প্ৰবাসের অস্ফুট স্মৃতি" নামে এখনি ভ্ৰমণমূলক পুস্তিকা প্ৰকাশ হয়। গ্ৰন্থকাৰজন অসমীয়া ভাষাতঙ্কগ্ৰস্ত বুলি তেওঁৰ লেখাৰপৰা ভালকৈ বুজিব পাৰি। পুস্তিকাখনি সৰু। সৰু হ'লেও, বিষৰ কি সৰু-বৰ আছে? এৰেঁই পুস্তিকাত থুমুৰাই যিবাৰ মাত দিছিল, সেইবাৰেই "বঙ্গীয় সাহিত্য পত্ৰিকাৰ লব্ধপ্ৰতিষ্ঠ সম্পাদক" আৰু "বঙ্গীয় সাহিত্য পৰিষদ পত্ৰিকাৰ" সম্পাদক স্বনামখ্যাত ৰজনীকান্ত গুপ্ত"ৰ মুখতো ঘিটিঙাই বাজিছিল।

"অস্ফুট স্মৃতি" লেখকৰ পুথিত স্ফুট হৈছিল :—

"সম্প্ৰতি আসামী ভাষায় লিখিত "জোনাকী" নামক সাময়িক পত্ৰে অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাৰ" সম্পাদক, ধীমান শ্ৰীযুক্ত হেমচন্দ্ৰ গোস্বামী মহাশয়, বাঙ্গালা ও আসামী ভাষাৰ স্বাতন্ত্ৰ্য প্ৰতিপাদনে ততোধিক পাণ্ডিত্য প্ৰকাশ কৰিয়াছেন। * *

"দুঃখেৰ বিষয়, বঙ্গভাষাৰ সহিত "অসমীয়া ভাষাৰ" ঘনিষ্ঠ সম্বন্ধেৰ কথা কৌশলে গোস্বামী মহাশয় লোপ কৰিবাৰ চেষ্টা কৰিয়াছেন।" * *

"শঙ্কৰদেৱেৰ সময়ে মিথিলা ও উৰিষ্যা বঙ্গদেশভুক্ত ছিল। ঐ সমস্ত প্ৰদেশেৰ কথাও বঙ্গভাষাৰ অঙ্গভূত ছিল—সুতৰাং শিক্ষা ও সংস্ৰৱ গুণে ঐ সকল স্থানেৰ কথা তাহাৰ ৰচিত গ্ৰন্থে সহজেই প্ৰবিষ্ট হইয়াছে……শঙ্কৰদেৱেৰ সময়ে বঙ্গ ও মিথিলায় একই অক্ষৰ চলিত। তিনিও বঙ্গদেশে ঐ অক্ষৰ শিখিয়া স্বদেশ প্ৰত্যাবৰ্ত্তনপূৰ্ব্বক সেই অক্ষৰেই আপন গ্ৰন্থ লিখিয়াছিলেন।"

স্বৰ্গদেৱসকলৰ ৰাজত্ব আৰম্ভ হোৱাৰ বহু পূৰ্ব্বৰপৰা অসমত অসমীয়া ভাষা স্বতন্ত্ৰীয়া ভাৱেই চলি আহিছে বুলি কোৱা কথাষাৰত হে 'স্মৃতি' লেখকৰ গা-মন চেংচেঙাই গৈছিল।

সি বাৰু বি-কি-নহওক' এনেবোৰ শোষকনীয়া মন্তব্যৰপৰা লাভৰ ভিতৰত এইটোৱেই হলগৈ যে অ, আ, উ সভাৰ সভ্যসকল আগতকৈও দুগুণে সজাগ,

সঙ্গম আৰু শক্তিমন্ত হৈ উঠিল। ইয়াৰ পিছত কেইবা বছৰো সকলোৱে উবুৰি খাই ধাৰাসাৰে মাৰ দিয়াত নেওৰীয়া বঙলা-বিষ পানীকৃত্য হৈ উৰি গ'ল আৰু অসমীয়া ভাষাক জয়-জয় ময়-ময় কৰিবলৈ সকলো বাট মুকলি হৈ ওলাল।

হেমচন্দ্ৰ গোস্বামীও ওলাল, পুৰণি সাহিত্যৰ সম্পদ বিচাৰি আনি সেইবোৰ মথি জলজলীয়া প্ৰমাণেৰে অসমীয়া ভাষাৰ প্ৰাচীনত্ব গজগজীয়া কৰিবলৈ। বিশ্ববিদ্যালয়ৰ ছাত্ৰ হৈ থকা অৱস্থাত সকলোৰে অন্তৰত সাহিত্য চৰ্চ্চা কৰা বা সাহিত্যৰ প্ৰতি সহানুভূতি দেখুৱা ধাউতিটো প্ৰবল ভাৱেই জন্ম লয়। কিন্তু শিক্ষা সাঙ্গ কৰি সংসাৰ-ক্ষেত্ৰত প্ৰবেশ কৰিলেহিয়েই সেই ধাউতি ধোঁৱা হৈ উৰি যায়। আটাইৰে যে তেনেকৈ উৰি যায় এনে নহয়, বহুতৰ কিন্তু যায়। হেমচন্দ্ৰ গোস্বামী আছিল এই সোৰোপা-শৰীৰ। গ্ৰেজুৱেট হ'বলৈ সকলোৱে হাবিয়াস। দেশ আগ্ৰত হওক—এই ভাৱ লৈ, দিনে নিশাই সাহিত্য-সেৱাত লাগি থাকোতেই সকলোৱে হামখাও কাঢ়ি কুৰা বি, এ, ডিগ্ৰীটো লোৱাৰ পৰাও তেওঁ বঞ্চিত হ'ল। তথাপি হতাশ নহ'ল; সংসাৰ-ক্ষেত্ৰত প্ৰবেশ কৰিও মৰণ কাললৈকে সাহিত্যৰ বিৰিখ অবিহণাকে যাচি থাকিল।

১৮৯৪ চনত, কলিকতা এৰি তেওঁ আৰম্ভ কৰি যোৱা গুৱাহাটীৰ প্ৰাইভেট স্কুল এটিত হেডমাষ্টৰ হয়হি। তাত দুমাহ কাম কৰাৰ পিছত, স্কুল প্ৰতিষ্ঠাপক সোণাৰাম উকীলেৰেসৈতে মতভেদ হোৱাত কাম ইস্তফা দিয়ে। ঠিক সেই সময়তে, আসামৰ অস্থায়ী চীফ্ কমিছনাৰ মিঃ চি জে লায়ালে হাতে লিখা পুৰণি বুৰঞ্জী আৰু পুথি-বিলাক উদ্ধাৰ কৰিব লাগে বুলি এটি প্ৰস্তাৱ কৰে। প্ৰস্তাৱৰ তাৰিখ ১৮৯৪ চনৰ ১৮ জুলাই। তেতিয়া "আসামৰ বুৰঞ্জী" লেখক এডোৱাৰ্ড গেইট আছিল কৃষি আৰু ৰাজহ বিভাগৰ বৰমূৰীয়া বিষয়া। জাতিতত্ত্ব বিভাগৰ অনৰেৰী ডাইৰেক্টৰৰ ভাৰো আছিল তেওঁৰ গাতেই। লায়ালৰ নিৰ্দ্দেশ অনুসৰি গেইটে সেই চনৰ অক্টোবৰ মাহলৈকে স্থানীয় ভদ্ৰলোক আৰু জিলাধিপতিসকলৰ যোগেদি ১৭ খন বুৰঞ্জী সংগ্ৰহ কৰিব পাৰিলে। তাৰে ছখন আহোম ভাষাত লিখা আৰু ১১ খন অসমীয়া ভাষাত। অসমীয়া কিখনৰ ভিতৰতে গুৱাহাটীৰ ঘনকান্ত সিংহ যুৱৰাজৰ পত্নী মাহেশ্ৰী দেৱীৰ ঘৰত পোৱা বহলাৰীয়া বুৰঞ্জীখনো এখন। এইখন পুথি ভুবনৰাম দাসে (পাছত ৰায়বাহাদুৰ) বঙলা অক্ষৰেৰে

আনিছিল। দাস ভাণ্ডাৰীয়াই পুথিয়ে-সৈতে পৰিচয় পত্ৰ দি হেমচন্দ্ৰক গেইটৰ ওচৰলৈ পঠিয়ায় আৰু হেমচন্দ্ৰই ১৮৯৪ চনৰ ১ নবেম্বৰ তাৰিখে গেইটক দেখা কৰে। গেইটে গোসাঁইক বুৰঞ্জীখন ইংৰাজীলৈ অনুবাদ কৰিবলৈ কয় আৰু মূল পুথিখনৰ প্ৰতিলিপি এটি খোজে। গোসাঁয়ে বৰ দক্ষতাৰে অনুবাদ আৰু প্ৰতিলিপি কৰি ১৮৯৫ চনৰ ১৩ আগষ্ট তাৰিখে চাহাবক বুৰঞ্জীখন শোধাই দিয়েগৈ আৰু সেই কামৰ বাবে ৯০৲ টকা পাৰিতোষিক পায়।

এই বুৰঞ্জীৰ অনুবাদ আৰু প্ৰতিলিপিতেই হেমচন্দ্ৰ গোস্বামীৰ কীৰ্ত্তি-কেঁকুৰি আৰম্ভ। তাতেই গেইট-গোসাঁই দুই ৰতনৰ চিনাচিনি হয়। সমসাময়িক ইংৰাজ বিষয়াবিলাকো তেওঁত আকৃষ্ট হয়। সেই ডেকা-কালতে গোসাঁই যে ভাষা-সাহিত্যৰ পৈণত অনুৰাগী, এই কথাও এডোৱাৰ্ড গেইটে বঢ়িয়াকৈ বুজে। প্ৰথম সাক্ষাততে গোসাঁইৰ প্ৰতি তেওঁৰ যি ধাৰণা হৈছিল, বুৰঞ্জীৰ সুৰলা আৰু নিৰ্ভুল অনুবাদ আৰু মুকুতা হেন হস্তলিপিয়ে সেই ধাৰণা ডহডহীয়া কৰি পেলালে। অসমীয়া ভাষা-বুৰঞ্জীত তেওঁৰ পকা অভিজ্ঞতা পকাটো ঠাৱৰ হ'ল।

ইতিমধ্যে, চীফ কমিছনাৰৰ অফিচত অসমীয়া-ইংৰাজী জনা এজন কেৰেণীৰ আৱশ্যক হয়; বিশ্ববিদ্যালয়ৰ ভালেমান এম-এ উপাধিধাৰী উমেদাৰেও কামটোৰ নিমিত্তে দৰ্খাস্ত দিছিল। চৰকাৰী নিৰ্ব্বন্ধমতে তেওঁবিলাকৰে এজনে সেই কাম পাবও লাগিছিল। কিন্তু বিশেষ গুণ থকাৰ নিমিত্তে অণ্ডাৰ গ্ৰেজুৱেট হোৱা সত্ত্বেও হেম গোসাঁইক যাচি-দিয়া-দি সেই কাম দিয়া হ'ল, আৰু ১৮৯৫ চনৰ ২ ডিচেম্বৰ তাৰিখৰপৰা মাহে ৭৫ টকা দৰ্মহাত গোসাঁয়ে চীফ্ কমিচনাৰৰ অফিচত প্ৰৱেছনাৰ স্বৰূপে কাম কৰিবলৈ ধৰিলে।

১৮৯৫ চনৰ নবেম্বৰপৰাই তেওঁ অসমীয়া জাতিৰ সাংস্কৃতিক বিষয়ক জানিবলগীয়া সকলো কথাৰ ভু-ভা, এথ্নগ্ৰেফী (জাতিতত্ত্ব) বিভাগৰ অনবেৰী ডাইৰেক্টৰ এডোৱাৰ্ড গেইটক দি আছিল। সেই আপাহতে, (পাছকালৰপৰা ধৰা খাটনিৰ "অনুগ্ৰহত" নহয়) ১৮৯৭ চনৰ ১৭ মে তাৰিখে পদোন্নতি কৰি ডেৰ বছৰৰ মূৰত তেওঁক চব ডেপুটী কলেক্টৰ কামত নিগাজী কৰে। বহুত গ্ৰেজুৱেটৰ দাবী অগ্ৰাহ্য কৰি তেওঁক প্ৰৱেছনাৰ কামত লোৱা বাবে বাইজৰ মাজত অসন্তোষৰ সৃষ্টি হ'ব পাৰে বুলি অলপ আশঙ্কা হৈছিল। কিন্তু অভ্ৰশৰৰ গুহৰ নিচিনা সেই কালৰ প্ৰতিপত্তিশালী বুদ্ধিয়াল লোকেই বেতিয়া যোগ্যজনক যোগ্য কামত নিযুক্ত

কথা হৈছে বুলি অভিমত প্ৰকাশ কৰিলে আৰু "টাইমচ অৱ আসাম" কাকতেও আনন্দ প্ৰকাশ কৰি চৰকাৰক শলাগিলে, সংশয় কৰিবলৈ আৰু একো নেথাকিল।

বিশ্বস্ততা, দায়িত্বশীলতা আৰু কৰ্ত্তব্যনিষ্ঠাৰ গুণত তেওঁ দোপতদোপে ওপৰলৈ উঠি ১৯২৫ চনত ছুটি লৈ, ১৯২৬ চনত ই, এ, চি পদৰপৰা একেবাৰেই ( চৰ্কাৰী কামৰপৰা ) অৱসৰ গ্ৰহণ কৰে।

ইয়াৰ ভিতৰতে তেওঁ ভালেমান বছৰ অসম উপত্যকাৰ কমিছনাৰ চাহাবৰ পাৰ্চনেল এচিষ্টেণ্ট হৈও আছিল। কমিছনাৰ গৰ্ডন ছাহাবৰ যে তেওঁ সোঁ-হাত সোঁ-চকুৱেই আছিল বুলিব লাগে। কিয় নো, সেই সময়ত আমাৰ ভাষা, বুৰঞ্জী, ধৰ্ম্ম, সমাজ, বিষয়া-নিযুক্তি আৰু অসামৰিক বিধিব্যৱস্থা প্ৰণয়ন ইত্যাদি প্ৰত্যেকটো বিষয়তে, অসমীয়াৰ স্বাৰ্থ ৰক্ষাত সদায়-তৎপৰ গৰ্ডনে গোসাঁইক নোসোধাকৈ একো কামতে হাত দিয়া নাছিল। গৰ্ডন-গোসাঁইৰ ভৰ-নপৰা উদ্যম আৰু আশাশুধীয়া অসমীয়া প্ৰেমে "হেমকোষ" উদ্ধাৰৰপৰা আৰম্ভ [illegible] গুৱালপাৰাত অসমীয়া ভাষাক স্থিতাপি দিয়ালৈকে, কিমান নো কি নকৰিলে! সেইবোৰ নেদেখা বা নজনা, নতুবা, স্বজনা মানুহ কেও নাই বুলিলেই হয়। চমু চপাই কবলৈ হ'লে, গৰ্ডন-আন্দোলনৰ অন্তৰালত থাকি, হেম গোসাঁয়ে ছগৰ জিলাৰ উন্নতিবিধায়ক ব্যৱস্থাৰ চেৰেকী ঘূৰাইছিল আজৰি নোহোৱাকৈ। ৬ ফুট ২ ইঞ্চি ওখ, হটঙা গৰ্ডন চাহাবৰ মূৰটো যে ৫ ফুট ৫ ইঞ্চি ওখ, খাটুৱা হেম গোসাঁইৰ মূৰটোৱে বলাব পাৰিছিল, তাতে হে আচৰিত! গৰ্ডনে যেনেকৈ গোসাঁইৰ মোল বুজিছিল, তেনিসাক ইংৰাজ বিষয়াবো তেওঁৰ কাৰ্য্যদক্ষতা আৰু সাহিত্যানুৰাগিতাৰ মোল সুবুজাকৈ থকা নাছিল। আন কি, তেওঁৰ কিছুমান ভিতৰুৱা পৰামৰ্শমূলক টোকা পঢ়ি চীফ্ কমিছনাৰো গোসাঁইৰ প্ৰতিভাত মুগ্ধ হৈছিল। পাৰ্চনেল এচিষ্টেণ্ট হৈ থাকোঁতেই, তেওঁৰ বিদ্যা-বুদ্ধি আৰু সকলো কামৰ পাৰগতা চৌফলীয়া ব'দৰ দৰে কেউপিনে প্ৰকাশ পায়। এহাতে ছগৰ জিলাৰ শাসন-কাৰ্য্য সুচাৰুৰূপে চলোৱাৰ দিহা-বুদ্ধি দিব লাগে, আনহাতে হেকা নপৰাকৈ অসমীয়াৰ স্বাৰ্থ ৰক্ষা কৰি চাকৰি জীৱনৰ কৰ্ত্তব্যও সমাধা কৰিব লাগে; এইবোৰৰ উপৰিও আকৌ "ৰাজ ভগনৰপৰা কলখোকা বাছুলিয়ে খোৱালৈকে" ৰজা-প্ৰজা উভয় ৰবৰে আউল মাৰিব লাগে। ইমান কামৰ হেঁচাত পৰিও তেওঁ ভৰৰ-নগোৱাকৈ মাতৃভূমি মাতৃভাষাৰ উন্নতিকল্পে চিন্তা কৰিবলৈ এখন্তকো পিঠি দিয়া নাছিল।

চৰ্‌ডেপুটী কলেক্টৰ হৈ থাকোতে অফিছত, কি, মফচললৈ গ'লেও তেওঁৰ আটাইতকৈ আগ-কাম আছিল, মণ্ডল-কাননগুৰ হতুৱাই পুৰণি পুথি পাঁজিৰ খুভা লোওৱা; চেটোলমেণ্ট অফিছাৰ হওঁতেও অফিছৰ কৰ্মচাৰী আন আন বিষয়াবিলাকক মৌখিক আদেশ-অনুৰোধেৰেই পুৰণি পুথি, পুৰণি তত্ত্ব অন্বেষণ কৰিবলৈ লগাইছিল; ই, এ, চি হৈ থাকোঁতে হাকিমী আদেশেৰে ঐতিহাসিক সম্পদ সংগ্ৰহ কৰোৱাৰ যে কথাই নাই, য'ত সেই আদেশ বলবৎ কৰিব নোৱাৰি বা কৰোৱাটো অনুচিত, ত'লৈ অৰ্থাৎ থানসত্ৰসমূহলৈ তেওঁ নিজেই গৈছিল। গৈ, তাত থকা শাস্ত্ৰ, চৰিত পুথি, বুৰঞ্জী পুথি আদি পৌৰাণিক পুথি-পত্ৰসমূহ তন্নতন্নকৈ পঢ়ি চাইছিল। ইমানতে পুৰাতত্ত্ব অনুসন্ধানৰ সামৰণি পৰা নাছিল। তামৰ ফলিৰ লিপি, শিলালিপি, মুদ্ৰালিপি আৰু অন্যান্য বুৰঞ্জী-মূলক লিপি চকুত-চলিছা-লগাকৈ জুপি-জুপি পঢ়ি, তাৰপৰা সত্যসাৰখিনি উদ্‌ঘাটন কৰিছিল। চৰ্কাৰৰ চাকৰি সকলোৱে কৰে, বহুতে চাকৰি কৰি টকাৰ স্তূপ বাজে, কিন্তু আৰ্থিক উন্নতিৰ ফালে নোচোৱাকৈ শৰাইঘটীয়া আদৰ্শেৰে অনুপ্ৰাণিত হৈ, নৱন্যাস যুগৰ কৰ্মযোগী হেমচন্দ্ৰ গোস্বামীৰ দৰে কেইজনে "এক হাতে দুই ফল ধৰিব" পাৰে? অৰ্থাৎ একালে বিদেশী চৰকাৰক সন্তুষ্ট ৰখা আৰু ইফালে জন্মভূমিৰ গৌৰৱ উজলোৱা—এই দুয়োটা কাম তালে-কাকে মিলাই কেইজনে কৰিব পাৰে?

১৯১২ চনত চীফ কমিছনাৰ চাৰ আৰ্চডেল আৰ্লৰ আদেশ-অনুসৰি হেমচন্দ্ৰ গোস্বামীক ছমাহৰ নিমিত্তে পুথি অনুসন্ধানৰ কামত আচুতীয়াকৈ নিযুক্ত কৰা হয়। এই বাছনিত 'আসাম বন্তিৰ' যে কথাই নাই, ইংৰাজী কাকত "টাইমচ অৱ আসামে"ও সন্তোষ প্ৰকাশ কৰি লেখিছিল—

"পুৰাতত্ত্ব অনুসন্ধানেই যাৰ স্বাভাৱিক প্ৰবৃত্তি আৰু আমাৰ লুপ্ত গৌৰৱৰ চিন এচাইীমান উদ্ধাৰ কৰিবলৈকো যাৰ মন সততে উৰাউল হৈ থাকে, আমাৰ পুৰণি পুথি অনুসন্ধান আৰু সংগ্ৰহৰ নিমিত্তে সেইজনেই সঁচাকৈয়ে যোগ্যতম ব্যক্তি।"

কামত নিযুক্ত হৈয়েই তেওঁ পুথি থকাৰ উহ বিচাৰি-বিচাৰি আমাৰ প্ৰায় সকলো জিলাকৈ যাবলগীয়া হৈছিল। কোচবেহাৰলৈও গৈছিল। অসমীয়া মানুহৰ নিমিত্তে পুৰণি পুথি পৰম আগুৰ বস্তু, তাক তেওঁবিলাকে বাপতিসাহোন ৰূপে সাঁচি থয় আৰু কেতিয়াও কাকো হাত-এৰি নিদিয়ে। তথাপি, পুথিৰ

মমতা এৰিব নোৱৰা এনেকুৱা হাতটান মানুহৰপৰাও গোসাঁয়ে পুথি উলিয়াই আনিছিল। তেওঁ এনেভাৱে পুথিগিৰিহঁতৰ মনবুজি মনগলোৱা কথা ক'বলৈ ধৰে আৰু লোক-সগাদি-লাগি থাকে যে গিৰিহঁতজনে মুখ-হৰিব নোৱাৰি, কৰবাৰ আজোককাকহঁতৰ দিনৰপৰা সাঁচি থোৱা পুথি একোখনিকো সিংহাসন বা থাপনা, নাইবা, আত্তালৰপৰা আনি হৰ্ষচিত্তে গোসাঁইৰ হাতত অৰ্পণ কৰেহি। পুথি সগা বুজিটোলৈ চালে, ন'কৈ নোৱাৰি যে হেম গোসাঁই অকল প্ৰত্নতাত্ত্বিকেই নহয়, মনস্তাত্ত্বিকো।

এই "চকৰত" তেওঁ নিজে খুজি বা কিনি আনি গোটোৱা আৰু আগেয়েও গোটাই আনি থোৱা, জিলাধিপতিসকলে অনাই দিয়া পুথি সৰ্ব্বমুঠ ১২০০ মান হৈছিলগৈ। সময় পোৱা হ'লে, আৰু সংগ্ৰহ কৰিব পাৰিলেহেঁতেন। ছমাহৰ ভিতৰত যিখিনি পালে, তাকে পোনে-পোনে আনি কমিছনাৰৰ অফিচত জমাকৈ থোৱালে। তাৰ পিছত, তেৱেঁই গুৰিত-থাকি-চলোৱা কামৰূপ অনুসন্ধান সমিতিৰ পুথিভঁড়ালতৈ সেইবোৰ অনোৱা হল।

এনেতে, গৱৰ্ণমেণ্টে স্থিৰ কৰিলে যে পুথিবিলাক ভালকৈ সংৰক্ষণ কৰিব লাগে আৰু পোনেই তাৰ তালিকা এখনি কৰি প্ৰত্যেক পুথিৰে আভাস মাত্ৰ পৰিচয় একোটা দিব লাগে। পৰিচয়ত থাকিব লাগিব পুথিৰ নাম, গিৰিহঁতৰ নাম আৰু বিৱৰণ, লেখকৰ নাম, লেখাৰ শক-তাৰিখ আৰু বিষয় বস্তুৰ চমু বিৱৰণ। এই গোটেইখিনি কথা ইংৰাজী ভাষাত লেখি পুথিৰ আকাৰেৰে পাছত তালিকাখন ছপাই প্ৰকাশ কৰিব লাগিব। ই, এ, চি কামৰ লগতে, ১৯১৪ চনৰ ১ জুনৰপৰা হেমচন্দ্ৰ গোস্বামীক আকৌ ছমাহৰ নিমিত্তে সেই বৃহৎ কাম সম্পাদন কৰাৰ ভাৰটোও দিয়া হল।

গোসাঁয়ে ১৩৩৪ খন সাঁচিপতীয়া পুথি পঢ়ি, সেইবিলাকৰ ভিতৰৰপৰা লাগতিয়াল-অলাগতিয়ালখিনি ভাগে-ভাগে থুকিয়াই লৈ লাগতিয়ালখিনিৰ ভাবাৰ্থ-চুম্বক উলিয়াই চৰ্কাৰী নিৰ্দ্দেশমতে জুটিয়াব এজনো নোহোৱাকৈয়ে নবিয়া গাৰেই ২৩৩ খন পুথি ইংৰাজীলৈ সম্পাদনা কৰি উলিয়ালে। সেই পুথিকে "অসমীয়া পুথিৰ বৰ্ণনামূলক তালিকা" নাম দি ১৯২৭ চনত গৱৰ্ণমেণ্টে প্ৰকাশ কৰিলে। গোসাঁয়ে তালিকাখন সম্পূৰ্ণ কৰিব নোৱাৰিলে। ৫২৫ খন পুথিৰ তালিকা যুক্ত কৰা হৈছিল, কিন্তু চৰ্কাৰৰ খচখচনিত পৰি সেই ২৩৩ খনতে সামৰিব লগা হ'ল। বাকীখিনি লেখাতেই থাকিল।

ইমান খৰধৰকৈ হাতত লোৱা কামটো আদখিনিতে এৰিব নেলাগিলহেতেন, যদি যুদ্ধৰ লগতে আমাৰ চকুচৰহা কিছুমানেও বাতৰি কাকত আৰু ( তেতিয়াৰ ) ব্যৱস্থাপক সভাত সংগৃহীত পুথিসমূহ সুৰক্ষিত আৰু সম্পাদিত হোৱাত ব্যতিক্ৰম ঘটিছে বুলি গোসাঁইৰ ওপৰত দোষাৰোপ কৰি ৰৌজাল-বৌজালকৈ সমালোচনা নকৰিলেহেতেন।

কমাৰে দুখীয়াৰ লোৰ দুখ সুবুজাৰ দৰে হেম গোসাঁইক ভাৰ দিয়া কামটোৰ দুখ সমালোচকসকলে বুজিব পৰা নাছিল। তথাপি, তেনেবোৰ অজ্ঞ লোকৰে, চেৰেউ-ফেৰেউবোৰ যেতিয়া 'আসাম ব্যৱস্থাপক' সভাত প্ৰতিধ্বনিত হ'লগৈ তেতিয়া এইচ চি বাৰ্ণছে ( H. C Barnes ) পুথি সংগ্ৰহ সংৰক্ষণ-সম্পাদনাৰ কথাটো এইদৰে খৰচি মাৰি বুজাই দিলে :—

"For the information of those who may not know, I should like to say that the Assamese Puthis are written on leaves made of the bark of a tree—the Sanchi tree. They are written some in Sanskrit and some in very old Assamese character. They are works of great interest and in many cases of considerable historical value, and the Govt. has always, since its attention was called to their existence, held the idea that it would be a sound thing to take measures to preserve these Puthis, to print them, and to have them translated into English Accordingly, just before the War began on the Ist June 1914 the Govt. deputed Sreejut Hem Chandra Goswami, Extra Asst. Commissioner, to special duty for six months to make a collection of these Puthis, and to make a catalogue. The catalogue was not merely to be a list of the Puthis, but it was to give an account of the origin of the Puthis, an account of the persons from whom they were obtained—they are in most cases family heirlooms of value —and he had also to read the Puthis through and in some cases to transliterate them, and the work in addition to that involved a great deal of research in order to give a proper description to the Puthis which would satisfy and be useful to scientific people, that work was carried on ; but owing to the economy necessary during the war it was no

longer possible to keep an officer on special duty, still this officer has worked on this compilation in his spare time— between his arduous duties as a Magistrate, I am glad to say that although the work was hindered by his transfer to Jorhat and partly by ill-health, he has now completed the catalogue ; and it is very interesting production, a very interesting and scholarly production which will be of great value......."

অসমীয়া আৰু সংস্কৃত ভাষাত লিখা পুৰণি পুথিবিলাকৰ তালিকাখন ওপৰত কোৱা-নিয়মে সজাই-পৰাই ছপাকৈ উলিয়াৰ পিছত, সকলোৰে চকুত কামটো নিচেই উজু যেন লাগিছিল। কিন্তু, বুজা লোকেহে তাৰ দুখ মৰ্ম্মে মৰ্ম্মে উপলব্ধি কৰিছিল। বাৰ্গছ চাহাবৰ উল্লিখিত বিবৃতিয়ে গোসাঁইৰ কামত আ[illegible] ধৰা-বিলাকৰ মুখকে যে অকল মাৰিলে এনে নহয়, গোসাঁইৰ অধ্যয়ন-পৰিশ্ৰমৰ প্ৰতি কথাৰ চলতে ওলগো জনালে।

১৯১৯ চনৰ পূজা-বন্ধত, তেজপুৰত অসম-ছাত্ৰ—সন্মিলনৰ চতুৰ্থ অধিবেশন বহে। সভাপতি আছিল বঙ্গনেতা, বঙ্গীয় সাহিত্য-সন্মেলনৰ ভূতপূৰ্ব সভাপতি আৰু ভাৰতবিখ্যাত বিজ্ঞানাচাৰ্য্য প্ৰফুল্লচন্দ্ৰ ৰায়। তেওঁ সভামণ্ডপৰ তলতে থিয় হৈ প্ৰকাশ্যে ঘোষণা কৰে :—

"বঙলাতকৈ অসমীয়া গদ্য সাহিত্য বহুত পুৰণি···। এই কথা আজি অসম ছাত্ৰ সন্মিলনৰ সভাপতি হৈয়েই যে কৈছোঁ এনে নহয়, বঙ্গীয় সাহিত্য সন্মেলনৰ ভূতপূৰ্ব সভাপতি আৰু বঙ্গদেশৰ প্ৰতিনিধি হিচাপেও কৈছোঁ। ইয়াতে যদি কোনোবা অসমীয়া পণ্ডিতে অসমীয়া সাহিত্যৰপৰা ধাৰ কৰি নিয়া সম্পদেৰেহে বঙলা ভাষাটো চহকী হৈছে বুলি কয়, তেন্তে তেওঁৰ কথা সততাই ওকথোৱা টান হব।"

আচাৰ্য্য ৰায়ৰ নিচিনা মনীষী এগৰাকীৰ সোণকণৰ মুখৰপৰা ওলোৱা এই কথা কেইষাৰে অসমীয়া ভাষাৰ গৌৰব কিমান বঢ়ালে তাক কোৱা বাহুল্য মাথোন। এই গৌৰৱৰ ভৰিতে আছিল হেমচন্দ্ৰ গোস্বামী।

তেজপুৰ-অভিমুখে আহি আচাৰ্য্য ৰায় গুৱাহাটী পাওঁতে-নৌপাওঁতেই হেম গোস্বামীয়ে তেওঁক লগ ধৰে আৰু অসমীয়া সাহিত্যৰ পুৰণি সম্পদবিলাক দেখুৱায়; লগতে ভট্টদেৱৰ "কথাগীতা" থলো। কথাপ্ৰসঙ্গতে ভট্টদেৱ যে

শ্রীচৈতন্য দেৱৰ সমসাময়িক, তাকো পদে-প্ৰমাণে বুজাই দিয়ে। হেম গোসাঁয়ে যদি তেতিয়াই "কথাগীতা" খন নেদেখুৱালেহেতেন আৰু তেওঁ শ্ৰীচৈতন্যদেৱৰ সমসাময়িক বৈষ্ণৱ ধৰ্মপ্ৰৱৰ্ত্তক বুলি বুজাই নিদিলেহেতেন, আচাৰ্য্য ৰায়ে ছাত্ৰ-সম্মিলনৰ সভাপতি হৈ কোনো কোনোৰ বুকু হমৃহমাই যোৱাকৈ "বঙ্গালতকৈ অসমীয়া গদ্য পুৰণি" বুলি কেতিয়াও ডিঙাই কব নোৱাৰিলেহেতেন বা নকলেই-হেতেন।

১৯০৭ চনত অসমীয়া সাহিত্যৰ আঁতিগুৰি আৰু ক্ৰমোন্নতিৰ বিষয়ে পৰিপাটিকৈ জানিব খুজি অসম-গৱৰ্ণমেণ্টে কটন কলেজৰ প্ৰিন্সিপেল এফ্‌, ডব্লিউ চুড্‌মাৰ্চন চাহাবক অনুৰোধ কৰে—তেওঁ যেন অসমীয়া জনা সুবিজ্ঞ লোকেৰে সৈতে পৰামৰ্শ কৰি সেই বিষয়ে সকলো কথা বিৱৰি লেখি পঠিয়ায়। হেম গোসাঁই তেতিয়া তেজপুৰত ই, এ, চি হৈ আছিল। চুড্‌মাৰ্চনৰ চিঠি পাই তেওঁ ৺পদ্মনাথ গোহাঞি বৰুৱাৰেসৈতে লগ লাগি অসমীয়া ভাষা-সাহিত্যৰ আমূল ইতিবৃত্তটি এটি লেখে আৰু সেইটিকে এতিয়াও "অসমীয়া সাহিত্যৰ চানেকি"ত ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাদেৱে ভিলিকাই থৈছে।

বাৰ্লিন বিশ্ববিদ্যালয়ৰ ভাৰতীয় ভাষাতত্ত্বৰ অধ্যাপক এইচ ভোঁ গ্লোচেনেপ পি এইচ ডিয়ে "অসমীয়া সাহিত্যৰ চানেকি" খন ইমান মূল্যবান বুলি ভাবিছিল যে তেওঁ সেই পুথিৰ কিছু অংশ তেওঁ প্ৰণয়ন কৰা গ্ৰন্থত সন্নিবিষ্ট কৰিবলৈ লৈছিল আৰু সেই বাবেই হেমচন্দ্ৰ গোস্বামীক অসমীয়া ভাষা-সাহিত্যৰ চমু-বুৰঞ্জী এটি দিবলৈ অনুৰোধ কৰিছিল। তাতে এইটোও, অধ্যপক গৰাকীয়ে কৈছিল—"জাৰ্মাণ ভাষাত লেখা গ্ৰন্থখনৰ ৭০০০ ছপা হব। আপোনাৰ টোকাটি ওলালে, আপুনিও জাৰ্মেণীত সুখ্যাতি লাভ কৰিব।"

নানান কাৰণৰ নিমিত্তে গুৱালপাৰত অসমীয়া ভাষা পূৰ্ণমাত্ৰায় চলিবলৈ এতিয়াৰ পোৱা নাছিল। ১৯১২ চনত চীফ্‌ কমিছনাৰে তাত অসমীয়া চলিবলৈ আদেশ জাৰি কৰে। কিন্তু সেই আদেশ কাৰ্য্যকৰী কৰাত কিছুমান আসোঁৱাহে দেখা দিলে। আসোঁৱাহবোৰ আঁতৰোৱাৰ উপায় বুধি খুজি তেতিয়াৰ স্কুলসমূহৰ এচিছেণ্ট-ইন্‌স্পেক্‌টৰ দুৰ্গাধৰ বৰকটকীয়ে হেম গোসাঁইলৈ এখন চিঠি দিছিল। সেই চিঠিৰ উত্তৰত গোসাঁয়ে লেখিলে :—

"২২।৫।১৯১২

আপোনাৰ ১৭ তাৰিখৰ চিঠিৰদ্বাৰা চীফ্ কমিছনাৰে গুৱালপাৰত বঙলাৰ ঠাইত অসমীয়া চলাবলৈ স্থিৰ কৰা শুনি বৰ বং পাইছোঁ। এইটোৱেই আমাৰ সোণাময় ছেগ, এতিয়াই চলাব পাৰিলে অসমীয়া ভাষাৰ জয়, নোৱাৰিলেই আৰু চিৰকাললৈ গল। শ্ৰীযুত সত্যনাথ বৰা, শ্ৰীযুত তৰুণৰাম ফুকন আৰু জনদিয়েকেইসৈতে গোট খাই আপোনালৈ সম্ভাব্য প্ৰশ্ন তিনিটাৰ সমিধান লেখি পঠিয়ালোঁ। ন'ট দিবৰ সময়ত ই আপোনাক নথৈ সহায় কৰিব।" প্ৰশ্ন কেইটা আছিল, (১) পুৰণি কামৰূপৰ বিস্তৃতি কিমানলৈকে আছিল আৰু কিমানলৈকে অসমীয়া ভাষা এতিয়াও চলি আছে। (২) গুৱালপাৰৰ কথিত ভাষাৰ লগত অসমীয়া ভাষাৰ কিমান মিল আৰু (৩) ভাষাবিদসকলৰ মতামত।"

সমিধানৰ লগত প্ৰশ্ন তিনিটাৰ উত্তৰো দি পঠিয়াইছিল। [illegible]হি আৰু সেইবিলাক কথা ন হৈ থকা নাই। সকলোৱেই পুৰণি হৈ গ'ল। তথাপি কি শাসক, কি শাসিত, সকলোৰে মনত হেম গোসাঁই যে ভাষা সম্পৰ্কে বুধিভাৰসাৰে নিৰ্ভয়-দিব-পৰা এগৰাকী বিশ্বস্ত পণ্ডিত আছিল, সেই কথা আজিও মৰিচা পৰা নাই—চকচকীয়া হৈয়ে আছে আৰু থাকিবও।

বাতিপুৱা আবেলি দেখিব, কৰ্মপ্ৰাৰ্থী, কৰ্মচাৰী, গোসাঁই-মহন্ত, টোলৰ পণ্ডিত, সাহিত্যিক—এই সকলে তেওঁক লগ পাবলৈ ঘৰৰ আগচোতালত অবিৰাঅবি লগাইছেহি। বেৰৰ ভিতৰ পিনে বহি-বহি, হয় তেওঁ কিবা কাগজ জুপি-জুপি চাই আছে, নহয় কিবাকিবি লিখি আছে। বাহিৰত মানুহৰ হুমনিৰ শুনি খিৰীকিদিয়েই জুমি চাই ভিতৰৰপৰাই প্ৰত্যেকৰে লগত আলাপ কৰি হুআবাৰ সমিধান দিছে—সকলোৱে সন্তুষ্ট মনে ঘৰাঘৰি উলটি বাওঁতে বাটে-বাটে কৈ গৈছে, "হেম গোসাঁইৰ ওচৰ পালত, আমি কৰ খোজা কথাখিনি পাহৰি-গলোঁ, তেওঁৰ কথাই আমাক মুহি পেলালে।" জনমত কবিতা বা প্ৰবন্ধ নেলেখা এনে মানুহ বহুত আছিল, যি তেওঁৰেতৈ কন্তেক আলাপ কৰিয়েই একোটা একোটা চিৰস্মৰণীয় কবিতা বা মূল্যবান প্ৰবন্ধ লিখিব পাৰিছিল। এনেকুৱাকৈ উদগনি দিয়া সাদৰী প্ৰেৰণামূলক বাক্য আছিল হেম গোসাঁইৰ। তেকা সাহিত্যিকক পালে যে কথাই নাই—গোনেই কৰ—লাগি থাকা, লাগি থাকা, নেৰিবা। সকলো অনিত্য, "সাহিত্য হে নিত্য।"

১৯২১ চনত, কেউফালে বেতিয়া বৃটিছ শাসনৰ দমনচক্ৰ চলিছিল আৰু

প্ৰায়ভাগ কৰ্মচাৰীয়ে আনুগত্যৰ আধিক্য দেখুৱাই চৰকাৰৰদ্বাৰা পুৰস্কৃত হবলৈ বিচাৰি ফুৰিছিল তেতিয়া চৰকাৰৰ প্ৰিয়পাত্ৰ হৈও হেমচন্দ্ৰ গোস্বামীয়ে আত্মবিবেক-আত্মসম্মান জলাঞ্জলি দিয়া নাছিল। সেই সময়ত "চেতনা" আলোচনীয়েই আছিল একমাত্ৰ ৰাজনীতি আলোচনা কৰা কাকত। তাৰ সম্পাদকৰ স্ফুলিঙ্গ সদৃশ প্ৰৱন্ধ এটাই চৰকাৰৰ ঘৰত গাঁজে-সময়ে এটা জোকাৰ মাৰিছিল; তাতে উচপ খাই কোনোবা বুটিছভক্তই ৰেটিং কমিছনাৰ চাহাবক লগালেগে বোলে "চেতনা"ই বিদ্ৰোহৰ অগনি জ্বলাইছে। হেম গোসাঁইক প্ৰৱন্ধবিলাক পৰীক্ষা কৰিবলৈ কোৱাত গোসাঁয়ে লেখিলে: 'চেতনা' খন আদ্যোপান্ত পঢ়ি চাই প্ৰেছ-একট্ মতে প্ৰেছ বন্ধ কৰিবলগীয়া একো প্ৰবন্ধ নেপালোঁ।"

মহাত্মা গান্ধী আহিবৰ সময়ত গোসাঁইক কোৱা হ'ল তেওঁ যেন সকলো কৰ্মচাৰীকে গান্ধী মিটিঙলৈ যাবলৈ মানা কৰে। গোসাঁয়ে তদুত্তৰত জনালে— মহাত্মা গান্ধী ভাৰতৰ অবিসম্বাদী নেতা। তেখেতক চাবলৈ যোৱাটো একো অগৰৰ কথা নহয়। তেওঁৰ অনুবৰ্ত্তী হৈ চৰ্কাৰ-বিৰোধী কাম কৰিলে হে বিচাৰৰ ভিতৰলৈ আহিব পাৰে।

১৯২৫ চনত চৰকাৰী কামৰপৰা গোসাঁইৰ অৱসৰ লোৱা হল সঁচা, সাহিত্য-সেৱাৰপৰা কিন্তু অৱসৰ লোৱা নহ'ল—ছেদ-ভেদ নোহোৱাকৈ সেৱাৰ কাম চলিয়েই থাকিল। বজাৰখীয়া বিষয়-জঞ্জালৰ হাত আজৰি কৰি সাহিত্য-পুৰাতত্ত্বৰ চৰ্চ্চাতে জীৱনৰ বাকীছোৱা কাল অতিবাহিত কৰিবলৈ তেওঁ কৃতসঙ্কল্প হৈছিল আৰু ভালেমান কাম কৰিবলৈ জুৰিও লৈছিল। কিছুমানৰ আধা কৰাও হৈছিল, কিন্তু এনেতে ইটোৰ পাচত সিটোকৈ বিপদে জুমুৰি দি ধৰাত বহুত কাম আধৰুৱা হৈয়ে থাকিল। ১৯২৭ চনত বৰ পুতেক কিৰণৰ মৃত্যু হ'ল। সেই শোকৰ জুই নুমাবলৈ নৌ-পাওঁতেই বৃদ্ধা মাতৃয়েকো পৰলোকপ্ৰাপ্তা হ'ল। ১৯১৮ চনত হোৱা অপঘাত এটিয়ে তেওঁৰ শৰীৰ ঘূণীয়া কৰি থৈছিল, তাতে অলপ বহুমূত্ৰদোষো আছিল। পুত্ৰ-মাতৃ শোকতে জৰ্জ্জৰিত হৈ থকা দেহত এই দুয়োটা প্ৰবল ভাবে উক্ দিয়াত অন্তিম কালৰ আগজাননী স্বৰূপ মাৰেভা এটি উদয় হল। সেই মাৰেভা হোৱাৰ ১৮ দিনৰ মূৰতে নিষ্ঠুৰ কালে আমাৰ মিঠকথা কৰি আমাৰ মাজৰপৰা হেমচন্দ্ৰ গোস্বামীক মেৰেথা লোকলৈ লৈ গুচি গ'ল।

১৮৭১ চনৰ ৫ জানুৱাৰীত, গোলাঘাট ঢেকীয়ালৰ গোঁৱাং সত্ৰত জন্মগ্ৰহণ কৰি ১৯২৮ চনৰ ২ মে'ত প্ৰাগজ্যোতিপুৰৰ লৌহিত্যতট পকতীৰ্থত হেমচন্দ্ৰ গোস্বামীয়ে দেহা ত্যাগ কৰিলে। দেহাত্যাগৰ লগে লগে অসমীয়া ভাষা-সংস্কৃতি ঐতিহ্য-গৌৰৱৰ ঘাই ধৰণী এটি খহি পৰিল; বিষাদৰ ছাঁয়ে গোটেই দেশ চাক খালে; জাতিধৰ্মনিৰ্ব্বিশেষে সকলো লোক অভিভূত হ'ল। অসম ছাত্ৰসন্মিলনৰ মুখপত্ৰ 'মিলনৰ' হেমচন্দ্ৰ-সংখ্যা এটিও উলিওৱা হ'ল; তাত গোস্বামী প্ৰভুৰ প্ৰতি শ্ৰদ্ধাভক্তি জনাই অঁৰ পৰা অসমে অসীম কৃতজ্ঞতা জ্ঞাপন কৰিলে।

হেমচন্দ্ৰৰ বিয়োগত তেওঁৰ বন্ধুবান্ধৱ-সকলে কেনেকৈ চকুলো টুকিছিল, তাৰে চিন স্বৰূপে তলত দুখনমান চিঠি তুলি দিয়া হ'ল।

( ১ )

পোনপ্ৰথম সাহিত্যিক পেঞ্চনাৰ পদ্মনাথ গোহাঞি বৰুৱাই শোকসন্তপ্ত পৰিয়াললৈ সমবেদনা জনাই গোস্বামীৰ পুতেক শ্ৰীশৰৎ চন্দ্ৰ গোস্বামীলৈ লেখিছিল :—

মৰমৰ সোণাই বাপসেন,

লিখিবলৈ কাঁপ উঠে। বুজাবলৈ কথা নাপাওঁ। সঁচা কথা কবলৈ হলে তোমালোকক বুজনি দিম কি, আজি মই নিজে অবুজন! সময়ে শান্ত নকৰেমানে সতকাই আমাৰ মনঃপ্ৰাণ শান্ত নহৈছে এথোন। তথাপি, ইয়াকে মানি শান্তি বিচাৰিছোঁহক যে ইচ্ছাময়ৰ ইচ্ছাত আমাৰ হাত নাই। ঈশ্বৰে যি কৰে মানুহৰ ভাললৈ হে।

তোমালোকৰ লগত আমাৰ মৰ্মান্তিক সহবেদনাৰ চিন মোৰ অন্তৰতম্ ৺বন্ধুৰ অকাল-বিয়োগত ওলোৱা চকুলোৰ "চনেট" এখনি ইয়াৰ লগতে বান্ধি পঠালোঁ।

তেজপুৰ
আং ২।১।৫০ শক

তোমাৰ শুভাকাংক্ষী
শ্ৰীপদ্মনাথ গোহাঞি বৰুৱা

( ২ )

অসমীয়া উপন্যাসৰ সম্রাট, গোস্বামীৰ সুহৃদ বন্ধু ৺ৰজনীকান্ত বৰদলৈয়ে লেখিছিল :—

হেবেদা বাগান
মাকুম জংচন ৭।৫।২৮

প্ৰিয় শ্ৰীমান শৰৎচন্দ্ৰ গোস্বামী,

সপোনতো ভবা নাছিলোঁ যে মোৰ সৰুকালৰ পৰা, কলেজত পঢ়া দিনৰে পৰা, মোৰ পৰম বন্ধু পূজনীয় লগৰিয়া গোসাঁইদেৱে এইদৰে মোক পিচ পেলাই এৰি যাব। মই বয়সে তেখেতত্কৈ ৪।৫ বছৰে ডাঙৰ হলেও তেখেতে মরে একপ্ৰকাৰ অভিন্ন হৃদয়ৰ আছিলোঁ। দাঁতত ভাত এটা লাগিলেও কোৱা-কুই কৰিছিলোঁ—কলেজত একে মেছে থাকোঁতে কিমান যে উভয়ে ঠাট্টা ধেমালি কৰিছিলোঁ—চাকৰি জীৱনতো যেতিয়াই লগ লাগোঁ তেতিয়াই কত কথা, কত বতৰা দুয়ো আলচিছিলোঁ, দুয়ো একেলগে কলিকতাত থাকিবৰে পৰা সাহিত্য আলচিছিলোঁ—হেৰ', সিদিনাখন একে-লগে দুয়ো চিলভান লেভী (Sylvan Lavie) আহোঁতে মহাৰাজ মণীন্দ্ৰ চন্দ্ৰ নন্দীৰ ঘৰত আলহী, দুয়ো একে খাটতে ওচৰাউচৰিকৈ শুইছিলোঁ—এইবিলাক কথা মনত পৰি মোক আকুল কৰি তুলিছে। হেৰ' সিদিনাখন' অলপতে সৰু মাজিউজনী জীয়াৰী শদিয়াত ঢুকাল —সেই শোককে পাহৰিব পৰা নাই—এতিয়া আকৌ বন্ধুবিয়োগৰ বাতৰি।' ধন্য মোৰ কঠিন হিয়া আৰু কপাল। সৰুৰে পৰা ৪ ভাই হেৰুৱালো—যোগ্য ওপৰৰ ল'ৰা হেৰুৱালোঁ। এতিয়া আকৌ এজন পৰম বন্ধু মোৰ সহদোৰ সদৃশৰ বিয়োগ-বাতৰি! কি কৰিম—সকলো গ'ল—আমিও যাম। মোৰ বিশ্বাস, মই সিপুৰীলৈ যেতিয়া যাওঁ তেতিয়া এই সকলোকে লগ পাম কৃষ্ণৰ ওচৰত। মই থিৰচোফিষ্ট—মই বিশ্বাস কৰোঁ প্ৰত্যেক স্থূ জীৱই অন্তত: ১০০ৰ পৰা ১৫০০ বছৰ স্বৰ্গপুৰীত থাকে, তাৰ পিচত হে জনম লয়—সেই দেখি মই ভ্ৰাতৃ-বন্ধু-পুত্ৰ-কন্যা সকলোকে লগ পামগৈ।"

তাৰ পিছত ভায়েক জগতচন্দ্ৰ গোস্বামীলৈ লেখে :—

"গোটেই অসম গোসাঁইদেৱৰ বিয়োগত এক্কাৰ হ'ল। এতিয়ানো কোনে হেমকোষ অভিধান ছপোৱাব—কোনে অসমীয়া ভাষাক এম, এ পৰ্য্যন্ত পাঠ্যত পেলাব—কোনে প্ৰত্নতত্ত্ব উদ্ধাৰ কৰিব—

তোমাৰ মৰমৰ

শ্ৰীৰজনীকান্ত বৰদলৈ

( ৩ )

গোস্বামীৰে সৈতে কলিকতা-কলেজত একেলগে পঢ়ালগৰীয়া গুৱাহটীয়া বঙালী সমাজৰ এজন মুখ্যলোক, সুসাহিত্যক সুৰেশচন্দ্ৰ বন্দ্যোপাধ্যায়ে গোস্বামীৰ বৰ-জোঁৱায়েক ৺কামাখ্যাৰাম বৰুৱালৈ হেমচন্দ্ৰৰ মৃত্যুত এই বুলি লেখিছিল :—

"হেমচন্দ্র কৃতী পুরুষ। তাঁর কৃতিত্ব তাঁকে চির স্মৃতিপটে [illegible] করিবে। সাহিত্য-ইতিহাস-প্রত্নতত্ত্ব বিভাগে তাঁর অনুরাগ ও কৃতিত্ব ছিল। তাহাই তাঁহাকে চিরস্মরণীয় ভাবে জীবিত রাখিবে। লোকপ্রিয়তা ও শিষ্টাচারী সদালাপী গুণ ছিল তাঁর। সে গুণও ত্বরায় লোকে ভুলিতে পারিবে না।

যশমন্ত ৰোড, গৌহাটি, ২৫ বৈশাখ '৩৫ সাল শ্রীসুরেশচন্দ্র বন্দ্যোপাধ্যায়"

( ৪ )

## ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাৰ শোকোচ্ছ্বাস :—

"বাতৰি আহিল, বন্ধুবৰ হেমচন্দ্ৰ গোস্বামী আৰু এই সংসাৰত নাই। নিদাৰুণ বাতৰি। সমাজিকতো ভাবিছিলোঁ নে যে তেওঁ ইমান সোনকালে আমাক এৰি যাব। সিদিনা মাথোন—ফেব্ৰুৱাৰী মাহৰ ২৯ তাৰিখে গুৱাহাটীত মই তেওঁৰ পৰা বিদায় লবলৈ গৈছিলোঁ, সজলপূৰলৈ উভতি আহিবলৈ বুলি। কোনে জানিছিল যে সেই বিদায়েই মোৰ পক্ষে শেষ বিদায় হব ?

• • • •

ইয়াৰ আগেয়ে তেওঁ মোক বৰ ধৰিছিল যাতে মই তেওঁৰ ওচৰতে, ৰহি পাৰোঁ, মাটি এডোখৰ লৈ ঘৰ এটা কৰি থাকিবৰ দিহা কৰোঁ "আপুনি আহক দুয়ো ওচৰাউচৰিকৈ লগে-ভাগে থাকোঁহক।"

আজি কাৰ ওচৰত কোনে ঘৰ সাজি থাকে, নিয়তিক সুধিছোঁ!

*    *    *

আজি অসমে হেমচন্দ্ৰ গোস্বামীক হেৰুৱাই যি ক্ষতিগ্ৰস্ত হল, সেই ক্ষতি সহজে পূৰণ নহয়। অসমীয়া ভাষা আৰু সাহিত্যই এজন একনিষ্ঠ সেৱক হেৰুৱালে।

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা,—"মিলন"

( ৫ )

বিজন পুৰাতত্ত্ব আৰু জাতিতত্ত্ব বিভাগৰ অনবেষী ডাইৰেক্টৰ গেইটে ১৮৯৪ চনৰ ৩০ ফেব্ৰুৱাৰ তাৰিখেই চীফ্ কমিছনাৰৰ চেক্ৰেটৰীলৈ দিয়া চিঠিত হেম গোসাঁইক "An intelligent young Assamese who has passed the F. A. Examination বুলি প্ৰশংসা কৰি লেখিছিল, সেইকাৰণে ছাৰ এডোৱাৰ্ড গেইটে গোসাঁই ঢুকুৱা শুনি ডক্টৰ সূৰ্য্যকুমাৰ ভূঞালৈ চিঠি লেখি আক্ষেপ কৰিছিল :—

"It is over thirty years since I saw Hem Chandra Goswami. He was then quite a young man, but already took much interest in Assamese history & literature. He helped me a good deal in hunting up references to ancient Kamrupa in the Puranas, Tantras etc. His death will be a great loss to his country.

গোস্বামীদেৱৰ গুণমুগ্ধ লেঃ কৰ্ণেল পি, আৰ, টি, গৰ্ডনেও সেইদৰেই বৰ দুখ কৰি ডাঃ ভূঞালৈকে চিঠি দিছিল :—

"Truly a great and good man has passed away and one whose place it will be extremely difficult to fill."

তেওঁ আৰু লেখিছিল :—

"The descriptive catalogue of Assmese literature was the work of Hem Gossain alone, and it is on this great achivement that his fame will, probably rest and go down to posterity."

সঁচাকৈয়ে, পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ সাত্ত্বিক প্ৰকৃতি, কবিসুলভ অমায়িকতা, কৰ্ম্মযোগিক সাধনা, ঐতিহাসিক অনুসন্ধিৎসা, আৰু সাহিত্যিক অনুৰাগৰ প্ৰতি অসমীয়া ভাষা থাকে মানে অসমীয়া জাতিয়ে চাৰে-চাৰে অৰ্ঘ্য আগবঢ়াই থাকিব।

# অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্য্য

কৌটিকলীয়া সামাজিক প্ৰথা আৰু অন্ধবিশ্বাসৰ মুণ্ড ছেদ কৰি, তাৰ ঠাইত নৱযুগসন্মত জাতীয় ধৰ্ম প্ৰতিষ্ঠা কৰিবলৈকে যি জনে আত্মোৎসৰ্গ কৰিছিল, স্বদেশ-উন্নতি-চিন্তাৰ অনল যাৰ অন্তৰত অহৰহ ধকধকায়েই আছিল, শত-সহস্ৰ-দুৰ্দিন-দুৰ্দৈৱৰ নিগ্ৰহকো যিজনে টিলিকিতে উকৰাই দিছিল আৰু জৰাজীৰ্ণ



কমলাকান্ত ভট্টাচাৰ্য্য

অসহায়তো যাৰ বুকুত প্ৰাণখোলা হাঁহিৰ খোঁখোৱনি তুলিছিল সেই জনেই আছিল ৰবিতুল্য পুৰুষ অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্য্য।

“আসাম বন্তি”, ‘জোনাকী’ আৰু “বাঁহী”, এই পত্ৰিকাত মনীষীৰ অজস্ৰ অগ্নিময় কবিতা পঢ়ি আৰু বৈপ্লৱিক চিন্তাৰ সোঁত মুক্তি-বাগৰ খাই ডেকেচৰ প্ৰতি

অযাচিতে আমাৰ অন্তৰত শ্ৰদ্ধা ভক্তিৰ একোখনি আচুতীয়া আসন পাতি থোৱা হৈছে। তেখেতৰ কথা অপাৰ শুনিছিলোঁ আৰু তেখেত কি ধাতুৰে নিৰ্ম্মিত তাকো জনা আছিল; কিন্তু সোঁ-শৰীলেৰে তেখেতক দেখিবলৈ পোৱা নাছিলোঁ। তেখেতক চাবলৈ মনৰ ভিতৰতে হেঁপাহে খোঁকিবাখোঁ লগাই আছিল। "ভাবিলে ভাবক পায়" বুলিয়েই হবলা, বিধিয়ে এদিন ঘঁটাই-ঘটাই আনি তেখেতক আমাৰ আগতে পেলাই দিলেহি।

কলিকতাৰ ১৪নং হেৰিছন ৰ'ডত সংস্কৃত কলেজৰ এটি মেছ আছিল। তাতে আমাৰ নিবাস। এদিন দুপৰীয়া লাখুটিসহ আধাকেঁচা-আধাপকা (ডঁকৰা) চুলিৰে, চক্ৰেটিচৰ আৰ্য্যাৰে চুটি-চাপৰ বয়সীয়া মানুহ এজন ধপ্ কৰে আমাৰ কোঠাত সোমালহি। সোমায়েই মানুহ জনে পোনেই সুধিলে, "তোমালক কেইটিমান থাকাইত, ইয়াত ?" অভ্যাগত জনতকৈ এক ইঞ্চিমান চাপৰ ভয় কাকতীয়ে মাত লগালে, "দহজনমান থাকোঁ।" "তেন্তে, বলচোন তইঁতৰ এটা, মোক ৰাইকট্ বিল্ডিংটো দেখুৱাই দেগৈ।" এই বুলি পুৰুষ গৰাকীয়ে আমাৰ ওপৰত অভিভাৱকত্বৰ সম্পূৰ্ণ অধিকাৰ খটুৱাই আমাক ডাটি ধৰিলে। পিছত জা-জলপান খাই সুখ হ'লত তেখেতে নিজেই আটালভঙা হাঁহি এটি মাৰি তেখেতৰ পৰিচয় দিলে। তেতিয়াহে জানিলোঁ—এই জনেই সেই কমলাকান্ত ভট্টাচাৰ্য্য, যাক চাবলৈ ইমান দিনে আমাৰ মন উদগুদাই আছিল। স্বভাৱতে, আমাৰ কথাবতৰাৰ সুৰ সলনি হৈ আছিল আৰু তেতিয়ালৈকে দেখুৱাই থকা আমাৰ উইচিৰিঙা যেন পাতল আচৰণেও মোট সলালে।

ৰাইকট-বিল্ডিংটো ৰাইকটসকলৰ কোম্পানীৰ অফিচ্ থকা ঘৰ। কোচবেহাৰ-ৰাজবংশৰ পৰা ফাটি গৈ যিটো ঠালে বেহাৰৰ বাহিৰত জমিদাৰী উপভোগ কৰিছিল, সেই ঠালকে ৰায়কত বোলে। ৰাইকটসকলৰসৈতে ভট্টাচাৰ্য্যৰ চিনাকিটো বহুত দিনীয়া পুৰণি। ১৯০১-২ চনতে, যেতিয়া তেখেত কোচবেহাৰলৈ যায় তেতিয়াই ৰাইকট পৰিয়ালৰ মুৰব্বিজন তেখেতৰ প্ৰতি আকৃষ্ট হয়। আকৃষ্ট হোৱাৰ মূল কাৰণটো আছিল এই—সেই সময়ত মহাৰাজ ভূপেন্দ্ৰনাৰায়ণ ভুপ বাহাদুৰ আছিল কোচবেহাৰৰ অধিপতি। যাৰ আজ্ঞা পাই ভট্টাচাৰ্য্যই মহাৰাজক দেখা কৰিবলৈ গ'ল আৰু কোচবেহাৰেই যে প্ৰাচীন কামৰূপৰ স্বৰ্ণ সাহিত্যৰ কেন্দ্ৰস্থল আছিল আৰু নৰনাৰায়ণ মহাৰাজৰ দিনাৰেপৰা কামৰূপবাসীৰ দিনিতে কোচবেহাৰখনো যে তীৰ্থধাম ৰূপে পৰিগণিত হৈ আছিছে—ইত্যাদি

বেহাৰ-কামৰূপৰ মাতৃ-পুত্ৰ সম্বন্ধটো বিবৰি ভট্টাচাৰ্য্য ডাঙৰীয়াই ইংৰাজী ভাষাৰেই ছন্দোময় প্ৰশস্তি এটি মহাৰাজৰ আগত তৎমুহূৰ্ত্তেই মুখে মুখে ৰচনা কৰি গাই শুনালে। ভট্টাচাৰ্য্যৰ অদ্ভুত কবিত্বশক্তি আৰু ইংৰাজী ভাষাৰ জ্ঞান দেখি মহাৰাজাই বিচুৰ্ত্তী খাই তৎক্ষণাৎ ভট্টাচাৰ্য্যক ৫০০ টকা দক্ষিণাস্বৰূপে পুৰস্কাৰ দিয়ালে। কমলাকান্তৰ কবিত্ব প্ৰতিভাত ভূপেন্দ্ৰনাৰায়ণ ভূপ বাহাদুৰেইহে যে কেৱল মুগ্ধ হৈছিল এনে নহয়, তেওঁৰ অমাত্যবৰ্গ আৰু ৰাজপৰিয়ালৰ মিত্ৰকুটুম্ব সকলো মুগ্ধ হৈছিল। বাইকট বিল্ডিঙৰ প্ৰতিষ্ঠাপক জনো সেইসকলৰ ভিতৰৰে এজন।

অসমৰ ছৈগোৱা ঘাটৰ ওচৰত, চাহখেতি কৰিবৰ নিমিত্তে চৰ্কাৰে কিছুমান গ্ৰাণ্ট অৱস্থাপন্ন লোকক দিছে বুলি শুনি তেওঁ এটি গ্ৰাণ্টৰ বাবে দৰ্খাস্ত কৰিছিল। কিন্তু অচিন ঠাইৰ খোৰাকো নোলোৱা-নীতি যনা তেওঁ পূৰ্বৰ চিনাকি ভট্টাচাৰ্য্যক মাতি পঠিয়ালে—চৰ্কাৰৰ লগত লেখালেখি কৰি গ্ৰাণ্ট লোৱাৰ বন্দোবস্ত সম্পূৰ্ণ কৰিবলৈ। বাইকটৰ পূৰা বিশ্বাস আছিল ভট্টাচাৰ্য্যই হে চাহ-বাগিছা সম্পৰ্কে সকলো কথা নিখুঁত ভাবে জানে।

বিল্ডিংটো দেখুৱাই দিবলৈ কলত মযে ওলালোঁ তেখেতৰ লগত। ঘৰ দেখুৱাই, বাইকটৰ লগত দেখা-সাক্ষাৎ কৰোৱাই ঘূৰি আহিলত সুধিলোঁ—

"এই বুঢ়া বয়সত, লোকৰ হৈ লোকে মৰিবলৈ কিয় ওলাইছে? বাইকটে মাটি ল'ব, চাহ-বাগিছা খুলিব আৰু ধনৰ ভুৰীত বাগৰি থাকিব। আপোনাৰ কি লাভ হ'ব?"

তেখেতে প্ৰাণখোলা হাঁহি এটি মাৰি ক'লে "তইঙ্কে কি বুজিবি? ইংৰাজে বাগিছা খুলি আমাৰ দেশখনকে গৰকি পেলালে। বাইকটেই খোলক, গিও ভাল; সিঁহঁত অচৰীয়া নহল, কি হ'ল! ভাৰতীয় হয় হে তেও? চুৰীয়া অচৰীয়াই কৰিব নোৱৰা কামটো ভাৰতবাসীকে দিবি, কদাপি সাতসাগৰ-তেৰ নৈৰ সিপাৰৰপৰা অহা ইংৰাজক নিদিবি। বাইকটে অসমত মাটি এডোখৰ ললে, অসমীয়ালৈ পূৰ্ব্বপুৰুষৰ মৰমটো আকৌ ঘূৰি আহিব পাৰে।" আপাধাৰী ভট্টাচাৰ্য্য ডাঙৰীয়াৰ দেশপ্ৰেমৰ বসতি বা গতিটো দেখি তভ্ধান খালোঁ। ভালে তো হে, এই বুঢ়া বয়সতো অসমক ভাঙৰ কথা ভাবটোতে জোক-লগাদি লাগি আছে।

তেখেতৰ লগত তিনি দিন ঘূৰিলোঁ। এই তিনিটা দিনে তেখেতে কিমান যে কথা ক'লে, তাৰ অন্ত নাই। এদিন কথাৰ মাজতে সুধিলোঁ, "আপুনি যে

কাকতৰ পাত ভৰাই-ভৰাই ইমানবোৰ কৱিতা-প্ৰবন্ধ কেনেকৈ লেখে ? আমি লেখিবলৈ গ'লে, কথা দেখোন ঁআটেই নেথায় ?

তেখেতৰ চিৰলগৰীয়া খৌ-খৌৱা হাঁহিটিৰে সমিধান দিলে, "মোৰ লেখাই মোৰ জীৱনৰ অভিব্যক্তি। মই লেখোঁ বুলি নেলেখোঁ, মনে-কাণে যি লেখে লেয়ে। লেয়ে মোৰ "চাহিত্য।"

বৰ-গৰাকী বৈণীয়েক চুকোৱাৰ পাছত ভট্টাচাৰ্য্য ডাঙৰীয়া ভালমানে দিন বলিয়াৰ দৰে দিহিঙে-দিপাঙে ভ্ৰমি ফুৰিছিল। এই দৰে ফুৰোঁতে-ফুৰোঁতেই তেখেত শদিয়া ওলালগৈ ; সেই সময়তে বহাগৰ বিহুও ; তাতে বহাগৰ বিহু নাম দি এটি কৱিতা লেখিলে। সেই কৱিতাটোৰ ঁআতি-গুৰি কৈ যাওঁতে-যাওঁতে তেখেত আবেগত ইমান তন্ময় হৈ গৈছিল যে কথাৰ মূৰতে কৱিতাটো গলগলীয়া মাতেৰে আবৃত্তিকে কৰি পেলালে ; তাৰ মাজতে কেইফাঁকিমান আছিল :—

"আবৰ পৰ্ব্বতে বোলে মিপাকৃভাং-মিপাকৃভাং ( গোলাম বান্ধ গুচা )
হেৰ' অসমীয়া তই গা দাং, গা দাং।"

পত্নী শোকত জৰ্জ্জৰিত হৈ ফুৰিছিল সঁচা, কিন্তু কৱিতাত সেই শোক-বেজাৰ তল পৰিল, ওপৰ উঠিল দেশৰ দুৰ্দ্দশা। সঁকীয়াই দিলে—

'হেৰ' অসমীয়া গা দাং, গা দাং।

তেতিয়াই তেখেত থাচীয়া পৰ্ব্বততো ওলাইছিলগৈ। তাতে তেখেতে দেশৰ দুৰ্দ্দশা দেখি কবিতা লেখিলে। অসমীয়াৰ অৱস্থা আগলৈ পানীত হাঁহ নচৰা হব বুলি তাতেই ভবিষ্যৎবাণীও কৰিলে। স্বৰ্গীয় ভট্টাচাৰ্য্য ডাঙৰীয়াই তাকো আমাক গাই শুনালে। তেখেতে প্ৰায় চাৰিকুৰি বছৰৰ আগেয়েই ভৰা কথাষাৰ কেনেকৈ আজি হাতে-হাতে ফলিয়াইছে তাক গুণি চোৱা উচিত বুলি কৱিতাটোৰ দুশাৰীমান তুলি দিলোঁ—*

"আচামৰ মাটি পৰম উৰ্ব্বৰা
এনে তুমি যদি আদৰ নকৰা
ভাটীৰ চাউল আমদানী নহলে
খিক অসমীয়া তোমাৰ জীৱন নচলে।

---

* ইয়াৰ অৰূপ নৱদলো হব পাৰে। মনত যেনেকৈ পৰিছে তেনেকৈ হে লিখিছোঁ। ব-প

নিদ্ৰা পৰিহৰি এবাৰ ভাবা কি হ’ল !
‘ঘৰত জুই, চোৰ এলাহত তেও বিহ্বল’ ।
এতিয়া নকৰা মন নিচিন্তা উপায়
পিচত পস্তাবা সবে থাবলৈ নাপাই ।
লাগিব হবলৈ সবে বিদেশৰ চাকৰ
তেতিয়া বুজিবা সবে “আসাম আজি কাৰ ?”

কমলাকান্তই হৰিবিলাস আগৰৱালাৰ লগত ৰবৰ এঠাৰ কাৰবাৰ কৰিছিল। বাতৰি-কাকত “অসম বন্তি” উলিয়াবলৈ যৌঁটাশলীয়াকৈ কোম্পানী পাতিছিল, হাতী মহল লৈছিল, বিশ্বনাথ—চাৰিআলিত ব্ৰজকান্ত বিদ্যাৰত্ন আৰু ৰঘুনাথ বিদ্যাবাগীশক আনি টোল স্থাপন কৰিছিল, জীৱনৰ বাকনি-বেলি ওলোৱা-পৰতো বিশ্বনাথ—গড়াহাবি গাৱঁত ৰায়তসভা পাতিছিল। “আসাম হিতৈষী” কাকতৰ সম্পাদকো আছিল। স্বৰূপাৰ্থত কবলৈ গলে, কমলাকান্ত ভট্টাচাৰ্য্যৰ গভীৰ চিন্তা আৰু অফুৰন্ত উৎসাহ দুয়োটাই পাশাত* চলিছিল।

ৰবৰ এঠাৰ ব্যৱসায় গ্ৰাহকৰ অভাৱত দহিন পৰিল। গাৰো পৰ্ব্বতৰ হাতী মহল লগে, ক’লাজ্বৰে পাই ফান্দি-মাউত, চৰ্দাৰ-গৰম্বালা সকলোকে মাৰিলে। মহলৰ মানুহো মৰিল। ভেৰোণীয়াকৈ নিয়া কুন্‌কীৰ (বনৰীয়া হাতী ধৰিব পৰা শিক্ষিত ঘৰচীয়া হাতী) গিৰিহঁত আৰু বহুদপাতি যোগোৱা মাৰোৱাৰীহঁতৰ ধনৰ আক্ৰোহ কিন্তু মৰিব নেজানিলে। সেই আক্ৰোহেই কমলাকান্তক চকলা কমলাৰ কান্ত কমলাকান্ত গুচাই মুখিবা পাৰ্ব্বতীৰ কান্ত দিগম্বৰ কৰিলে। নিশ্বাস হৈয়ো তত্ত্বদৰ্শী কমলাকান্তই বৈপ্লৱিক চিন্তাধাৰাৰে ভৱিষ্যত অসমীয়া জাতিলৈ বৰতঁবাল এটি বান্ধি থৈ গ’ল।

তেখেতে কৈছিল—পূৰ্ব্বে মনুৰ দিনত ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ এই চতুৰ্বৰ্ণ আছিল আৰু গুণ কৰ্ম লৈয়েই সেই বৰ্ণৰ সৃষ্টি হৈছিল। মনুৰ মতৰ কাহানিবাই গুৰ পৰিল; কিন্তু জাতিভেদ গুৰ নপৰিল। এতিয়াও সিয়েই নতুন ৰূপত আমাৰ সমাজত বিৰাজমান—যথা—

---

* সমানে সমানে মজবুত—লেঃ।

(১) খুঁটিপোতা :—থৰমৰ খুঁটি পোতোঁতে ; সন্ত-মহন্তসকল।

(২) নিকপ্‌কণীয়া :—প্ৰাচীন বিশ্বাসকে খামোচ মাৰি ধৰোঁতা ; ৰক্ষণশীল ; শ্ৰুতি-স্মৃতি আৰু চেৰিয়াট অনুগামীসকল।

(৩) পাবত গজা :—ঐতিহ্য নোহোৱাই ঐতিহ্য বিচাৰি ফুৰোঁতা ; উপাধি থকুৱাসকল।

(৪) হুমুনিয়াহ কঢ়া :—সহায় সাৰথি পাইও সামাজিক মৰ্য্যাদাত তল পৰি থাকোঁতা ; নিজকে নীহ বুলি ভবা সম্প্ৰদায়সকল।

আমাক ধৰ্ম্ম যে নেলাগে এনে নহয়। লাগে। সেয়ে কিন্তু লোকৰ বোষ বুজা হব লাগে। ৰক্ষণশীলতাৰো সীমা আছে। বৰকৈ আঁটিলে ফাটি যায়। সেই গুণে, আনৰ আৱৰ্জ্জনাও সংশোধন বা সংস্কাৰ কৰি নিজৰ ভিতৰত সুমাই লব পৰা গ্ৰহণশীলতা লাগে। উপাধি-থক অতি মাৰাত্মক। যোগ্য জনে যোগ্যতা আৰ্জ্জিলে উপাধি আপুনি আহিব, হামৰাও কাঢ়ি ফুৰিব নেলাগে। সাহসেই আত্মপ্ৰতিষ্ঠাৰ মূল। সাহ নাই যাৰ, ঠাই নাই তাৰ। সেই বুলি, উচ্ছৃঙ্খলতা দেখুৱাবলৈ কোৱা নাই। সাহসেৰে নিজৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰক, সকলোৱে প্ৰশংসা কৰা ৰুচি অনুসৰি চলিবলৈ শিকক, হুমুনিয়াহ কাঢ়োঁতাৰ আত্মসম্মান অক্ষুণ্ণ হৈয়ে থাকিব।

ধৰ্ম্মতত্ত্ব-সমাজতত্ত্বৰ নিচিনা ওখ আৰু গভীৰ বিষয়বিলাকৰ কথা কৈ থাওঁতেও তেখেতে কেতিয়াবা-কেতিয়াবা আধুনিক শিক্ষা-শাসন ব্যৱস্থাৰ কথা উল্লুকিয়াই ধেমালীৰ চলতে অলপ-অচৰপ ৰসিকতাও কৰিছিল। তাৰে এটিৰ নমুনা এই :—আধাখুন্দাকৈ পঢ়ি শুনি যিবিলাকে শাসনকাৰ্য্য চলায় সেইবিলাকৰ নাম দিছিল সিদ্ধি দিয়া ; চোৰক নিচোৰ আৰু নিচোৰক চোৰ কৰিবলৈ বা দোষীক নিৰ্দ্দোষী আৰু নিৰ্দ্দোষীক দোষী কৰিবলৈ আদালতত যিবিলাকে থকাথকে বক্তৃতা মাৰে সেইবিলাকৰ নাম বুকুপতা ; আৰু যিটো বিভাগৰ কৰ্ম্মচাৰীয়ে ঘটনা তদন্ত কৰিবলৈ থাওঁতেই ভয় বা ভাবুকি দেখুৱাই দুই চাৰি টকি সৰকায় সেই-বিলাকৰে নাম দিছিল শোহামৰা অৰ্থাৎ পুলিচ।

১৯৩৬ চনৰ ১৪ ডিচেম্বৰ তাৰিখে গুৱাহাটীত কমলাকান্ত ভট্টাচাৰ্য্যই পাৰ্থিৱ ভৌতিক দেহা পৰিত্যাগ কৰে আৰু তাৰ লগে-লগেই দেশাত্মবোধৰ জুই-আকনি এটিও চিৰকালকৈ নুমাই যায়। তেখেতৰ জীৱনত বহুত ঘাত-প্ৰতিঘাত হ'ল ; শোক-সন্তাপ আৰু অৰ্থ সমস্তাই দেহা তেনেই জুকলা কৰিলে। তথাপি চুকুৰাৰ

আগলৈকে—চাৰিকুৰি এবছৰ বয়সতো কৈয়েই ফুৰিছিল—“আহ ডেকা লৰাহঁত, চাহিত্য’ কৰোঁগৈ” আৰু কৈছিল “ধন নহলে, সংসাৰত একো কামেই নিসিজে। ‘অচমীয়া মানুহে কাৰবাৰলৈ মন মেলিব লাগিব। অচমীয়াৰ উদ্যোগ নাই, সেই দেখি ধনো নাই। আমাৰ মানুহবোৰ কেৱল পৰশ্ৰীকাতৰ। বংশগৌৰৱৰ ভেমেই থাকে। * * * কুসংস্কাৰেৰেই ভৰা ধৰ্মটোকে ধৰ্ম, ধৰ্ম বুলি চিঞৰি থাকিলে নহয়। মনুসংহিতাৰ দোহাই দি থাকিলে আমাৰ কেতিয়াও আধ্যাত্মিক উন্নতি হব নোৱাৰে, আমাক লাগে দয়ানন্দ সৰস্বতী—আৰ্য্য-সমাজ পাতি নতুন জাতি এটা সৃষ্টি কৰিবলৈ ; আমাক লাগে গেৰিবল্ডী-মেট্‌ছিনি—মৰা শ-নৰে অচেতন হৈ পৰি থকা অচমীয়া মানুহবোৰক সঞ্জীৱনী মন্ত্ৰ শুনাবলৈ......।”

জয়তু কমলাকান্ত ভট্টাচাৰ্য্য’

# ঐতিহাসিক কনকলাল বৰুৱাৰ কথা দুষাৰমান

ঐতিহাসিক পণ্ডিত কনকলাল বৰুৱা শিৱসাগৰত মুক্তিপ হৈ থাকোঁতেই তেওঁৰ নাম শুনো। তাৰ পিচত, তেওঁৰ বংশ-পৰিয়ালৰ কথাও শুনো। নামতীয়াল কাকতী বংশৰ পৰিয়ালেই তেতিয়া শিৱসাগৰৰ আমোলাপটি জুৰি, আছিল। নামতীয়ালৰ ইন্দীবৰ বৰুৱা চিৰস্তাদাৰ, বংশীধৰ বৰুৱা, বজ্ৰধৰ বৰুৱা,



কনকলাল বৰুৱা

দামোদৰ বৰুৱা, শশীধৰ বৰুৱা, চন্দ্ৰধৰ বৰুৱা এই সকল ভব্য-গব্য লোকৰ নাম শুনিলেই মানুহে ভয় খায়। কনকলালো সেই বংশৰে। তেওঁৰ দেউতাক লক্ষীলাল বৰুৱা গুৱাহাটীৰ মুক্তিপ আৰু ককায়েকৰ প্ৰিয়লাল মাৰৱি অসমৰ

"ডেপুটী ইন্‌স্পেক্টৰ অব্‌ স্কুলছ" আছিল। তাৰ উপৰিও, বকাদেউতাক দুতিৰাম চিৰস্তাদাৰক মণিৰাম দেৱানৰ লগত ইংৰাজ শাসনৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰা বুলি কলীয়াপানীলৈ যোৱা আৰু গুৱাহাটীতে নজৰবন্দীকৈ ৰখা হৈছিল। এইবোৰ সাতে-পাঁচে, ল'ৰা-মানুহ আমি কনকলালৰ ওচৰলৈ চাপিব নোৱাৰিছিলোঁ। কিন্তু আমোলাপটিৰ নাট-ঘৰত, বাল্যাশ্ৰম আৰু ছাত্ৰ-সভাৰ অধিবেশনত আৰু কছাৰীলৈ যোৱা মানুহ মুখত তেওঁৰ কথা শুনিবলৈ পাইছিলোঁ।

১৯১৮ নে ১৯ চনত তেওঁ শিল্প বিভাগৰ ডাইৰেক্টৰ আছিল। তেতিয়াই কিবা এটা চৰকাৰী লেঠাত দিল্লীলৈ গৈছিল। তাৰপৰা ঘূৰি শিলঙলৈ যাবলৈ আহি শিয়ালদহ ষ্টেছনৰ যাত্ৰী-জিৰোৱা খোটালি এটাতে ৰেললৈ বাট চাই আছে। ফুৰিবলৈ গৈ আমিও কিবা স্বৰূপত সেই খোটালিলৈকে সোমাই গলোঁহক। আমি তেতিয়া কলেজৰ ছাত্ৰ। আমি মানে অভয়াপুৰীৰ হৰেন্দ্ৰ সিং, ডিব্ৰুগড়ৰ ভৱ কাকতী আৰু মই। তেওঁ একাষৰীয়াকৈ আৰামী চকী এখনতে বহি মনপুতি কিতাপ পঢ়ি আছে। আমাৰ কথা-বতৰা শুনি, হাতৰ কিতাপখন জপাই থৈ, বৰ গহীনাই আমাক সুধিলে, "তোমালোক অসমীয়া ল'ৰা, নহয় নে?" আমি 'হয়' বুলি সসম্ভ্ৰমে সমিধান দিলোঁ। তাৰ পিচত আকৌ আমাৰ ঘৰ ক'ত, কাৰ ঘৰৰ ল'ৰা, ক'ত পঢ়া, ক'ত থাকা, কলিকতাত কিমান দিন আছা—ইত্যাদি বাৰবুৰি প্ৰশ্ন সুধি আমাৰ ভাঁজি গুৰি ল'লে। ইতিমধ্যে তেওঁৰ লগুৱাটোক আমালৈ চাহ-জলপান আনিবলৈ ক'লে। চাহ খুৱাই, আমাৰ আগত তেওঁৰ কলেজীয়া জীৱনৰ চমু বৃত্তান্ত এটি দিলে। বৃত্তান্তটি সকসুৰা উদগনিমূলক বক্তৃতাকে বুলিব পাৰি। তাৰো দুটামান কথা কোৱা ভাল বুলি ভাবো।

তেওঁবিলাকৰ দিনত, কলিকতাত থকা প্ৰত্যেকটি অসমীয়া ল'ৰায়েই অসমৰ উন্নতিৰ অৰ্থে চিন্তা কৰিছিল। যাৰ যি বিষয়ত বাপ আছিল, তেওঁ সেই বিষয়ৰ কিতাপ-পত্ৰ পঢ়ি জ্ঞানৰ সীমা বঢ়াইছিল। পাল মাৰি কাম কৰোঁতাজন সিদ্ধাৰ পাত্ৰ হৈছিল। বকমা ডাঙৰীয়াই বুৰঞ্জী বিষয়টো বৰকৈ ভাল পাইছিল। সেইদেখি, অসমৰ বুৰঞ্জী এখন লেখিবলৈ যি যি সমল লাগে সেইবোৰ গোটাবলৈ তেতিয়াৰপৰাই তেওঁ যত্ন কৰি আছে। কলিকতাত অসমীয়া-ভাষা-উন্নতি-সাধিনী-সভাৰ বাই সম্পাদক ৰমাকান্ত বৰকাকতীয়ে লগ লাগি অসমীয়া কিতাপ-

·পুথিৰ যিখন তালিকা সংগ্ৰহ কৰিছিল, সেইখন তেওঁ সহকাৰী সম্পাদক নথকা হ'লে কেতিয়াও উলিয়াব নোৱাৰিলেহেঁতেন। অসমীয়া ভাষা ৰক্ষা কৰা বগত যিটো শৰাইঘটীয়া দল আছিল, কনকলালো তাৰে এজন। "জোনাকী"ৰ পাতত অসম-বুৰঞ্জীৰ কথা আলোচনা কৰা তেতিয়ালৈকে সোণাৰাম চৌধুৰী, মাটিৰাম দাস, গুণাভিৰাম বৰুৱা, হেমচন্দ্ৰ গোস্বামীয়েই প্ৰধান আছিল। গোস্বামীৰ পিচতে কনকলাল বৰুৱাই "আমাৰ দেশৰ বুৰঞ্জী", "অসমীয়া ছিলৈ", "আমাৰ দেশৰ উৎপন্ন বস্তু" আদি কৰি ভালেমান প্ৰবন্ধ লেখিছিল।

"ভ্ৰমৰঙ্গ" নাটকৰ পোন-প্ৰথমেই যেতিয়া মঞ্চ পাতি, কলিকতাৰ পাটুৱাটোলা লেনত অভিনয় কৰা হয় তেতিয়া সোণাৰিগটী কনকলাল বৰুৱাই "মালতীৰ" ভাও লৈছিল। সেই সময়ত বৰুৱাৰ বায়েক আৰু ভিনীহিয়েক অসম-গৌৰৱ মাণিকচন্দ্ৰ বৰুৱা কলিকতাত আছিলগৈ। বায়েকৰপৰা সিংখাপৰ মিহা-মেখেলা, থুৰিয়া, ঢুগঢুগী আৰু পাণবটা এটা আনি তেওঁ "মালতীৰ" ভাও দি যেতিয়া নামি আহিল, মঞ্চত সজাই-পৰাই লোৱা সুহাগী "অসমীয়ানীজনী" চাই বঙালী আৰু চাহাব দৰ্শকসকলে বা: বা: দিলে আৰু অসমীয়া তিৰোতাৰ সাজপাৰ দেখি সকলো মুগ্ধ হ'ল। "ইণ্ডিয়ান ডেইলী নিউজত" প্ৰকাশ হোৱা সেই অভিনয়ৰ সমালোচনাত অসমীয়া মহিলাৰ সাজপাৰ আৰু অলঙ্কাৰক বিশেষভাৱে প্ৰশংসা কৰা হৈছিল।

সাধাৰণতে দেখা যায়, ডাঙৰ কাম পাই ধনত বাগৰি ফুৰিলে আমাৰ মানুহে সাহিত্য সম্পৰ্কীয় কলাবিদ্যা চৰ্চ্চা কৰিবলৈ পাহৰি পেলায়। এই শোচনীয় প্ৰবৃত্তিয়ে আজিকালি বৰকৈ লাগ লৈছে। আগৰ ডোখৰ কালত তেনে নাছিল। কনকলাল বৃটিছ-চৰকাৰৰ উচ্চতম বিষয়া আছিল আৰু সেই দিনত মন্ত্ৰীও হৈছিল। তথাপি কামৰূপ বুৰঞ্জীৰ তথ্য আহৰণ কৰি, সেইবোৰ বুকিয়াই সিদ্ধান্ত কৰোঁতে ৰাতিক দিনকৈ অধ্যয়ন কৰিছিল। কামৰূপৰ গৌৰৱ ঘাটক বুলি জেপৰ পইচা খৰচ কৰি অনুসন্ধান পত্ৰিকা এখনো উলিয়াইছিল। মহকুমাই-মহকুমাই একোখন অনুসন্ধান সমিতিও পতাইছিল।

ঐতিহাসিক সম্পদ আহৰণ কৰোঁতে তেওঁ সদায় আপোন-পাহৰা হয়। ১৯৩২ মে ৩৩ চনত, কনকলাল বৰুৱা শিৱসাগৰলৈ যাওঁতে জোভালকাহু-গড়ৰ ওচৰতে শিলৰ নিচিনা মিহি ইটা এচটা পাই মটৰতে তুলাই লৈ গৈছিল।

তাকে দেখুৱাই আনন্দ প্ৰকাশ কৰিবলৈকে মোক দহ মাইল দূৰৰ পৰা মতাই নিয়ালে। মই গৈ পালত তেওঁৰ যে কি আনন্দ! মোক দেখামাত্ৰকে ভিতৰৰ পৰা হাতত ইটাচলা লৈ বেগাবেগিকৈ আহি কৈছে, "চোৱাঁচোন এই চলা কিমান পুৰণি ইটা! গুৱাহাটী-শদিয়াত পোৱা ইটাতকৈ ই বাৰু পুৰণি নহয় নে?" ইটা চিনাত মই কালিৰ ছয়াল। মোক তেনে প্ৰশ্ন সোধাত লেপুৱা লাগিলোঁ। অলপ বৈ তেওঁ নিজেই ক'লে, "তুমি ক'ব নোৱাৰা বুলি বুজিছোঁ। কিন্তু সুধি চাইছোঁ কি নো কোৱা? নাতুত-নাগ্ৰত উত্তৰ এৰাবো সময়ত, ঐতিহাসিক সত্য হ'ব পাৰে।" তেতিয়া আৰু মোৰ বুজিবলৈ বাকী নাথাকিল যে বুৰঞ্জীস্পৃহা ধন যশস্যাৰ লোভে আনি দিব নোৱাৰে। ই আপোনা-আপুনি অন্তৰত উদয় হোৱা স্বাভাৱিক ধৰ্ম; পাৰত্ৰ নগজে।

আমাৰ দেশৰ মাটি-তলত পুৰণি সভ্যতা পোত খাই আছে। সেইবোৰ খানি উলিয়াবলৈ তেতিয়াৰ বিদেশী চৰকাৰক তেওঁ টানি ধৰিছিল। কামৰূপৰ প্ৰাগ্‌জ্যোতিষপুৰ আৰু পশ্চিম ভাৰতৰ প্ৰাগজ্যোতিষপুৰৰ ভিতৰত থকা খেলি-মেলি গুচাবলৈ তেওঁ প্ৰাণটাকি লাগিছিল। ধনন কাৰ্য্যত চৰকাৰৰ উদাসীনতা দেখি মাজে মাজে পুৰাতত্ত্ব বিভাগক বিৰূপ সমালোচনাও কৰিছিল। তাৰবাবে তেওঁ চৰকাৰৰ অপ্ৰিয়ও হৈছিল। সেই বিষয়ে লেখালেখি কৰা চিঠি-পত্ৰবোৰ আমাক দেখুৱাইছিল। চৰকাৰক কৰা সমালোচনাৰ চোক থকয় ডাঙৰীয়াৰ জীৱনৰ কীৰ্ত্তিস্তম্ভ "প্ৰাচীন কামৰূপৰ বুৰঞ্জী" বা আৰ্লি হিষ্টৰী অব্ কামৰূপৰ" পাতনিত এতিয়াও লাগি আছে। বিস্মৃতিৰ গৰ্ভত লীন হ'ব খোজা এই ঐতিহাসিক গৰাকীৰ অপূৰ্ণ আকাঙ্ক্ষাটি পূৰাবলৈ আমাৰ নিজা চৰকাৰ কেতিয়াবাকৈ সজাগ আৰু সক্ষম নহ'ব নে?

১৯২৯ কি ৩০ চনত খিলঙৰ কেক'চ ষ্ট্ৰীটত এদিন আবেলি তেওঁৰ ঘৰত চাহ খাবলৈ বহিছোঁ। চাহপানী টোপা কাহৰ বান-বাটিত, বা-জলপানো কাহৰ ফুল-কটা পাত্ৰোৱাত আৰু মুখ-হাত ধুই মুখশুদ্ধি কৰিবলৈ তামোল তুথনো পাণ-বটা এটাত সজাই থোৱা হৈছে। চাহ খাই থাকোঁতেই তেওঁ কথাৰ চলতে ক'লে......"(অমুকে)......বক্তৃতা দি ফুৰিছে স্বদেশী হৰলৈ। ঘৰলৈ গ'লে দেখিবা তেওঁৰ কাহৰ বাটি এটাও নাই। বিলাতী কাপ-প্লেটকে ব্যৱহাৰ কৰিছে। চাহৰ বাহন কাপ-প্লেটেই ঠিক। কিন্তু তাকে আমাৰ দেশত তৈয়াৰ কৰিবলৈ

শিকাৰ লাগে আৰু আমিও ব্যৱহাৰ কৰিব লাগে।" শিল্প বিভাগৰ ডাইৰেক্টৰ হবৰ দিন-ধৰি সভায়-সমিতিয়ে ছৰ্কাৰী বিষয়া হিচাপে তেওঁ উদগনি দিয়াত, সৰ্ব্বোবাৰীত অন্যক্সে, কাঁহৰ কাপ প্লেট তৈয়াৰ হৈছিল।

বেহাই-বেপাৰে খেতিয়ে-বাতিয়ে দেশ একোখন উন্নত কৰিবলৈ হ'লে সকলো কাম বৈজ্ঞানিক ভাবে কৰিব লাগিব আৰু আধুনিক জগতৰ লগত ফেৰ মাৰিব পৰা হ'ব লাগিব। অসমীয়া পাট কাপোৰ কৌটাল্যৰ দিনৰে। এনে হেন আপুৰুগীয়া বস্ত এটি অসমত নোহোৱা হৈ গৈছে। সেই কাৰণে, তেওঁ ভিতাবৰত চৰকাৰীকৈ পাট-পলু, মুগা-মেজাঙ্কৰীৰ ফাৰ্ম্ম এখন খোলালে আৰু উপযুক্ত ছাত্ৰ শ্ৰীৰমানন্দ শৰ্ম্মাক বৃত্তি দি জাপানৰপৰা শিক্ষা দিয়াই অনালে।

শিল্প বিভাগৰ ডাইৰেক্টৰ থাকোতেই তেওঁ "আলোচনী" কাকতত লেখিছিল :—

"আমি তামোল খাওঁহে খাওঁ, তাৰ বাবে কিমান টকা নো বিদেশলৈ পঠিয়াওঁ কিবা গম লওঁ জানো? বাঁহ, পাটীদৈ, বেঁত-ইকৰা-খাগৰি নি বিদেশী চহকী হৈছে আৰু আমি খৰলি খাই মৰিছোঁ। প্ৰবন্ধটো লেখাত, চৰকাৰে লুকুৱাই থোৱা ভালেমান কথা ওলাই পৰিল। সেইবাবে প্ৰবন্ধটো হঠাতে বন্ধ কৰিব লগীয়া হ'ল।

মন্ত্ৰীয়ে ইচ্ছামত খৰচ কৰিব পৰা পুঁজিৰ টকা তেওঁ যথে-মথে খৰচ কৰা নাছিল। উপযুক্ত পাত্ৰ আৰু কামৰ ফলাফল চাই হে দান আগ বঢ়াইছিল। এনে দানৰ্বাৰা উপকৃত হোৱা এতিয়া বুঢ়া, তেতিয়াৰ ডেকা জনদিয়েকে কনকলাল বৰুৱাৰ নিৰপেক্ষ বিচাৰৰ কথা পাহৰিব পৰা নাই।

কনকলাল কংগ্ৰেছী নাছিল। অথচ, ছাদুল্লা মন্ত্ৰীসভা গঠনৰ সময়ত কংগ্ৰেছে মন্ত্ৰীপদ নোলোঁৱাত তেওঁ বৰ বেজাৰ কৰিছিল। কংগ্ৰেছ-নেতা এজনক সেই পদ লবলৈ কোৱাত তেওঁ কেনেকৈ অপমানিত হ'ব লগীয়া হৈছিল তাকো ৺ৰমা-কান্ত বৰকাকতীৰ সাক্ষাতে মোৰ আগত কৈছিল।

কনকলাল বৰুৱাই যালিহ্য মাৰি ফুৰা মানুহক সমূলি দেখিব নোৱাৰিছিল। ব্যৱস্থাপক সভাৰ ডেকা কংগ্ৰেছী প্ৰতিনিধি দুজন মানে তেওঁক হোৱাই-নোহোৱাই আক্ৰমণ কৰি থাকে। তাতে ত্যক্ত লাগি তেওঁ এই কথা কওঁতা জনলৈ লেখিছিল, "কংগ্ৰেছত লাগিছা, লাগাঁ। উদ্ধত নহবা।"

দেখাত গহীন, যুক্তিত অচল, ধৰ্মবিশ্বাসত অটল, মাতৃভাষাৰ অনুৰাগী, ইষ্ট-মিত্ৰ, বংশ-পৰিয়ালৰ স্নেহত গলিযোৱা, সঁচাসঁচি বুৰঞ্জীবিদ ৰায়বাহাদুৰ কনকলাল বৰুৱাই ১৯৪০ চনৰ ৮ জানুৱাৰী তাৰিখেই ইহ সংসাৰৰপৰা বিদায় ল'লে। তেওঁ ঢুকাবৰ বহু বছৰ হ'ল। দেশৰ সকলোৱে মোট সলালে। কনকলাল বৰুৱাৰ দৰে এহাগুধীয়াকৈ বুৰঞ্জী চৰ্চ্চা-গৱেষণা কৰা মানুহ হে এতিয়াঁলৈকে অসমত ওলাব নেজানিলে!

# প্ৰত্নতাত্ত্বিক সৰ্ব্বেশ্বৰ কটকী

বুৰঞ্জীমূলক তত্ত্ব আৰু তথ্য, ভাস্কৰ্য্য-স্থাপত্য-শিলালিপি প্ৰভৃতি ঐতিহাসিক উপাদানসমূহ উদ্‌ঘাটিত নহ'লে ইতিহাসৰ পূৰ্ণাঙ্গ দোল নিৰ্ম্মাণ কৰা অসম্ভৱ। প্ৰত্নতাত্ত্বিক অৰ্থাৎ খুঁচৰি-খুঁচৰি পুৰণি সম্পদ উদ্ধাৰ কৰোঁতা আৰু ঘৰত বহি সেই উদ্ধৃত বা আবিষ্কৃত সম্পদবাজি ফঁহিয়াই-মিলাই বুজিয়াই চাই তথ্য



সৰ্ব্বেশ্বৰ কটকী

সম্পদৰ পাৰম্পৰিক কাৰণ-কাৰ্য্যৰ সমন্বয় নিৰ্ণয় কৰোঁতা উভয়ে একে—কাকো এৰি কোনো থাকিব নোৱাৰে। গৱেষক-অনুসন্ধানকাৰী দুয়োশ্ৰেণীৰ যুটিয়া প্ৰচেষ্টাৰ ফলতেই বুৰঞ্জী। নিৰস ঐতিহাসিক তথ্য সংগ্ৰহ কৰোঁতা লোক অতি বিৰল, তাতোকৈও বিৰল স্বতঃপ্ৰণোদিত হৈ অনা-বানচে প্ৰাচীন সম্পদ বিচাৰি

কৰিছিলো। কামৰূপ-অনুসন্ধান-সমিতি স্থাপিত হয় ১৯১২ চনত। ক্ৰমান্বয়ে নিঃচিহ্ন হবলৈ ধৰা ঐতিহাসিক সম্পদৰাজি সংৰক্ষণ কৰাৰ সেইটোৱেই অসমৰ পোনপ্ৰথম যাদুঘৰ। তাক মেটমৰা কৰিবলৈ জয়ে-জয়ে অখিহণা পেলাওঁতা-সকলৰ ভিতৰত প্ৰত্নতত্ত্ব অনুসন্ধান কৰোঁতা সৰ্বেশ্বৰ কটকীও এজন। তেওঁৰ অহৈতুকী পুৰাতত্ত্বপ্ৰেমৰ ফলতেই কামৰূপ-অনুসন্ধান-সমিতি আজিও ভালেমান স্থাপত্য-ভাস্কৰ্য্যৰ নিদৰ্শনমূলক প্ৰাচীন সম্পদেৰে চহকী হৈ আছে।

ইং ১৯৪৬ চনত সৰ্বেশ্বৰ কটকীৰ মৃত্যু হয়। তেতিয়া তেওঁৰ বয়স হৈছিল মুঠেই ৫৪ বছৰ। ১৯১৪ চনত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছৰপৰাই তেওঁৰ সাহিত্য-প্ৰতিভা প্ৰকাশ পায়; "আলোচনী", "বাহী", "অৰ্ঘ্য", "উষা" আৰু "আৱাহন"ত নানান্ তৰহৰ কবিতা, প্ৰবন্ধ আৰু ৰচনা ওলায়। পণ্ডিত হেমচন্দ্ৰ গোস্বামী আৰু বুৰঞ্জীবিদ্ কনকলাল বৰুৱাৰ সান্নিধ্যই কটকীদেৱক সাধাৰণ সাহিত্যিক বিষয়ৰ পৰা টানি নি বুৰঞ্জীৰ গড়মৰা কামত প্ৰবৃত্ত কৰালে। সেয়ে শেহলৈ তেওঁৰ বুৰঞ্জী-মন্দিৰত প্ৰত্নতত্ত্বেৰে পুষ্পাঞ্জলি ৰচাটো ধৰ্ম হৈ পৰিল।

কটকীদেৱে সহায়-সাৰথি নোহোৱাকৈ অকলৈয়ে ইমান পৰিপাটিকৈ সংগৃহীত তথ্যৰাজিৰ টোকা লেখিছিল যে তেওঁৰ কষ্টৰ পাৰাপাৰ নাছিল। অনুসন্ধান সমিতিৰ নিমিত্তে বুৰঞ্জী সম্পদ বিচাৰি অসমৰ বহু ঠাই চ'লাথ কৰিছিল। তথ্যবিলাকৰ ভাঁতিগুৰি বিচাৰি, খৰচি মাৰি, ভ্ৰান্তই হওক বা অভ্ৰান্তই হওক, নিজা বুদ্ধি বিবেচনাৰে বুজি চাই সেইবোৰৰ একোটা ব্যাখ্যা দিছিল। ডাঙৰ-ডাঙৰ সভা-সমিতিত ছায়া চিত্ৰৰ সহায়েৰে পুৰণিকলিয়া শিল্প-সম্ভাৰ সম্পৰ্কে বক্তৃতা দি প্ৰাচীন সম্পদৰ সংৰক্ষণলৈ বুৰঞ্জীপ্ৰিয় অসমীয়া ৰাইজৰ মবিমূৰ্তিটো নকৈ বোৱাই আনিছিল। ছায়া চিত্ৰৰ দ্বাৰাই ৰাইজৰ আগত অসমৰ গৌৰৱমণ্ডিত যুগটো দাঙি ধৰাত সৰ্বেশ্বৰ কটকীদেৱেই প্ৰথম বাটকটীয়া।

তেওঁ কেইবাখনো পাঠ্য পুথি নিজে ৰচনা কৰিছিল আৰু অন্যৰ আৰু নিজৰো প্ৰবন্ধ সংগ্ৰহ কৰি সেইবিলাক সম্পাদন কৰি উলিয়াইছিল। কটকীৰ দ্বাৰাই ৰচিত-সংগৃহীত প্ৰকাশিত নানান বিষয়ৰ ১২।১৩ খনমান পুথিৰ ভিতৰত এই কেইখনেই বিশেষ লেখত লব লগীয়া :—

(১) হেমচন্দ্ৰ বৰুৱাৰ জীৱন-চৰিত :—

এইখন পুথি প্ৰকাশ কৰে ১৯২৭ চনত। 'হেমকোষ' ৰচোঁতা হেমচন্দ্ৰ বৰুৱাৰ এইখনেই প্ৰথম জীৱনী।

(২) **সত্যনাথ বৰা:**—গুৱাহাটীৰপৰা ওলোৱা 'জোনাকীৰ' সম্পাদক, 'সাৰথিৰ' নিচিনা অতুলনা ঠাচৰ গ্ৰন্থ আৰু "বহল ব্যাকৰণ" লেখক, কবি, হাস্যৰসিক, দেশহিতৈষী পুৰুষ সত্যনাথ বৰা ডাঙৰীয়াৰ জীৱনী।

(৩) **অসমীয়া প্ৰাচীন লিপি:**—ব্ৰাহ্মী, গুপ্ত, দেৱনাগেৰী, অসমীয়া বঙলা আদি ভাৰতীয় লিপিবিলাকৰ ক্ৰমবিকাশ কেনেকৈ হৈছিল তাৰ ক্ৰমিক ইতিবৃত্ত এটা ইয়াত আছে।

(৪) **"তত্ত্ব আৰু তথ্য"**:—১৯২৫ চনত লেখা। এই পুথিখনত কটকীয়ে তত্ত্ব-তথ্যৰ অঙ্গাঙ্গী সম্বন্ধ আৰু তাক কিয় গৱেষণা কৰিব লাগে তাৰ কথা ফঁহিয়াই দেখুৱায়।

আৰু অসমৰ পুৰাতত্ত্ব আৰু স্থাপত্যৰ ধ্বংসাৱশেষ সম্পৰ্কে বহল আলোচনা কৰি অসমত সেই বিষয়ে চৰ্চা গৱেষণা কৰিবলৈ কেন্দ্ৰ এটি স্থাপন কৰিব লাগে বুলি প্ৰায়েই আবেদন-নিবেদন কৰি আছিল আৰু তাতে অসমৰ অৱহেলিত পৌৰাণিক ক্ষেত্ৰবিলাকৰো বিশদ বিৱৰণ দিছিল।

খৃষ্টীয় সপ্তম শতাব্দীৰ আগৰেপৰা অসমীয়া মানুহ নৌবিদ্যাত যে পাকৈত আৰু নাও-নাৱৰ চলোৱাত যে কাজুৱা আছিল ১৮২৯ চনত কটকীদেৱেই তাক "মিলন" কাকতৰ যোগে অসমীয়াৰ দৃষ্টি আকৰ্ষণ কৰে। ভাৰত-বিজয়ী মোগলক পৰাস্ত কৰিব পৰা এটি থাই কল্পী আছিল অসমীয়া মানুহৰ নাও খেলোৱা কৌশল। সেইটিৰ বিৱৰণো ইয়াত সন্নিবিষ্ট কৰা হৈছিল।

"পুতলা নাচৰ" কথা তেনেই তল পৰি আছিল। আজি সদৌ ভাৰতত নাচৰ অনুশীলন হবলৈ ধৰিছে আৰু তাৰ বাবে চৰকাৰে পৃষ্ঠপোষকতাও আগ বঢ়াইছে। অসমত যে সেই "পুতলা-নাচ" মহাকাব্যৰ দিনৰেপৰা প্ৰচলিত আছে তাক তেওঁ ১৯৩২ চনৰ 'আৱাহনত' পত্ৰিকাৰকৈ দেখুৱাই দিয়ে।

অসমৰ প্ৰাচীন নৃত্যতত্ত্বীৰ বিষয়েও কটকীদেৱে বিস্তাৰিত ভাৱে আলোচনা কৰিছিল। "শ্ৰীহস্ত মুক্তাৱলী" আৰু অন্যান্য দুষ্প্ৰাপ্য সংস্কৃত পুথিৰ সাহায্যেৰে সেই বিষয়টো সুন্দৰভাৱে কবি প্ৰবন্ধ যুগুত কৰে। কবিৰাজ চক্ৰবৰ্ত্তী-কৃত সংস্কৃতীয়া বিহুবৰ্ণনা এটিও উলিয়াই তেওঁৱেই।

দৰং জিলাৰ শিঙৰী বাগিছাত পৰি থকা প্ৰাচীন ধ্বংসাৱশেষৰ বিৱৰণৰ বাহিৰেও, পুৰণি মূৰ্ত্তি ভাস্কৰ্য্য আৰু স্থাপত্যবিদ্যা-সম্পৰ্কে তেওঁ অলেখ প্ৰবন্ধ লেখিছিল। তাৰ ভিতৰত এই কেইটাৰ নাম কলেই যথেষ্ট হব বুলি ভাবোঁ—

অসমৰ পুৰণি শিল্পকলা, অসমৰ মূৰ্ত্তি আৰু ভাস্কৰ্য্য, নালন্দাৰ ধ্বংসাৱশেষ, গুৱালপাৰাৰ শ্ৰীসূৰ্য্য পাহাৰৰ পুৰাতত্ব আৰু প্ৰাচীন অসমৰ ধনৰত্নৰ ক-খ।

শিৱসাগৰৰ বাণমুখত সদৌ অসম চুতীয়া-সন্মিলনৰ যিখন বছেৰেকীয়া অধিবেশন বহিছিল তাত কটকীদেৱে যি ভাৱে চুতীয়া ডেকাক অনুপ্ৰাণিত কৰিছিল সি সন্মিলন থাকেমানে স্মৰণীয় হৈ থাকিব।[4]

১৯২৮, ১৯৩০ আৰু ১৯৪৫ চনত, ক্ৰমান্বয়ে লাহোৰ, পাটনা, মহীশুৰত বহা প্ৰাচ্য সন্মিলনত (Oriental conference) অসমৰ পুৰাতত্ব গৱেষক স্বৰূপে ঐতিহাসিক পণ্ডিতমণ্ডলীৰপৰা তেওঁ স্বীকৃতি লাভ কৰে। মহীশুৰ অধিবেশনত সভাপতি মিঃ কে এন দীক্ষিতে কটকীৰ বিষয়ে এই মন্তব্য প্ৰকাশ কৰিছিল।—

"কুৰি বছৰ হল, অসমত কামৰূপ অনুসন্ধান সমিতি প্ৰতিষ্ঠিত হৈছে। এই কুৰি বছৰে সমিতিয়ে অশেষ বাধাবিঘিনি নেওচিও ভাৰতৰ একুকীয়া প্ৰদেশ অসমত পুৰাতত্ব গৱেষণাৰ বিজয় পতাকা উৰাই আছে। এই বছৰ অসমৰপৰা সন্মিলনীলৈ অহা বীৰ পুৰুষ দুজনৰ ভিতৰত মিঃ সৰ্বেশ্বৰ কটকীয়ে কালি গধূলি অসমৰ পুৰাতত্ব বিষয়ে বক্তৃতা দি গভীৰ জ্ঞানৰ সুন্দৰ পৰিচয় দিছে।" তদুপৰি মিঃ (ডক্টৰ) ৰমেশ মজুমদাৰ, মিঃ কৃষ্ণস্বামী আয়েঙ্গাৰ, মিঃ কে পি জয়গোপাল, ডাঃ লক্ষ্মণস্বৰূপ প্ৰমুখ্যে ভাৰতীয় যশস্বী প্ৰত্নতাত্বিকসকলে কটকীদেৱৰ প্ৰাদেশিক তত্বাদি আৱিষ্কাৰ কৰাত দেখুউৱা উৎসাহ আৰু সম্যক জ্ঞানৰ বিশেষ প্ৰশংসা কৰে।

১৯৩৯ চনৰ ডিচেম্বৰ মাহত লক্ষ্ণৌত সদৌ ভাৰতীয় প্ৰাচ্য-সন্মিলন বহে। মাদ্ৰাজ বিশ্ববিদ্যালয়ৰ ভাইচ চেন্সেলৰ মিঃ শেষাদ্ৰী, কাশীৰ ডক্টৰ ৰাধাকৃষ্ণন, পণ্ডিত জৱাহৰলাল নেহৰু আৰু ৰায় ডঃ এচ এন চাহেও উপস্থিত আছিল। সিসকলেও কটকীদেৱৰ উদ্যোগ নথৈ শলাগিছিল। লক্ষ্ণৌ মিউজিয়মত ৰবডোপ এটা আছিল। তাৰ ওপৰত লিখা লিপিখিনি পঢ়ি বহুতে তোপটো গাজীপুৰ নবাবৰ বুলি ঠাৱৰাই থৈছিল। পিছে, কটকীদেৱে সেই ভ্ৰম ভাঙি দিলে। তেওঁ পদে-প্ৰমাণে দেখুৱাই দিলে সেইটো গাজীপুৰৰ নহয়, অসমৰ হে।

হাইদ্ৰাবাদ সন্মিলনত তেওঁ "নৰকুলৰ যুদ্ধ"ৰ শাঁচিপতিয়া পুথিত থকা চিত্ৰ-বিলাক দেখুৱাই প্ৰাচীন অসমত চিত্ৰকলাৰ কিমান উন্নতি সাধন কৰা হৈছিল তাৰ প্ৰত্যক্ষ চানেকি দেখুৱায়। কাশী-সন্মিলনতো সেই পুথি ভাৰতীয়

মনীষীসকলক দেখুৱাই অসমীয়া মানুহৰ পূৰণি চিত্ৰকলাৰ প্ৰতি আগ্ৰহ-অনুশীলন থকা কথাটো প্ৰতিপন্ন কৰে।

১৮৩৩ চনত, অসম সাহিত্যসভাৰ যিথন অপূৰ্ব্ব অধিবেশন বহিছিল, তাৰ বুৰঞ্জী শাখাৰ সভাপতি হৈ কটকীদেৱে অসম বুৰঞ্জীৰ অন্ধকাৰ যুগৰ উজ্জ্বল পোহৰ এছাটি পেলাই দিয়ে।

১৯২৮ চনত, কোচবেহাৰলৈ গৈ তাৰ ৰাজভঁড়ালত থকা অসমীয়া পুথি-সমূহৰ তালিকা এখন যুগুত কৰে।

কটকীয়ে অহোপুৰুষাৰ্থ কৰি ভিনভিন ঠাইলৈ নিজে গৈ বহুত প্ৰাচীন পুথি আৰু বহুত আপুৰুগীয়া সম্পদ গোটাই আনি কামৰূপ অনুসন্ধান সমিতিত জমা পয়হি। সেইবিলাকৰ ভিতৰত কাৰুকাৰ্য্যপূৰ্ণ এইবোৰ বস্তুৱে এতিয়াও দৰ্শকৰ মনত কৌতূহল সৃষ্টি কৰে :—

(১) হেঙ্গুল-হাইতাল লগোৱা দৰঙী ৰজাৰ কাঠৰ বৰ পেৰা।

(২) অষ্টধাতু নিৰ্ম্মিত "বেল" কাঁহী।

(৩) কবটি শিল।

(৪) নৃত্যকলাৰ সঁজুলি :—ভেৰী, চেৰেঙা, চমটা, চোলা।

(৫) যুদ্ধৰ আহিলা-পাতি :—

গঠীয়াজুমুৰ, ৰামচাঙ্গী হিলৈ, ঢাল, নাকৈ-দা, দুমুখীয়া দা ইত্যাদি।

(৬) গোমচেং কাপোৰ।

অসমীয়া গৌৰৱৰ বিলুপ্ত প্ৰাচীন শিল্পবিদ্যা উদ্ধাৰ কৰা কামত লাগি থাকোতেই ১৯৪৬ চনৰ ১০ মে তাৰিখে (২৭ বহাগ, ১৮৬৮ শক) মহাকালে সৰ্ব্বেশ্বৰ কটকীদেৱক আমাৰ মাজৰপৰা লৈ গুচি গল। তেনেকুৱা এজন উদ্যোগী প্ৰত্নতাত্বিকৰ নিমিত্তে এতিয়াও আমি হাম্বাও কাঢ়িয়েই আছোঁইক।

# বুৰঞ্জীবিশাৰদ ডঃ সূৰ্য্যকুমাৰ ভূঞা

গ্ৰীক-সাহিত্যিক হিৰডট্টচে নানান ঠাই ভ্ৰমণ কৰি যি অভিজ্ঞতা লাভ কৰিছিল, নীতিমূলক যিবিলাক ডাকৰ বচন পাইছিল, বুঢ়ালোকৰ মুখে যিবোৰ পৌৰাণিক কাহিনী আৰু দেশে-বিদেশে যিবোৰ সাধুকথা শুনিছিল, মহৎ লোকৰ লগত দেখা সাক্ষাৎ কৰি যিবোৰ পাৰমাৰ্থিক তত্ত্বৰ সন্ধান পাইছিল, সেই এটাইবিলাক কথাকে ঘুকিয়াই, শুনিলে টোপনি অহাকৈ যাৰে-তাৰে আগত কৈ ফুৰিছিল আৰু সুৰলা ভাষাৰে লেখি সাকৰীৰ মাজত প্ৰচাৰো কৰিছিল। কওঁতে, কি লেখোঁতে, তেওঁ দেখা-শুনা ঘটনা বা কথাবোৰ পোহৰ ছবিৰ দৰে হুবহু এনেকুৱাকৈ লাগ্গা লগাই বৰ্ণাই গৈছিল যে শুনোতা-পঢ়োতাৰ মনত এনে হে লাগিছিল যেন তেওঁবিলাক সেই ঘটনাৰ ভিতৰতে উটিহে ফুৰিছে। 'অতীত মাৰ গল' বুলি যি এইবোৰ কথা শুনিবলৈ এজাই ফুৰিছিল, সিও ন'কৈ নোৱাৰিছিল যে হিৰডট্‌চৰ পৰ্য্যবেক্ষণ শক্তি অদ্ভুত, স্মৃতিশক্তিও চকচকীয়া' আৰু লেখা-কোৱা প্ৰণালীও অভূতপূৰ্ব্ব। তালেমান প্ৰতিবন্ধকৰ জপনা পাৰ হৈও তেওঁ যে অতীতক জীয়াই ৰাখিলে, সেইবাবেই হিৰডট্টচে (Herodotus) "বুৰঞ্জীৰ পিতৃ" নাম পালে।



ডঃ সূৰ্য্যকুমাৰ ভূঞা

ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাই হিৰডট্টচৰ দৰে দেশ ভ্ৰমণ কৰি বুৰঞ্জীমূলক অভিজ্ঞতা অৰ্জ্জন কৰা নাছিল সঁচা, প্ৰত্যক্ষ ঘটনাসমূহকো শ্ৰুতিমধুৰ হওক বুলি আলঙ্কাৰিক ৰূপ দিয়া নাছিল সঁচা, কিম্বদন্তী বা মৌখিক, মাইৰা, সত্য বুলি প্ৰতীতি নোহোৱা কথাৰ ওপৰত নিৰ্ভৰ কৰি কোনো এটা ঠাইৰ সিদ্ধান্ত দিয়া

নাছিল, সিও সঁচা ; কিন্তু "মন নেপালে পুত্ৰকো নেদিব, বৈৰী মিত্ৰ হলেহে দেখাব, আৰু বিশ্বাসে ৰাখিব" বুলি তিনি কটপা দি থোৱা বুৰঞ্জীপ্ৰাণ অসমীয়া জাতিৰ পুঞ্জীভূত বুৰঞ্জী-শাস্ত্ৰৰ ৰহস্য যে ভেদ ভাঙি দিলে, সি যে কেতিয়াও মিছা হ'ব নোৱাৰে, সেই ৰহস্য পিটিকি-পিটিকি, ফঁহিয়াই-ফঁহিয়াই তাৰ বচন-বাণীৰে যে অসমীয়া সাহিত্যৰ মৌচাক বান্ধিলে, সিও কদাপি মিছা হ'ব নোৱাৰে, আৰু এই কথাও মিছা হ'ব নোৱাৰে যে তেওঁৰেই অক্লান্ত পৰিশ্ৰম আৰু স্বাৰ্থ-শূন্য সহৃদয়তাৰে বৰ্ত্তমান আত্মবিস্মৃত অসমীয়া জাতিৰ জঠৰ গাত বুৰঞ্জী-সঁচাৰৰ যাদুকৰী কাঠী ফুৰাই দিলে। এইবাৰেই হিৰডটৃচৰ দৰে "বুৰঞ্জীৰ পিতৃ" নহলেও, তেওঁৰে পথৰ পথিক ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা অসমীয়া বুৰঞ্জীৰ বিশাৰদ।

"সুণীয়া সঁফুৰা" অসমৰ স্বতন্ত্ৰীয়া যুগটোৰ অবিকল বুৰঞ্জী আৰু সেই বুৰঞ্জী-সাহিত্যৰ সুৱাগ চৰোৱা সঁফুৰাটি মেলি দিলে প্ৰাচ্য-প্ৰতীচ্য অনা-অসমীয়া জগতৰ আগলৈ, বুৰঞ্জীবিশাৰদ ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাই।

(১) "তেওঁৰ বুৰঞ্জী প্ৰতিভা যে দীকছৌ প্ৰসাৰী হলেই নে, অসমীয়াৰ বুৰঞ্জী স্পৃহাও জগতে জানিলে।

'সময় নাই'—এই ওজৰ সূৰ্য্য ভূঞাৰ মুখত জীৱনতেই ওলোৱা নাছিল। যেতিয়াৰ যি কাম তেতিয়াই সেই কাম "সময়ৰ আগ চুলিত" ধৰি শেষ কৰি পেলাইছিল। ৰাতিপুৱা ৫ বজাৰপৰা নিশা ১২ বজালৈকে দেখিব, (অন্ততঃ দিনে ৮ ঘণ্টা) আটোমটোকাৰিকৈ কিতাপ-কাগজ, দোৱাত-কলম, বিস্কুনা, পিন-পেন্সিল আদি লিখাৰস্তুৰ সঁজুলি গোটাই থোৱা মেজতে হয়, কিবা-এটা হাতেৰে লিখি আছে, নহয় নিজেই টাইপটোতে খট্-খট্কৈ কিবা এখন পাণ্ডুলিপি টাইপ কৰিছে। তেওঁৰ সকলো কাম ইমান পৰিপাটি আৰু বেহা লগোৱা যে পৰি-পাটিতাৰ সাক্ষীগোপাল কোন বুলি যদি সোধা যায়, তেন্তে একে আষাৰেই আঙুলিয়াই দিব লাগিব সূৰ্য্যকুমাৰ ভূঞালৈ হে। ভূঞাৰ জীৱন-জোৰা কৰ্ম-ব্যস্ততাৰ আগত সৰ্ব্বনশীয়া সময়ে হাৰ মানিছিল বুলি ক'লে কেতিয়াও বাহুল্যকৈ কোৱা নহয়। সঁচাকৈয়ে ভূঞা আছিল কৰ্মযোগী।

বুৰঞ্জীৰ প্ৰত্যেক পাৰী বাণীয়েই যেন দেশ সোণাৰ মিৰিত্তে একো-একোভাগি আৰিয়া হয়—আৰু প্ৰত্যেকটো ঘটনাই যেন দেশবাসীক কেউপিনে কৃতকৰ্ম্মা কৰে এনেটো উদ্দেশ্য লৈয়ে তেওঁ ঘটনাসমূহৰ কেয়োটা সূচি ভিন্-ভিন্ ঠাইত ভিন্-ভিন্ৰূপে দাঙি ধৰিছিল। তাকে কৰিবলৈ, কেতিয়াবা-কেতিয়াবা বুৰঞ্জীক

তাৎপৰ্য্য একোটা বাছি উলিয়াত তেওঁ ইমান চিন্তাত পৰিছিল যে ওলাই আছিব খোজা হাঁহিটোও আদৰিনিতে ভেঁটা দি থব লগীয়া হৈছিল। মুঠতে বুৰঞ্জীৰ দৃষ্টান্তদ্বাৰাই লোকক অনুপ্ৰাণিত কৰোঁতা আদৰ্শ আছিল সূৰ্য্যকুমাৰ ভূঞাৰ। নহ'লে নো দেশবাসীৰ দুৰ্গতি দেখি তেওঁ এনেয়ে বুৰঞ্জীৰ ভাষাৰেই আক্ষেপ কৰিছিল নে—"অসামৰ্থ বজায়ে কি কৈ ৰাজ্য ৰক্ষা কৰিব—"

অপৰ্য্যাপ্ত বুৰঞ্জী পুথিয়ে অসমীয়া সাহিত্য চহকীকৈ থৈছে—এনে দৃঢ় মন্তব্যকে সূচাইছিল ১৮৫৫ চনত, আনন্দৰাম ঢেঁকীয়াল ফুকনে আৰু সেই মন্তব্যেৰেই অসমীয়া ভাষাৰ প্ৰতি চৰ্কাৰৰ শুভদৃষ্টি আকৰ্ষণ কৰিছিল। সেইদিন ধৰি লায়াল-গেইট-গৰ্ডন-হেমগোসাঁইৰ দিনলৈকে বৃটিছ চৰকাৰে অসম-বুৰঞ্জীৰ অক্ষয় ভাণ্ডাৰ উদ্ধাৰিবলৈ বাকী নথ'লে—তথাপি খালি কৰিব নোৱাৰিলে। দেশে বিদেশে অপ্ৰাৰিত বুৰঞ্জী সম্পদ থাকি গ'ল। ভূঞাকে আদি কৰি কামৰূপ অনুসন্ধান সমিতিৰ কেবাজনো সভ্যৰ দিহাবুদ্ধি মতে কৰা কনিংহাম চাহাবৰ যত্নত আগৰ অসম্পূৰ্ণ কাম সম্পূৰ্ণ কৰিবলৈ ১৯২৮ চনত চৰকাৰীভাৱে বুৰঞ্জী পুৰাতত্ত্ব বিভাগটি স্থাপিত হল। কিন্তু বিভাগ এটা পাতি দিলেই যে বিভাগীয় কাম সম্পূৰ্ণৰূপে সুসম্পাদিত হব—এনে আশা কেতিয়াবা দুৰাশাতো পৰিণত হয়।

কিয় নো, বিভাগটোৰ অফিচ এটা বহুবাৰলৈ ঘৰ লাগিব, সংগৃহীত বুৰঞ্জীৰ সম্পদবিলাক যতনে থৈত লগাই থব লাগিব আৰু সেইবিলাকক সম্প্ৰতি দিয়াৰ উপায় উদ্ভাৱন কৰিব লাগিব, বুৰঞ্জীব্ৰতীসকলৰ নিমিত্তে সকলো সুচল-সুযোগ থাকিব লাগিব আৰু লাগিব বুৰঞ্জীপ্ৰতিভা সম্পন্ন, দায়িত্বশীল, বহল দৃষ্টিৰ তত্ত্বাৱধায়ক এজন। এইবিলাকৰ তেতিয়া একোৱে একোটো নাছিল। ভাগ্য-গুণে, বহি-বজা পৰিচালক যিয়েই নেথাকক সূৰ্য্যকুমাৰ ভূঞাৰ গাতেই উঠি-বজা অৰ্থাৎ প্ৰকৃত পৰিচালকৰ অবৈতনিক ডাইৰেক্টৰৰ ভাৰ অৰ্পণ কৰা হ'ল।

বুৰঞ্জীপ্ৰাণ ভূঞাৰ শৃঙ্খলাবদ্ধ কাৰ্য্য-প্ৰণালী আৰু আগ্ৰহ দেখি দানবীৰ ৰায়বাহাদুৰ বাধাকান্ত সন্দিকৈ ডাঙৰীয়াই তেখেতৰ সহধৰ্ম্মিণী নাৰায়ণী সন্দিকৈ ইনষ্টিটিউটটি নিৰ্মাণ কৰাই দিয়ালে। নকলেও হব যে, সূৰ্য্যকুমাৰ ভূঞা নোহোৱা হলে, বিভাগটিৰ আটাইতকৈ আগভীয়া কাম বুৰঞ্জী-ভৱনটিয়েই প্ৰতিষ্ঠিত হবলৈ নেপালেহেঁতেন। যেই নাৰায়ণী সন্দিকৈৰ নামত বুৰঞ্জী মন্দিৰটি নিৰ্মিত হ'ল, সেই বুৰঞ্জী আৰু পুৰাতত্ত্বৰ সকলো কাম নিয়াৰি আৰু-

দুগমীয়াকৈ সুসম্পন্ন কৰিব পৰা হ'ল আৰু আজিলৈকে কৰিও থকা হৈছে। আদ্যোপান্ত সকলো কথা বুকিয়াই চাই ভাটি ন'কৈ নোৱাৰি যে অসম-গৱৰ্ণমেণ্টৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগটো ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাৰ পৰিযত্নৰেই ফল আৰু সিয়েই ভূঞাৰ কীৰ্ত্তিস্তম্ভও।

ডঃ ভূঞাৰ মহৎ কীৰ্ত্তিস্তম্ভ "আনন্দৰাম বৰুৱাৰ" জীৱনচৰিতখনি। লম্বোদৰ বৰাই সেই পৰাকী প্ৰতিভাশালী মহা পণ্ডিতৰ জীৱনী-লেখিবলৈ লওঁতেই, তেওঁৰ জীৱনী লোকে লেখিব লগা হ'ল। বৰাৰ সঙ্কল্পটি সম্পূৰ্ণ কৰিলে, ভৰ যৌৱনতে, ডঃ ভূঞাই জীৱন-মৰণ পণ কৰি। ইয়েই ঐতিহাসিকৰ ধৰ্ম।

লক্ষ্মীসিংহ স্বৰ্গদেৱ ৰাজপাটৰ অধিকাৰী হৈ থাকোঁতেই ৰজাৰ সেনাপতি বৰৈ দুৱলীয়া পানী ফুকনেৰেসৈতে বাধ মৰাণৰ যেতিয়া সমুখাসমুখি হয় আৰু যেতিয়া বাধই পানী ফুকনক মৰাণেপতা ৰজা ৰৰজনা গোহাঞিৰ পুতেকক ৰজা বৰিবলৈ কয়, তেতিয়া পানীফুকনে সদৰ্পে উত্তৰ দিছিল—স্বৰ্গদেৱ, পাটতে আছে। তোৰ কথা মতেই বৰিম নে? মই দিহিঙীয়া ঘৰৰ লৰা, এই মুখেৰেই স্বৰ্গদেৱক সেৱা কৰিছোঁ। আনক ৰজা কিয় লম?"

বুৰঞ্জী শিকনিৰে নাড়ীছুৰুসিক্ত ডঃ সূৰ্য্যকুমাৰ ভূঞাই পানীফুকনৰ মুখ-নিসৃত এই "যেই ৰজা, সেই প্ৰজা" ব্ৰহ্মবাক্যকে শিৰত লৈ আছিল আজন্মকাল। সেই হে, পৰাধীন আৰু স্বাধীন—দুয়োটা যুগতে ৰায়বাহাদুৰ আৰু পদ্মশ্ৰী খিতাপেৰে বিভূষিত হৈ প্ৰকৃত ৰাজভক্তসকলৰ শাৰী শুৱাব পাৰিছিল। প্ৰাচীন পন্থীয়েও তেওঁৰ কণ্ঠত 'বিদ্যাবিনোদ' উপাধিৰ মালা এডালি পিন্ধাই দিছিল।

বৈৰী-অবৈৰী, প্ৰাচীন-অৰ্ব্বাচিন সকলোৰেপৰা আদৰ-সাদৰ শ্ৰদ্ধা-সম্ভাষণ লাভ কৰিছিল মৃদুভাষী সূৰ্য্যকুমাৰ ভূঞাই।

সুকৃতি পুত্ৰ, . গৃহলক্ষ্মী পত্নী, বিদুষী কন্যা বিদ্যমানে, উচ্চতৰ বিষয় ভোগত পৰিতোষী আৰু কাংক্ষিত বাসনাৰে পৰিতৃপ্ত জীৱন আছিল ডঃ সূৰ্য্যকুমাৰৰ।

এনে সাৰ্থক জীৱনৰ অধিকাৰী যিজন পুৰুষ, সেইজনেই সোঁ দিদিনা ১৯৬৪ চনৰ ৫ জুলাই তাৰিখে চিৰকালৰ নিমিত্তে আমাৰ মাজৰপৰা অন্তৰ্দ্ধান হ'ল। ওপজোঁতে নিজে কান্দিছিল আৰু গুচি গৈ আমাক কন্দুৱালে। তেওঁৰ আত্মাৰ তৃপ্ত্যাৰ্থে কি দিম কি থম। তথাপি কেৰ্কেটুৱাৰ বাহপাতেই তেঁতী বুলি এই শ্ৰদ্ধাঞ্জলিটিকে সমৰ্পণে আগ বঢ়ালোঁ।

# গ্ৰন্থৰক্ষক যাদৱচন্দ্ৰ বৰুৱা

খৃষ্টীয় ঊনৈছ শতিকাৰ শেষ-ছোৱাত গোলাঘাট-অঞ্চলত এনেকুৱা এজন অধ্যৱসায়ী, বিদ্যোৎসাহী, পুস্তকানুৰাগী, প্ৰভাৱশালী ৰাজবিষয়া আছিল, যাৰ নাম আজি দুই-চাৰিজন সমসাময়িক লোকৰ স্মৃতিত হে কেৱল টিমিক্‌-টামাককৈ জ্বলি থকা দেখিবলৈ পোৱা যায়। বাহৰ একাল, মানুহৰ একাল বুলি যে আমাৰ কোৱা কথা এষাৰ আছে, সেই কথা এইজন পুৰুষৰ গাতেই খাটে। উখা-কহিমা-মকক্‌চাং সাম্ৰাজ্যৰ অন্তৰ্গত কৰোঁতে বৃটিছ সাম্ৰাজ্যবাদৰ বৰণীয় ভালেমান ইংৰাজ সামৰিক বিষয়াই প্ৰাণবিসৰ্জ্জন দিয়াৰ উল্লেখ পোৱা যায় আৰু দুৰ্যোগৰ সঙ্কটকালত সেইসকল সাম্ৰাজ্যলিপ্সুৱে কিৰূপে আত্ম জলাঞ্জলি দিছিল, তাৰো চিন পোৱা যায়। কিন্তু, সেইসকল ৰাজপুৰুষৰ যশস্তম্ভ-দৌল নিৰ্ম্মাণ কৰাত এজন তলতীয়া অসমীয়া কৰ্ম্মচাৰীৰ কৃতিত্ব ক'ত যে লুকোৱা হল বা লুকাই থাকিল, ক'ব নোৱাৰি। কৰ্ম্মচাৰীজনৰ বুদ্ধি আৰু কাৰ্য্যতৎপৰতা নোহোৱা হ'লে, যি নগা পৰ্ব্বতৰ ওপৰত আজি আমি ভাৰতীয় ধ্বজা উৰাবলৈ সমৰ্থ হৈছোঁহক, সেই পৰ্ব্বত এতিয়াও দূৰান্তৱৰ্ত্তী বা ভাৰতৰ সীমাৰ বাহিৰ হৈয়ে থাকিলহেঁতেন। যি সকল কৰ্ত্তব্যপৰায়ণ পুৰুষৰ দায়িত্বশীলতাই আমাৰ ৰাজ্যিক ভেঁটি কটকটীয়া কৰি থৈ গ'ল, সেইসকলৰ জীৱন-বৃত্তান্ত এতিয়া খুঁচৰি উলিয়াবৰ দিন হৈছে। বৃটিছ-সাম্ৰাজ্যৰ সীমাবৰ্দ্ধনত ৰাজভক্ত প্ৰজাৰূপেই হওক বা নিজৰ নিজৰ কাৰ্য্যকুশলতাৰ পৰিচয় দিবলৈকে হওক, ভালেমান ভাৰতীয় কৰ্ম্মচাৰীয়ে মনপ্ৰাণ ঢালি অৰিহণা পেলাইছিল। সেই অৰিহণা পেলোৱাৰ সুযোগতে সেই সকলে জ্ঞানৰ অৱেষা উপলব্ধি কৰি বৰ সমাদৰেৰে আধুনিক পৌৰাণিক গ্ৰন্থ সমূহ বৰ পৰিপাটিকৈ সংৰক্ষণ কৰিছিল। এইৰূপে ইংৰাজৰ আহিৰে অনুপ্ৰাণিত হৈ, নিজে গ্ৰন্থালয় স্থাপন কৰি, মৃত্যুৰ আগ মুহূৰ্ত্তলৈকে গ্ৰন্থৰাজিৰ তত্ত্বাৱধান লৈ আছিল ওপৰত উনুকিয়াই অহা গ্ৰন্থস্পৃহ পুৰুষ জনে। তেওঁৰে নাম হল যাদৱচন্দ্ৰ বৰুৱা।

বৰুৱা ডাঙৰীয়াৰেসৈতে প্ৰথম দেখাদেখি হয় ১৯২২ চনৰ ডিচেম্বৰ মাহত। তেতিয়া তেখেতৰ বয়স ৭২ বছৰ; গাত বিষ, লাখুটিত ভৰ নিদিয়াকৈ উঠিব নোৱাৰে, প্ৰায়েই বিচনাতে পৰি থাকে। এনে লৰচৰ কৰিব নোৱৰা

অৱস্থাতো দেখিব—বকুৱাই কিতাপৰ ফটা-ছিটা পাতবোৰ এঠা লগাই জোৰা দি আছে ; বুৰঞ্জী পুথি বুৰঞ্জীৰ থাকত, অসমীয়া কিতাপ অসমীয়া-থাকত, বঙলা



ৰায় বাহাদুৰ যাদৱচন্দ্ৰ বৰুৱা

বঙলাৰ ভাগত, ইংৰাজী ইংৰাজী থুপত, হাতেলিখা এতলা-বৰ্পিট আৰু বাৰমিহলি দৰকাৰী কাকত-পত্ৰ থাকে-থাকে, ভাগে-ভাগে আটোমটোকাৰিকৈ সজাই থৈছে। কোনোবাই যদি কেতিয়াবা তেবেত্তক কিতাপ এটা পঢ়িবলৈ খোজে,

তেখেতে কয়, "পঢ়া যদি, ইয়াতে পঢ়া, ঘৰলৈ নিব নোৱাৰা। আমাৰ মানুহে এবাৰ কিতাপটি সৰকালেই কিতাপ আৰু ওলোটাই নিদিয়েছি, এনে কি, ছুনাই আৰু তেওঁক দেখিবলৈকে পোৱা নহয়। সমৰথ থাকিলেও সেই জাতৰ মানুহে কিতাপ নিকিনে। লোকে যতন কৰি সাঁচি থোৱা কিতাপটি লৈ ছুপাতমান মাথোন লুটিয়াই চায়, এনেতে, কিতাপেই হেৰায়। সেই কাৰণে, কিতাপ এৰি দিব নোৱাৰোঁ।"

ইংলেণ্ডৰ বদ্লিয়ান লাইব্ৰেৰী বা পাটনাৰ খোদাবকছ লাইব্ৰেৰীবোৰৈসৈতে হে যাদৱ বৰুৱাৰ 'লাইব্ৰেৰী'টো তুলনা কৰিব পাৰি। কলিকতাৰ মহাৰাজ মণীন্দ্ৰচন্দ্ৰই যেনেকৈ নিজৰ পেৰাৰ ধন ভাঙি বিৰাট গ্ৰন্থালয় এটি স্থাপন কৰিছিল, অসমৰ যাদৱচন্দ্ৰ বৰুৱাইও অন্তৰ সহায় উদগণি নোপোৱাকৈয়ে আপোনাআপুনি তেখেতৰ ঘৰুৱা গন্ধীয়া ভঁড়ালটো পাতি লৈছিল। পুথি ভঁড়ালৰ [illegible]টো কিতাপত কি আছে, আন কি, কোন পিঠিত কি বিষয়টো আছে, তাকো তেখেতে সোধা মাত্ৰকে টপৰাই কৈ দিব পাৰিছিল। "লাইব্ৰেৰী"টোত "অৰুণোদই"ৰ দিনৰেপৰা প্ৰকাশ হোৱা সকলো অসমীয়া কাকত-পুথি সুন্দৰকৈ বন্ধাই থোৱা দেখিছিলোঁ। ১৯২৪ চনত, ৭৪ বছৰ বয়সত তেখেতৰ মৃত্যু হল। তাৰ পিছত, ৰৰজোঞায়েক যোগেন্দ্ৰনাথ বৰুৱাই তেখেতৰ পুথিপাজিবোৰ উত্তৰ গুৱাহাটীৰ আনন্দৰাম বৰুৱা লাইব্ৰেৰীক দান দিলে।

যাদৱ বৰুৱা নিচেই দৰিদ্ৰ অৱস্থাৰপৰা ডাঙৰ হোৱা মানুহ। তেখেতৰ পূৰ্ব্বতে ঘৰ আছিল নগাঁৱৰ হাতীচোঙত। ইংৰাজী পঢ়িলে জাতযোৱাৰ ভয়তে দেউতাকে তেখেতক ইংৰাজী পঢ়িবলৈ নিদিছিল। কিন্তু পঢ়িবলৈ বৰ মন থকাত, ঘৰৰপৰা পলাই আহি নামতীয়াল কাকতী বংশৰ প্ৰিয়লাল বৰুৱা ডিনীছিয়েকৰ ঘৰত থাকি তেখেতে ইংৰাজী পঢ়েহি। শিৱসাগৰ হাইস্কুলত বৰুৱাই এণ্ট্ৰেন্স শ্ৰেণীলৈকে পঢ়ে। তেতিয়া তেখেতৰ সহপাঠী আছিল উজনিৰ প্ৰথম গ্ৰেজুৱেট "বি-এ জগন্নাথ", শিক্ষাবিদ গোবিন্দ বেজবৰুৱা, কৰ্ণেল শিৱৰাম বৰা, হৰিপ্ৰসাদ ছুৱৰা (দেৱান), ৰমাকান্ত গোঁহাই (নাজিৰ) আৰু "ডেপুটী ইন্‌স্পেকটৰ" ৰঘুৱৰ বৰুৱা।

সেই সময়তে, বৃটিছ গৱৰ্ণমেণ্টে নগা পৰ্ব্বতটো বৃটিছ সাম্ৰাজ্যৰ ভিতৰত 'চামিল' কৰিবৰ নিমিত্তে বটুলাৰ নামে এজন কাৰ্য্যদক্ষ ইংৰাজ বিষয়া পঠিয়ায়। তেওঁ আহি গোলাঘাটৰ আমুগুৰি আৰু ৰংপাথৰত ছুটা কিল্লা কৰায়হি। এই

বাটেদি তেতিয়া নগা অহাযোৱা কৰিছিল। সেই কাৰণে বাটটোক নগাবাট বোলা হৈছিল। বটলাৰ আহিয়েই জামুগুৰি-বৰপথাৰেদি গোলাঘাটৰপৰা আলিবাট এটা বন্ধালে। ছাহাবৰ লগত তেতিয়া হিন্দুস্থানী চিপাহী গোটা দুই-এক হে আছিল। জনাবুজা অসমীয়া কৰ্ম্মচাৰী এজনৰ আৱশ্যক হোৱাত বটলাৰ ছাহাবে প্ৰিয়লাল বৰুৱাৰ পৰামৰ্শমতে যাদৱ বৰুৱাকে মাঁহে ৪০৲ টকা দৰ্মহাত আলি-মহৰী-কামত লয়। বৰুৱাই ডাকঘৰ আৰু অহাযোৱা-পথ নিৰ্ম্মাণ কৰোৱায়। তেতিয়াই বৰুৱাই জামুগুৰিৰ লক্ষ্মীপতি খাটনীয়াৰৰ জীয়েকক বিয়া কৰায়।

বৰুৱা, ভূঞা-বংশৰ আদিপুৰুষ সমুদ্ৰ ভূঞাৰপৰা অধস্তন ষষ্ঠদশ সন্ততি; দেউতাকৰ নাম খগেশ্বৰ। ইং ১৮৫১ চনৰ ৯ এপ্ৰিলত তেওঁৰ জন্ম। ওখই ৫ ফুট ৭ ইঞ্চি। ১৮৬৮ চনৰ ৭ নৱেম্বৰত, মাহে ৫০৲ টকা দৰ্মহাত পুলিচ-অফিচৰ কেৰেণী কামত মকৰল্ হয়। তাৰপৰা ক্ৰমাৎ কহিমা, মককচাং আদিত কাম কৰি-কৰি ১৮৯৮ চনত চব ডেপুটী কলেক্টৰ হয়। ১৯০৩ চনত কামৰপৰা অৱসৰ লয়। সুখ্যাতিৰে কাম কৰা বাবে চৰ্কাৰে বৰুৱাক ৰায়বাহাদুৰ উপাধি দিয়ে; উপাধিৰ লগতে পুৰুষানুক্ৰমে ভোগদখল কৰি থাকিব পৰাকৈ এহেজাৰ একৰ মাটিৰ গ্ৰ্যাণ্ট এটিও দান কৰে। ১৯০১ চনত একেটি মাথোন পুতেক জগৎচন্দ্ৰ ২০ বছৰ বয়সতে মৃত্যুমুখত পৰিব লগা হোৱাত, বৰুৱাৰ জীৱনটো তেনেই জুৰুলা হয়।

কেনেকুৱা সঙ্কটাৱস্থাত পৰিও, ৰায়বাহাদুৰে নিজৰ কৰ্ত্তব্য সম্পাদন কৰিছিল, তাক তেখেতৰ ডায়েৰীৰপৰাই তুলি দিয়া হল,—

"১৮৭৭ চনত মেজমা নগাৰ বিৰুদ্ধে যি ৰণ চলোৱা হয়, তাত নগা পৰ্ব্বতৰ ডেপুটী কমিশ্যনাৰ কাৰ্ণেগী ছাহাবৰ গাত গুলী লাগি তৎক্ষণাৎ মৃত্যু হয়। তেতিয়া আমাৰ চিপাহীয়ে লঘোনে-ভোকে থাকিব লগীয়া হোৱাত মই নগাবোৰৈসৈতেই মিলিজুলি বহুদ যোগাইছিলোঁ। ছাহাব মৰা শুনিয়েই মই খানৰ বস্তাবোৰ মাটিত পুতি থৈ, পাছত মনে-মনে তাৰপৰা উলিয়াই খাবলৈ দিছিলোঁ। কৰ্ণেল্ মেকগ্ৰেগৰ আৰু কেপ্টেইন উইলিয়ামছনৰ ফৌজ নোপোৱাহিলৈকে সেই জুইলগাই পুৰিথৈযোৱা গাঁৱৰ তলত পুতিথোৱা খানকে খুন্দি উলিওৱা চাউল নিদিয়া হলে মেজমা নগাই ইংৰাজক ভাতে শেষ কৰিলেহেঁতেন। নগা ইংৰাজৰ মাজত মই মধ্যস্থ হৈ কাম কৰাত ইংৰাজৰ গৌৰৱ ৰক্ষা হল।

"১৮৭৭-৭৮ চনত মেজৰ ব্ৰাইডনে ৪২ নম্বৰী গুৰ্খা পল্টনটো লৈ নগাৰ লগত যুঁজ দিওঁতে নগাই ইংৰাজৰ ছাউনী পুৰি পেলায়। তেতিয়া মই হে তাৰ হিচাপ-পত্ৰবোৰ লুকুৱাই ৰাখোঁ। মেজৰা যুদ্ধৰপৰা ঘূৰি আহি কৰ্ণেল কীটিঙে মোক লগত লৈ নগাপৰ্ব্বতৰ সদৰ ঠাই পাতিবলৈ কহিমা আক উখালৈ যায়। তাৰপৰা তেওঁৰ লগতে বাট-পথ দেখুৱাই গোলাঘাটলৈ যাওঁ। মোক মিকিৰ, ৰেংমা, লোটা আক আঙ্গামী নগাই বৰ ভাল পায় আক এই ভালপোৱাৰ বলত হে যে এই ভূখৰি ঠাই বঢ়াব পৰা হৈছে, তাক চিফ্ কমিছনাৰ কীটিঙে বঢ়িয়াকৈ জানে। কেপ্টেইন বটুলাৰ ছাহাবে মোৰ ওপৰতে সকলো ভাৰ অৰ্পণ কৰি দিয়ে। তেৱেঁই মোক ৰায়বাহাদুৰ পাতিবলৈ লেখে। ১৮৭৯ চনত, কহিমা কিল্লাটো নগাই কেউফালৰপৰা বেঢ়ি ধৰিলত, মই হে উদ্ধাৰ কৰিছোঁ। এই চনতে ডেমেণ্ট্ আক কৰ্ণেল মেক্‌গ্ৰেগৰে চাংমা নগাৰ গাওঁ লবলৈ যাওঁতে যা[illegible]এটাই কলেহি বোলে, নগাই গোটেই ফৌজটোৰ চিপাহীকে মাৰি শেষ কৰিলে, মই হে তেতিয়া ৰছদপাতি লৈ গৈ লগত থকা চিপাহীবোৰক খোৱাৰ সমল যোগাইছোঁ।"

"খনমাত ডেমেণ্ট্ চাহাবক নগাই কচুকটা দিলত, সেই খবৰ আহি ৰাতি কহিমা ওলালহি। ১৮৭৯ চনত অক্টোবৰ মাহত এই ঘটনা হয়। খবৰটো পায়েই মই ৰাতিয়েই উখাত থকা হাইও্ আক গোলাঘাটত থকা মেক্সৱেল ছাহাবলৈ হৰকৰা পঠিয়াই খবৰ দিওঁ। পাছ দিনা বিহানেই মণিপুৰৰ পলিটিকেল এজেণ্ট কৰ্ণেল জনষ্টন্ চাহাবৰ ওচৰলৈ লগা এটা পঠিয়াই বিপদৰ কথা জনাওঁ। ফৌজৰ চিপাহী তাকৰ হোৱাত জনষ্টন্ আগ বাঢ়িব নোৱাৰিলে। মেক্সৱেলো সেইদৰে চাহগুটিওতে খাপ দি থাকিব লগীয়া হল। আমি কিন্তু খনমাতে নেথাই-নবৈ ১৪ দিন বন্ধ হৈ থাকিলোঁ। মই নোহোৱা হলে, তেতিয়া আমাৰ দশা কি হলহেতেন কব নোৱাৰোঁ। মই মনে মনে কহিমাৰপৰা গৈ বহুত ছলবুদ্ধি কৰি নগাইতক ভাঁৰাই পঠিয়াইলোঁগৈ। তেতিয়া হে হাইও্ ছাহাব আগবাঢ়ি যাব পাৰিছে।"

সেই সময়ত এনে এজন সামৰিক বা অসামৰিক উচ্চ বিষয়া নাছিল যি ৰায় বাহাদুৰৰ কাৰ্য্যদক্ষতা শত মুখে প্ৰশংসা নকৰি নোৱাৰিছিল। ৰায় বাহাদুৰৰ বিৱৰণীবোৰ পঢ়িলে সঁচাকৈয়ে আফ্ৰিকাৰ নিগ্ৰো জাতি মধ্যেৰাৰ দুঃসাহসিক কাহিনী যেন লাগে।

আমাৰ দাঁতিয়ে-কাষৰে থকা আৰু অসমীয়াৰ লগত ঘনিষ্ঠ সম্পৰ্ক ৰাখোতা পৰ্ব্বতীয়া জাতিবিলাকক ৰখাবলৈ যোগ্য অসমীয়া মানুহহেই যে উপযুক্ত লোক তাক সেইদিনৰ বৃটিছ কৰ্ত্তৃপক্ষসকলে সুন্দৰকৈ উপলব্ধি কৰিছিল। সেই নিমিত্তেই, মণিপুৰীয়া ৰজা আৰু আঙ্গামী-খনমা নগাৰ লগত ৰাজনৈতিক সম্পৰ্ক ৰাখিবলৈ ৰায়বাহাদুৰ যাদবচন্দ্ৰ বৰুৱাকে নিযুক্ত কৰা হৈছিল।

নগা পৰ্ব্বতৰ চুপাৰিণ্টেণ্ডেণ্ট থাকোতে মণিপুৰীয়া ৰজাই বৰুৱাৰ বুদ্ধি পৰামৰ্শমতেই বৰুৱাৰ ঘৰৰ দুৱাৰ মুখতে থকা এডোখৰ মাটিত ৰজাৰ পদচিহ্ন ৰাখিব খুজিছিল। সেই অভিপ্ৰায় জনাই মেক্‌কেব চাহাবক যিখন দৰ্খাস্ত দিয়া হৈছিল, সেইখন মেক্‌কেৱে বৰুৱালৈকে পঠিয়াই দি কামটো সমাধা কৰোৱাইছিল। মণিপুৰীয়া ৰজাই চিঠিখন এইদৰে লেখিছিল :—

"মহামহিম শ্ৰীযুত আৰ ৱি মেক্‌কেৰ সিং এস্ ঐগি থোই দোকনা চান্নাৰ মকণ :—

শ্ৰীযুক্ত সাহেবতা খঙহনথি। শ্ৰীযুক্ত সাহেবনা পিৰকপা ১৪ নবেম্বৰগি লাইৰিক ফংলদুনা য়ামনা নুঙাইহে। শ্ৰীযুক্ত সাহেবনা "হৈজিক ৺পিতা মহাৰাজগি পদচিহ্ন লৈৰিবা মফম অদু মুসলমাননা চিংবালৈ; মৱম অদুনা মফম্ অদুদগি হোংদুকতুনা শ্ৰীযাদৱ বাবুগী য়ুমগি মমঙ থংবদা। অৱাংবা মফম্ অমা লৈ মাদুদী হিন্দু সিংনা লৈ, মাদুদ্ কতা পদচিহ্ন অদুমনবদী অমম্লুং পদচিহ্ন অদুগী ৰক্ষণাবেক্ষণ শ্ৰীযাদৱ বাবু তৌহন্নবদি য়ামন, ফগনি হাইৰ কপা অদু ঐম্লুং মাদুমতৌনা মফম্ অদুদা থমনবদি ফগনি হাইনা খল্লি। তৌই ওমবম্লুং মাসিএকতা কৰি থোই দোক্‌পা। হাইন বা লৈতে শ্ৰীযুক্ত সাহেব না চান বিদুনা হওক হোংবা অসিগি মুখেদি অমুৰ হোন্দাবা মএম্ অকৰা য়েং দুনা থম বিহন্নদী, য়াম না নুঙাইগণি। ঐসু মঙ্গল ওইনা লৈৰি শ্ৰীযুক্ত সাহেবম্লুং য়াইফনা লৈৰিগণি।

| | |
|---|---|
| লৈৰিগনি, ইতি— | শ্ৰীযুক্ত সাহেবকি লেঙেদৰা মকপ |
| মণিপুৰ | শ্ৰীযুত চন্দ্ৰকীৰ্ত্তি সিংহ মহাৰাজ, |
| শক ১৮০৫, মাহ ১৩ অগ্ৰহায়ণ | কে সি এস আই* |

* "মহামহিম শ্ৰীযুত আৰ বি মেক্‌কেৰ চি এচ আই চাহাব ৰ সমীপেষু

শ্ৰীযুত চাহাবক জনাওঁ যে আপোনাৰ ১৪ নবেম্বৰৰ চিঠিখনি পাই সুখী হলোঁ। মোৰ ৺পিতৃদেৱৰ পদচিহ্ন স্থাপনৰ ঠাইডোখৰ বৰ্ত্তমান মুছলমানৰ বসতিপ্ৰধান হোৱা বাবে হিন্দুৰ

এই চিঠিখনৰ মূলত দুটা কথা বিশেষকৈ লক্ষ্য কৰিব লগীয়া আছে। মণিপুৰীয়া ৰজাৰ কেৰেণীয়ে লেখোঁতে বঙলা আখৰেৰে চিঠিখন লেখিছিল (মণিপুৰীয়া ভাষাৰ আখৰ অৱশ্যে আমাৰ দৰেই)। কিন্তু "ৰজা কীৰ্ত্তিসিংহই চহী কৰোঁতে অসমীয়া পেট কটা ৰ দি চহী কৰিছিল। আৰু ৰজাৰ চিঠিত আছিল অসমীয়াই ব্যৱহাৰ কৰাৰ দৰে শক; বঙালীৰ দৰে "সাল" নহয়।

সেই দৰে, হাচুং হাজোৰ ২০ খন গাঁৱৰ গাওঁবুঢ়াই আঙ্গামী নগাৰ দৌৰাত্ম্যৰ হাত সাৰিবলৈ এখন দৰখাস্ত দিছিল। দৰ্খাস্তকাৰীৰ নাম আছিল :—১। বাজল বা নগা গাওঁবুঢ়া, ভেৰণ গাওঁ। ২। গিয়ংবাও গাওঁবুঢ়া, গুপুইল গাওঁ ইত্যাদি। এইখন দৰ্খাস্তও বঙলাতেই লিখা। তথাপি তাতো "লৰা তিৰোতা", "ধৰিবৰ ইচ্ছা" ইত্যাদি শব্দ আছিল। নগাৰ দৰ্খাস্তবোৰ ৰায়বাহাদুৰে, বৰ পৰিপাটিকৈ ভাগ-ভাগ কৰি ফাইল কৰি থৈছিল আৰু নগাৰ ভিতৰত চলিত [illegible] যে অসমীয়া, সেইকথা তেওঁ পাদুৰী চাহাব আৰু এচ. ডি. অ চাহাবক চিঠিবোৰ দেখুৱাই বুজাই দিছিল।

ৰায়বাহাদুৰ যাদৱচন্দ্ৰ বৰুৱাৰ সাহ, উপস্থিত বুদ্ধি আত্মনিৰ্ভৰশীলতা, কৰ্ত্তব্য পৰায়ণতা আৰু নিয়মতন্ত্ৰমতে চলাটোৱেই আছিল জীৱনত কৃতবিদ্য হোৱাৰ মূলমন্ত্ৰ। জন্মভূমিৰ প্ৰতি শ্ৰদ্ধা আৰু জ্ঞান বিদ্যা আৰ্জ্জনৰ স্পৃহাই আছিল তেওঁৰ ধৰ্ম। এনে ধৰ্মানুৰাগী গ্ৰন্থকৰ্ত্তজনৰ স্মৃতি ৰক্ষা কৰা সৰ্ব্বতোভাৱে বাঞ্ছনীয়।

---

মনৰমতি থকা যাদৱ বাবুৰ ঘৰৰ ওচৰলৈ সেই চিহ্ন স্থানান্তৰিত কৰা ভাল হৈছে। সেই পৰ চিহ্নৰ ৰক্ষণাবেক্ষণৰ ভাৰ যাদৱ বাবুৰ ওপৰতেই থকা ভাল বুলি কৰা প্ৰস্তাৱটো মই সমৰ্থন কৰিছোঁ। কিন্তু এই পৰিবৰ্ত্তন এইবাৰ যি হয়, আৰু যাতে আপনি মহৎ ভাবে আশা কৰিলেঁ।। আমাৰ মঙ্গল। আশা কৰো আপোনাৰো মঙ্গল।

চাহাবৰ অকৃত্ৰিম বন্ধু,
শ্ৰীযুত চন্দ্ৰকীৰ্ত্তি সিং মহাৰাজ

# সাংবাদিক কৃষ্ণকান্ত ভট্টাচাৰ্য্য

একাল আছিল, যেতিয়া কিছুমান ইংৰাজ কৰ্ম্মচাৰীৰ আত্মম্ভৰিতা, পৰদেশীয় মানুহৰ স্বাৰ্থপৰ হৈচো আৰু জাতীয় দৰিদ্ৰতাই আছিল অসমীয়া জাতি উধোৱাৰ প্ৰধান অন্তৰায়। ইয়াৰ বিৰুদ্ধে যুঁজিবলৈ নাই মানুহ, নাই বাতৰি-কাকত আৰু নাই সেই কাকত চলাবলৈ ধনী খামিডাঠ মানুহ। দিনক দিনে দেশৰ সমস্যা ইমান জটিল হৈ আহিছে আৰু চাই থাকোতে-থাকোঁতেই বিদেশী কাউৰীয়ে আমাৰ মুখৰ ভাত কাঢ়ি নিছে যে সময়ৰ শৰ মাৰি তেতিয়াই যদি চুৰাৰ চোকা কথা কৈ চৰকাৰ আৰু ৰাইজক সতৰ্ক কৰি দিয়া নহয় তেন্তে অচিৰেই অসমীয়া জাতি দণ্ডকাৰণ্যত প্ৰবেশ কৰিবৰ্গে লাগিব। অসমৰ অসমীয়া জাতীয় স্বাৰ্থটো কেনেকৈ সৰ্ব্বপ্ৰকাৰে ৰক্ষা কৰিব পাৰি পেক্কাৰ কৃষ্ণ ভট্টাচাৰ্য্যৰ খালি সেই হে চিন্তা। বহুত ভাবি-চিন্তি ঠিক কৰিলেগে যে আমাক বাতৰি-কাকত এখন লাগেই। লাগে বুলি চৰ্কাৰক শলাগি থকা কাকত এখন আমাক নেলাগে। এনে কাকত লাগিব যি কাকত সঁচাকৈয়ে চৰ্কাৰৰ চকুৰ কুটা দাঁতৰ শাল হব আৰু ৰাইজকো দেখুৱাই দিব যে মাউথে উটিলে শুৰি পকৱাহো মৰণ নাই।



কৃষ্ণকান্ত ভট্টাচাৰ্য্য

কাকত এখন লাগে বুলি ভাবিলেই বা কলেই জানো উলিয়াব পাৰি? ভালই লাগে ধন, লাগে সাহ, লাগে ৰাইজৰ সহযোগ আৰু লাগে চিন্তাশীল লেখকৰ এটা দল।

পেক্কাৰৰ নিমিত্তে এটাইবোৰেই হোৱাৰ আশা আছে, নাই কিন্তু ধনৰ পুঁজি।

হাতত বিত্ত নোহোৱাকৈ পিটুপিটুকৈ থকা মনটোৰ বলেৰে কাকত চলাবলৈ যোৱা যেনে, ভিত্তিত কলহ বান্ধি দিখৌনৈত জাঁপ দি মৰাও তেনে।

'আসাম নিউচ', "আসাম" "বিশ্ববাৰ্ত্তা" প্ৰভৃতি কাকতৰ দশা দেখি, অসমত কাকত চলাবলৈ লোৱাটো বিড়ম্বনা মাত্ৰ। ভাল ছপাশাল নহ'লেও আপদ। সাহিত্যিক, লেখকনাৰ, ৰাজনীতিক আৰু সুলেখকবৰাবাই পৰিচালিত হোৱা 'বন্তিবো' দুৰ্নাম, সেই বেয়া ছপাশালত ছপোৱা লেপথেপ পঢ়িব নোৱৰা আখৰৰ বাবেই। গতিকে, ভাল ছপাশাল এটি নহলে কাকত উলিয়াবলৈ লোৱাপ্ৰয়াস একেবাৰেই বৃথা। নতুন এটা কিনিবলৈও ধন ক'ত? তথাপি তেওঁ শস্তা দামতে প্ৰেছ এটা কিনিবলৈ ঠিক কৰিলে।

'আউনীআটী' সত্ৰতে পুৰণি প্ৰেছ এটা পৰি আছিল। সেইটোতে সত্ৰাধিকাৰ পূজ্যপাদ শ্ৰীশ্ৰী৺দত্তদেৱ গোস্বামী প্ৰভুৱে ধৰ্মগ্ৰন্থ ছপাইছিল আৰু [illegible] প্ৰভু ঈশ্বৰৰ তত্ত্বাৱধানত "আসাম বিলাসিনী" কাকত ছপা হৈছিল। প্ৰেছটোৰ নাম আছিল "ধৰ্মপ্ৰকাশ যন্ত্ৰ"। তেতিয়াৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰী৺কমলদেৱ গোস্বামী প্ৰভুক খাটিলুটি প্ৰেছটো খুজি আনি লেখাৰে নিজাঘৰ তৰাজানতে বহুৱালেহি। নিৰ্ব্বন্ধ থাকিল—প্ৰেছটোৰ নাম 'ধৰ্মপ্ৰকাশেই' থাকিব আৰু লেখাৰে উলিয়াবলৈ লোৱা কাকতখনৰ নামটো শ্ৰীশ্ৰী৺দত্তদেৱ গোস্বামীৰ স্মৃতি ৰক্ষাৰ্থে "আসাম-বিলাসিনী" হব আৰু তাত আগেয়ে সত্ৰৰপৰা ওলোৱামতে প্ৰভু ঈশ্বৰৰ উদ্দেশ্য থকা শ্লোকৰ মোহৰটো থাকিব। সেইমতেই ১৯১২ চনত যোৰহাটত "ধৰ্ম-প্ৰকাশ প্ৰেছ" স্থাপিত হল।

'বাণিজ্যে বসতে লক্ষ্মী। অসমীয়া মানুহে কিন্তু বাণিজ্যত হাত দিয়াটো অপমানসূচক বুলি ভাৱে। কৃষ্ণ লেখাৰে চৰ্কাৰী আমোলা হৈও তেনে বাণিজ্য কৰিবলৈ আহি এটি দেখুৱালে—ঘৰতে সক দোকান এখন খুলি। আউনীআটি সত্ৰৰ মুক্তিয়াৰ ৰঘুৰাম খাৰঘৰীয়া, লোমেশ্বৰ মজিন্দাৰ বৰুৱা, আনন্দৰাম [illegible]ীয়া বৰুৱা, হৰকান্ত হুৱৰা ডাক্তৰ আৰু মতিলাল বৰুৱা—এইসকলে মিলি "আসাম প্ৰডিউচ ট্ৰেডিং কোম্পানী" নাম দি এটা কোম্পানী খুলিছিল। সেই কোম্পানী অংশ বিক্ৰী কৰি অসমত বৃহৎ বাণিজ্য প্ৰতিষ্ঠান এটা পাতি অসমত মাৰোৱাৰীৰ একাধিপত্য খাঁতবাবলৈ অভিলাষ কৰিছিল। আন কি, পতিত মাটিৰ পট্টা লৈ তাত চাহখেতি কৰিবলৈও মন মেলিছিল। সেই কোম্পানীৰ অনুষ্ঠান মতে অসমীয়া মানুহক কাৰবাৰী আৰু বণিয়া কৰিবলৈ হ'লে লোমেই এৰনি চুৰ্ঘীয়া

দোকান পাতি দেখুৱাব লাগে। সেই গুণে পেকাৰ ডাণ্ডৰীয়াই খোলা দোকান খনকে 'প্ৰভিডিউচ কোম্পানীৰো প্ৰথম দোকান বা অনুষ্ঠান বুলি সকলোকে জনোৱা হ'ল। কোম্পানীৰ অনুষ্ঠান-পত্ৰ, ৰছিদ-বহি, গোহাৰি ইত্যাদি সকলো ছপাকামবিলাক ধৰ্মপ্ৰকাশ প্ৰেছতে ছপা হৈছিল। এই সময়তে শিক্ষা বিভাগৰ কৰ্তৃপক্ষৰপৰা হুকুম আহিল বোলে হাই স্কুলত পঢ়া যি ছাত্ৰই ঐকে লেখাবিয়ে দুবছৰ প্ৰমোছন নোপোৱাকৈ থাকে তাক স্কুলৰপৰা নাম কাটি দিব লাগে। সেই হুকুম শুনি ভট্টাচাৰ্য্যদেৱৰ গা পুৰিবলৈ ধৰিলে। শিক্ষাবিদ উপেন্দ্ৰনাথ বৰুৱা ডাণ্ডৰীয়া তেতিয়া যোৰহাটতে আছিল। তেখেতে ইতিপূৰ্ব্বে উত্তৰ লক্ষীমপুৰত মাইনৰ স্কুল এটা পাতি থৈও আহিছে আৰু পূৰ্ব্বেও যোৰহাটত ইংৰাজী স্কুল পাতিছিল। তেখেতক ভট্টাচাৰ্য্যই ধৰিলেগৈ বোলে—আপুনি যেনেতেনে মতে স্কুল এটা খুলিবই লাগে; নহলে, নামকটা লৰাবোৰৰ মুৰখোৱা হব। বৰুৱা ডাণ্ডৰীয়াই ঘৰ এটাৰ অভাৱ দেখুৱালে। কিন্তু ঘৰ পালে শিক্ষক হবলৈ আপত্তি নাই বুলিও ক'লে। মহৰক্ষা-কোম্পানীৰ চুপাৰিণ্টেণ্ডেণ্ট সোমেশ্বৰ শৰ্ম্মাৰ বঙলাটো তেতিয়া খালি হৈ পৰি আছিল। পেকাৰে শৰ্ম্মা ডাণ্ডৰীয়াক কৈ সেইটোতে স্কুলৰ কাম আৰম্ভ কৰি দিলে। শিক্ষাবিদ উপেন্দ্ৰনাথ বৰুৱা হ'ল হেড মাষ্টৰ, ঘনকান্ত ভট্টাচাৰ্য্য চেকেণ্ড মাষ্টৰ, ভীমসেন শৰ্ম্মা থাৰ্ড মাষ্টৰ, মহেন্দ্ৰনাথ চক্ৰবৰ্ত্তী ফৰ্থ মাষ্টৰ আৰু গোলোক চন্দ্ৰ কাব্যবিনোদ হ'ল সংস্কৃত পণ্ডিত। নতুন স্কুলত আশাতীতৰূপে ছাত্ৰই নামো লগালেহি।

ইতিমধ্যে শনি ওলাল। কোনোবা টুটকীয়াই চীফ কমিছনাৰক দৰ্খাস্ত দি লগালে বোলে, কৃষ্ণকান্ত ভট্টাচাৰ্য্যই এপিনে কছাৰীত ক্ৰিমিনেল পেকাৰৰ কাম কৰে আৰু সিপিনে গুচৰীয়া-পদকীয়াৰ ভেঁটী খাই দোষীক নিৰ্দ্দোষী আৰু নিৰ্দ্দোষীক দোষী কৰে। তাৰ উপৰিও, তেওঁ হাই স্কুল এটি খুলিছে আৰু দোকানো এখন দিছে। সিমানেই অকল নহয়, প্ৰেছ এটাও কিনি আনিছে। ডেপুটি কমিশ্বনাৰ মেকেয়াৰে, এই দৰ্খাস্ত পাই পেকাৰক সুধিলে—এইখন দৰ্খাস্ত কোনে দিছিল? পেকাৰে "কোনে দিছে, কব নোৱাৰোঁ, আখৰ চিনি নেপাওঁ" বুলি ক'লে। ডি চিয়ে অলপ ইতিকিণ্ডৰ সুৰত খেজেলিয়াই-খেজেলিয়াই ক'লে, "আপুনি ক'ব পাৰে। নকওঁ বুলিছে কোৱা নাই। আপোনাৰ বহুত টকা হৈছে। আপুনি হাই স্কুল পাতিছে। কোম্পানী পাতি দোকান খুলিছে। আৰু ছাপাখানা আনিছে! আৰু আপুনি কি কৰিছে? কৌজদাৰী পেকাৰ হৈ

আচাৰী-ব্যৱহাৰীৰ ভেঁটা খাই দোষীক নিৰ্দোষী কৰি নিৰ্দোষীক কাটেক খুৱাইছে? আপোনাৰ এইবিলাক বৰ বেয়া কাম। আপোনাক ইয়াৰপৰা বদলি কৰিব লাগিব।" ছাহাবৰ কথা শুনি পেস্কাৰৰ খং উঠিবলৈ বাকী নেথাকিল। কিন্তু, সেই সময়ত খং দেখুৱা মানে নিজৰ মহামাৰ নিজে চিন্তা। সেই দেখি, তেওঁ সাম্যভাব দেখুৱায়েই সবিধান দিলে, "আপোনাৰ এলাকাৰ বাহিৰলৈ যদি বদলি কৰে বৰ বং পাম। শিৱসাগৰ বা গোলাঘাটলৈ কৰিলে, আপুনি ভাবিছে নে কি যে, স্বয়ং আপুনিয়েই যাক চলাব নোৱাৰিলে, সেই মহকুমাৰ অধিপতি একোজনে মোক চলাব পাৰিব?" সবিধানৰ ফল এই হ'লগৈ যে সেই ঘটনাৰ পিছদিনাই পেস্কাৰক শিৱসাগৰলৈ বদলি কৰিলে।

শিৱসাগৰত কাম কৰি অলপ দিন আছে, এনেতে তেখেত নৰিয়া পৰিল। চিভিল চাৰ্জ্জন কৰ্ণেল জেমছৰ হতুৱাই স্বাস্থ্য পৰীক্ষা কৰোৱাই চাৰ্টিফিকেট দাখিল কৰি ডি-চি প্লেফেয়াৰলৈ পঠিয়াত, ডি, চিয়ে কমিছনাৰ গৰ্ডনলৈ লেখিলে বোলে কৃষ্ণকান্ত ভট্টাচাৰ্য্যক ছুটি নিদি, কামৰপৰা একেবাৰেই অৱসৰ দিব লাগে। কমিশ্যনাৰে পিছে তেওঁক ছিলঙৰ ইন্‌স্পেক্টৰ জেনাৰেললৈ দৰ্খাস্ত দিবলৈ ডি চিৰ হতুৱাই কোৱালে। সেই মতে দৰ্খাস্ত দিলত, ইন্‌স্পেক্টৰ জেনাৰেলে আকৌ ডিব্ৰুগড়ৰ মেডিকেল বৰ্ডলৈ পঠিয়ালে—তেওঁবিলাকৰপৰা চাৰ্টিফিকেট আনিবলৈ। পেস্কাৰ ডিব্ৰুগড় পাই বেৰীহোৱাইট মেডিকেল কলেজত চিভিল চাৰ্জ্জন কৰ্ণেল লেভেন্টনক দেখা কৰিলেগৈ। লেভেন্টনে কলে, "আপোনাৰ বিষয়ে লেখালেখি কৰা কাগজ-পত্ৰবোৰ চাওঁতে-চাওঁতে আজি নিশা একাল গল। যাক, আপুনি দহ মিনিটমান ৰওক।" দহ মিনিটৰ মূৰত তেওঁ ডাক্তৰ ছাহাবৰ আগত হাজিৰ হ'লত, ছাহাবে ক'লে, "চাওঁ, আপোনাৰ জিভাখন মেলকচোন।" জিবা চাই ছাহাবে আচৰিত হৈ মাত লগালে, "আপোনাৰ পেটত বদ্‌ হজম্ হৈ নাড়ী ফুলি গৈছে। কাম কৰি থাকিলে, আপুনি আৰু জীয়াই থকাৰ আশা নাই।" সেই কথাটো বৰ্ডত জনোৱাত, বৰ্ডে তেওঁৰ কাগজপত্ৰ চাই ছিলঙলৈ কিবা এটা অভিমত লেখি পঠালে আৰু মুনশ্বাহবালৰ মূৰত পেস্কাৰলৈ খবৰ আহিল বোলে তেওঁক মাহে ১২॥৶০ অনাকৈ অৱসৰ পেন্সন দি কামৰপৰা বিদায় দিয়া হৈছে। সেই অনুসৰি কৃষ্ণকান্ত ভট্টাচাৰ্য্য ১৯:৩ চনৰ ২৩ মাৰ্চৰপৰা পেন্সনভোগী পেস্কাৰ হ'ল।

কাছাৰীৰ কাম কৰি থাকোতে পেৰাৰ আছিল দেখি পেঞ্চন পোৱাৰ পিছতো তেখেতৰ কৃষ্ণ পেৰাৰ নামটোৱেই জলিল।

১৯১৩ চনৰপৰাই "ধৰ্ম্মপ্ৰকাশ প্ৰেছতে" 'আসাম বিলাসিনীৰ' দ্বিতীয় পৰ্য্যায় ছপা হৈ ওলাইছিল। ভট্টাচাৰ্য্যদেৱৰ পেৰাৰ কামত থকা গুণে ঘনকান্ত ভট্টাচাৰ্য্যই দেখাদেখি ৰূপত সম্পাদক হৈ আছিল আৰু বিদ্যাধৰ শৰ্ম্মায়ো সহায় কৰিছিল। ১৯১৬ চনৰপৰা, কৃষ্ণকান্ত ভট্টাচাৰ্য্যই নিজে সম্পাদকৰ বাব লৈ 'বিলাসিনী' চলাবলৈ ধৰে।

ছৰ্কাৰী কাম কৰোঁতেই তেওঁ বৃটিছ কৰ্ম্মচাৰী বিলাকৰ ব্যৱহাৰত যিবোৰ তিতাকেহা পাইছিল আৰু তেওঁবিলাকৰ যিবোৰ সন্ধি-অভিসন্ধি তেওঁ নিজ চকুৰেই দেখি আহিছিল, সেইবোৰকে এতিয়া কাৰ্য্যৰ ভাও বুজি প্ৰকাশ কৰিবলৈ ধৰিলে আৰু কোনো কৰ্ম্মচাৰীয়ে নীতিবিৰুদ্ধ কাম কৰি অসমীয়াৰ হকত বাধা জন্মালে খণ্ডত টিঙিৰিতুলা হৈ বিলাসিনীৰ পিঠিত সেই দুৰাচাৰৰ কীৰ্ত্তি-কলাপ সকলো ভোঁহাৰি পেলোৱাত লাগিল। বাতৰি-কাকতৰ সম্পাদক হোৱা নিচেই উজু নহয়। সত্যকথা কব পৰা সাহ, বিষয়টোৰ আত্যোপান্ত-অৱগতি, শব্দৰ যথাযথ ব্যৱহাৰ-জ্ঞান, এই তিনিওটা গুণ থাকিব লাগিব। বৃটিছ-আমোলত ইয়াৰ এটা মানো নহৰ লাগিলেই জাতীয়তাবাদী কাকতৰ থিতাতে মৰণ। 'আসাম বিলাসিনী' অকল জাতীয়তাবাদী কাকতেই নাছিল, আমোলাতন্ত্ৰৰ অধীনত থকা নিচেই তলখাপৰ কৰ্ম্মচাৰীৰপৰা ৰাজধানীত থকা বিষয়া-সকললৈকে—সকলোৰে নিমিত্তে সোঁকাজৰা বেজস্বৰূপ আছিল অৰ্থাৎ সোঁকাজৰা বেজে যেনেকৈ খেদি-খেদি চোৰ ধৰা পেলাইছিল, "বিলাসিনীয়েও" তেনেকৈ দুৰন্ত-দুৰ্নীতিপৰায়ণ কৰ্ম্মচাৰীবিলাকৰ দোষ খুচৰি উলিয়াইছিল। যি সময়ত ইংৰাজ এজন দেখিলেই মানুহে "মানুহ নহয়, ছাহাব" বুলি ভয়তে কোঁচমোচ খাইছিল, সেই সময়ত ইংৰাজ বিষয়াসকলৰ দোষ আঙুলিয়াই, মুখলৈ নোচোৱাকৈ বাতৰি কাকতত সমালোচনা কৰা বাবেই 'আসাম বিলাসিনী'ক সকলোৱে আদৰ কৰিছিল। চেনিবজা কাগজতেই 'বিলাসিনী' ছপা হৈছিল আৰু খৰবো নিচেই তাকৰ ওলাইছিল, তথাপি যেয়ে-সেয়ে 'বিলাসিনী' বুলিলে আতোল-তোলকৈ হাতত তুলি লৈছিল আৰু বৰ হেঁপাহেৰে পঢ়িছিল।

'বিলাসিনীয়ে' গৱৰ্ণমেণ্টৰ খুঁকুচি সমালোচনা কৰিছিল। সেইবাবে সম্পাদক-

জন পৰিহণাৰ পাত্ৰ হোৱা নাছিল। চৰকাৰেও বাতৰিকাকতৰ মতামতৰ মূল্য বুজিছিল।

আসাম উপত্যকাৰ কমিছনাৰৰ অফিচত কমললোচন নামে এজন চিলটীয়া কেৰেণীক প্ৰমোছন দি কমিছনাৰৰ পাৰ্চনেল এচিষ্টেণ্ট জনক স্পেছিয়েল গ্ৰেডত মকৰল কৰা বাবে বিলাসিনীয়ে লেখিছিল :—

"আসাম ভেলীৰ কমিচনাৰ চাহাবৰ

ৱাৰ একনমী (War Economy)

"আমি শুনি সন্তোষ পাইছোঁ যে আসাম ভেলীৰ কমিচনাৰ মহামতি গৰ্ডন বাহাদুৰৰ গা-সহকাৰী (পাৰ্চনেল এচিষ্টেণ্ট) এপ্টেৰ্ক পাছ চিলটীয়া কেৰেণী-জনক ২৫০৲ টকাৰপৰা বছৰি ২০৲ বঢ়াই ৩০০৲ টকালৈ স্পিচিয়েল গ্ৰেডত দিয়া হৈছে আৰু সেই প্ৰমোচন যোৱা ১৯১৭ চনৰ জানুৱাৰী মাহ[illegible] আৰম্ভ হৈছে অৰ্থাৎ কমললোচন বাবুৱে যোৱা ১৬ মাহৰ বাকী দৰ্মহাইসৈতে একিয়া ৪৬০৲ টকা পাব। এই যুদ্ধ (১ম জাৰ্মান যুদ্ধ) চলি থকাৰ ভিতৰতে গৰ্ডন চাহাবে তেওঁৰ গাচোৱাৰী বাবুক পাৰ্চনেল এচিষ্টেণ্ট পাতি প্ৰভিঞ্চিয়েল চাৰ্ভিছত দিবলৈ অশেষ পুৰুষাৰ্থ কৰিছিল, কিন্তু তাত কৃতকাৰ্য্য হব নোৱাৰি এই বিশেষ গ্ৰেডত দি টকাৰ উন্নতি দিছে। আমি জনাত এপ্টেৰ্ক পাছ চিলটীয়া বাবুক পদমৰ্য্যাদাতকৈ ধনৰ টোপোলাটোহে লাগে, এইয়ে কৰ্ণেল বাহাদুৰৰ War Economy-ৱাৰ একনমী! He is true to the people—! (হি ইজ ট্ৰু টু দি পিপোল), সেই কথা আজিকালি সকলোৱেই স্বীকাৰ কৰিবলৈ বাধ্য হৈছে and true to the Govt as well, (ট্ৰু টু দি গৱৰ্ণমেণ্ট এজ ৱেল) গৱৰ্ণমেণ্টৰ এনে দুৰ্দ্দিনৰ সময়ত অৰ্থ অপব্যয়ৰ এটা ঢোলোলা বাট থৈ কোন সতেৰে দুখীয়া ৰাইজৰ ধন দি সহায় কৰিবলৈ কয়?"

এই সমালোচনা ওলোৱাৰ এমাহ মানৰ পিচতে গৰ্ডন চাহাব আহক যোৰহাটলৈ। তেওঁ আহিয়েই চাৰ্কিউট হাউচলৈ সম্পাদক কৃষ্ণকান্ত ভট্টাচাৰ্য্যক মতাই নিয়ালে। সেই দিনত, বিভাগীয় চাহাব কৰ্ত্তৃপক্ষসকল দেখা কৰিবলৈ গলে সাধাৰণতে কলা ভাৰতীয়জন থিয় হৈ থাকিব লাগে। সেইদিনা কমিছনাৰে "বিলাসিনী"-সম্পাদকক থিয় হৈ থাকিবলৈ নিদি ওচৰলৈকে মাতি নি চকিত বহিবলৈ দিলে। বহুৱাই থৈ, কমিচনাৰে ভট্টাচাৰ্য্যক পোনেই কথ বা-বাতৰি সুধি, "বিলাসিনীলৈ" বাতৰি পঠিয়াওঁতা সকলৰ নামকিটা ক'বলৈ অনুৰোধ

কৰিলে। ভট্টাচাৰ্য্যই নাম কৰলৈ অপাৰগ বুলি জনালে। গৰ্ডন চাহাবে কেৰাবাৰো উলমূলাই-উলমূলাই সুধি চাইছিল। পিছে, একোপথ্যেই সম্পাদকৰপৰা বাতৰি যোগনীয়াৰৰ নাম কিটা উলিয়াব নোৱৰা যেন দেখি শেহতত কলেগৈ, ভট্টাচাৰ্য্য, আপুনিও বুঢ়া হৈ আহিছে, মইও অসমত্ত বুঢ়া হলোঁহি, মোৰ বিষয়ে কোনোবাই কিবা লেখিলে, আপুনি মোলৈ এবাৰ চাব লাগে।" তাৰ পিছতে ক'লে, "ভেঁটা সকলোৱেই খায়। পাছে, কাৰো অনিষ্ট নকৰাকৈ ভেঁটা খোৱাটো বেয়া নহয়। তেওঁলৈকে টোঁৱাই কথাৰাৰ কোৱা যেন ভাবি পেঙ্কাৰে মাত লগালে, "ভেঁটা খোৱাটো মহাপাপ। মোৰ মনেৰে, ভেঁটা খালে মানুহ মানুহ হৈ নেথাকে। আপুনি যেন বায়তক খেতিপথাৰ কৰিবলৈ মাটি-বাৰী দিয়ে, হালৰ গৰু-মহ কিনিবলৈ সা-সুবিধা কৰি দিয়ে, কাছাৰীৰ আমোলা-বিলাকৰ দৰমহা বৃদ্ধি কৰে আৰু যেন আসাম উপত্যকাৰ চৰ্কাৰী কামবিলাক অসমীয়া মানুহক দিয়ে—এই কেইটাই মোৰ খাটনি। ৰাইজ সন্তুষ্ট থাকিলে বজাৰেই সদ্নাম, নেথাকিলেই বদনাম। 'বিলাসিনীয়ে' ৰাইজৰ মনোভাৱ হে প্ৰকাশ কৰিছে।"

জিলাৰ বৰ-চাহাবে 'বিলাসিনী'ৰ প্ৰত্যেক স্তম্ভটোকে পঢ়িছিল আৰু মুখ্য কথাবোৰ ইংৰাজীলৈ অনুবাদ কৰাই লৈছিল। তেতিয়া যুদ্ধৰ দিন। কোনো বাতৰি-কাকতে যাতে বৃটিছৰ গ্লানি নানে তাৰ নিমিত্তে জিলাধি-পতিসকলে বিশেষ চকু ৰাখিছিল। এনেকুৱাতে এটা ঘটনা হ'ল। যোৰহাটৰ ৰেলখন নিশা একমান বজাত মৰিয়নীৰপৰা আহোঁতে বাটতে ইঞ্জিনে মানুহ এটা কাটিলে। ৰেলখন ৰখাই থৈ গাৰ্ডে হাতত ৰেলৱে লণ্ঠন এটি লৈ চাকি নোহোৱাকৈ বৈ থকা ট্ৰলী এখনৰ ট্ৰলীৱালাক (টালীৱালা) খবৰটো দিবলৈ গ'ল। ট্ৰলীতে ইওৰপীয় ছাহাব এটি বহি আছিল। গাৰ্ডক দেখামাত্ৰকে ট্ৰালীৱালাই ডকাইত-ডকাইত বুলি চিঞৰিবলৈ ধৰিলে। যেই চিঞৰিলে সেই ছাহাবটি ভয়তে জাঁপ মাৰি আঠুৱনীয়া বোকাত সোমালগৈ।

এই বাতৰিটোকে 'বিলাসিনী'ত ছপাওঁতে সম্পাদকে লেখিলে—ডকাইতৰ নাম শুনিয়েই যি ইংৰাজ আঠুৱনীয়া বোকাত সোমায়গৈ, সেই ইংৰাজক কাপুৰুষ বুলি আৰু কি বুলিব পাৰি? 'বিলাসিনী'ত বাতৰিটো ওলোৱাৰ দুদিন মানৰ পাছতে জিলাধিপতি বৰ ছাহাবে সম্পাদকক মতাই নি টান মাত দি কলে, "মই ঘটনাটো অনুসন্ধান কৰি চালোঁ। আপুনি লেখাকথা ভেলেই

মিছা। ইংৰাজক কাপুৰুষ বোলা শুনিলে বিপক্ষ দলৰ সাহ বাঢ়ি যাব। এনে আপদীয়া কথা যুদ্ধৰ দিনত কেতিয়াও নেলেখিব! আজিৰপৰা আপুনি সতৰ্ক হৈ থাকিব।"

চীফ কমিছনাৰ বীটচন বেলে গোপচাৰ বা চৰণীয়া পথাৰত টেক্স লগালত' বীটচনক বিদ্ৰূপ কৰি লেখা প্ৰবন্ধ এটি 'বিলাসিনীত' ওলাল। ডেপুটী কমিছনাৰে মতাই নিয়াই সেকাৰক তাৰ বাবে বহুত কিবাকিবি কলে আৰু তেনে প্ৰবন্ধ আগলৈ ছপিয়াবলৈ সাৱধান কৰিও দিলে। ইয়াৰ ছমাহমানৰ পিছত বীটচন বেল যোৰহাটলৈ আহক। কৃষ্ণ পেকাৰো যক দেখা কৰিবলৈ। চীফ কমিছনাৰে পেকাৰক ইয়াকে মাথোন কলে বোলে, "মই গ্ৰেজিং টেক্স লগাইছোঁ। তাৰ বাবে আপুনি "বিল্যাসিনীত" মোক আক্ৰমণ কৰিছে। মোৰ ওপৰত পাৰ্লিয়েমেণ্ট সভা এখন আছে। সেই সভাৰ আদেশ-নিৰ্দেশ মানাটোও মোৰ কৰ্ত্তব্য। বাক' যি হৈছে হৈছে। 'বিলাসিনী'খন চলায়েই, আপুনি জীৱন প্ৰবৰ্ত্তাই আছে। গতিকে আপুনি তাক ভাল কৰিবলৈ যত্ন কৰিব লাগে (ভাল মানে—চৰ্কাৰক সমালোচনা কৰিব নেলাগে।) গৱৰ্ণৰ হেনৃৰি কাৰ ছাহাবে 'বিলাসিনী' সম্পাদকক স্পষ্ট কথা প্ৰকাশ কৰি গৱৰ্ণমেণ্টক সহায় কৰা বাবে শলাগিছিল।

মহাত্মা গান্ধী যোৰহাটত পদাৰ্পণ কৰাৰ পিছৰপৰাই "বিলাসিনীত" কিলিঙা লাগিল। "বিলাসিনীয়ে„ অসহযোগ সম্পৰ্কে ধাৰাবাহিক প্ৰবন্ধ প্ৰকাশ কৰিবলৈ ধৰিলে আৰু গাৱেঁ ভূঞে হোৱা চৰ্কাৰবিৰোধী সভা-সমিতিবিলাকৰ বিৱৰণ আৰু নেতাসকলৰ বাণী উলিয়াই ৰাইজক সজাগ আৰু শাসনবিৰোধী কৰি তুলিলে। ডেপুটী কমিছনাৰ ব্ৰিল ছাহাবে কৃষ্ণকান্ত ভট্টাচাৰ্য্যক চকুপাৰি দেখিব নোৱৰা হল। চৰ্কাৰৰ দমন নীতি নিন্দা কৰাৰ ফলত সম্পাদক ভট্টাচাৰ্য্যদেৱৰ শাৰীৰিক মানসিক লটিঘটি যে হৈছিলেই নে, পৈতৃক মাটি-ভেটিও নীলামত হেৰুৱাই সৰ্ব্বস্বান্ত হৈছিল। জীৱনৰ সঞ্চিত বেলিকা, বিৰা এটি আদ-বয়সতে চৰ্কাৰৰ নাম মাত্ৰ অৰ্থৰ পেঞ্চন পাইছিল তাকো গৱৰ্ণমেণ্টে বন্ধ কৰি দিলে। পুহিৰ নোৱৰাত প্ৰেছৰ কৰ্মচাৰীবিলাকো গুচি গ'ল ; আন কি 'বিলাসিনীখন, ছপাই ডাকত পঠিয়াবলৈ টিকত ৩৲ টকাবো একে লগে যুক্ত কৰিবলৈ সমৰ্থ নোহোৱা হ'ল। তথাপি, নিজেই কম্পজিটৰ হৈ সাতদিনে-সাতদিনে নিয়মমতে কাগজ উলিয়াই আছিল। খোজনীয়া

পইচাৰেৰেই ডাক টিকত কিনি গ্ৰাহকলৈ পঠিয়াইছিল। ক্ৰমান্বয়ে ছৰ্কাৰৰ হৈচা ইমান টান হ'ললৈ যে ছপাশালখন ডিম্বেশ্বৰ বৰুৱা নামে এজনৰ নামত বিক্ৰী কৰি হে 'ধৰ্ম্মপ্ৰকাশ' নামটো ৰক্ষা কৰিব পৰা হল। সিমানতো পেকাৰৰ ওপৰত ছৰ্কাৰৰ খোপ নেভাগিল—'বিলাসিনী' বন্ধ কৰাই হে এৰিলে! এপিনে অন্নচিন্তা, আনপিনে দেশৰ চিন্তা—এই দুয়োটা চিন্তাই তেওঁক পাৰ নোপোৱা কৰি থৈছিল। ইমানতো আকৌ নতুনকৈ "সুপ্ৰভাত" আৰু "জননী" নামেৰে দুখন মাহেকীয়া আলোচনী প্ৰকাশ কৰিবলৈ লৈছিল হে।

খাজহুৱা স্বাৰ্থ আৰু ঐক্য স্থাপনৰ অৰ্থে ভট্টাচাৰ্য্যদেৱে নেতৃস্থানীয় লোকৰ প্ৰতিও কটু বাক্য প্ৰয়োগ কৰিবলৈ পৰাঙ্মুখ নহৈছিল। কংগ্ৰেছৰ নিৰ্দ্দেশ মতে ১৯২৪ চনত কাউঞ্চিল 'বয়কট' কৰা হৈছিল। সেই কাৰণে, তেতিয়া সকলো নিৰ্ভীক জাতীয়তাবাদীয়েই হয় সভ্যপদ প্ৰত্যাহাৰ কৰিছিল, নহয় প্ৰাৰ্থীয়েই নহৈছিল! কাউন্সিললৈ উঠিব খোজা প্ৰায় সকলো প্ৰাৰ্থীয়েই নাম প্ৰত্যাহাৰ কৰিলে, কিন্তু "আসাম বন্তিৰ" সম্পাদক ৺পদ্মনাথ গোহাঞি বৰুৱা ডাঙৰীয়াই তেতিয়াও প্ৰাৰ্থীত্ব প্ৰত্যাহাৰ নকৰি মনে মনে আছিল। তাতে, তেখেতৰ প্ৰতি বহুতৰ সন্দেহ হ'ল। গোহাঞি বৰুৱা ভট্টাচাৰ্য্যৰ বন্ধুও। ৰাইজ মৰিলে মৰিব দিছে, নমৰিলেও চকু মুদিবলৈ কৈছে—এনে স্থলত গোহাঞি বৰুৱাই হয় মৰা, নহয় চকু মুদা—এই দুটাৰ এটাও নকৰা দেখি ভট্টাচাৰ্য্যই 'বিলাসিনী'ৰ সম্পাদকীয়ত এই কেৰাৰি বাঁওচনীয়া বাক্য লেখি গোহাঁই বৰুৱাৰ কৈফিয়ৎ খুজিছিল :—

"বৰপেটা তেজপুৰ মঙ্গলদৈৰ সকলো সভ্যপদ প্ৰাৰ্থীয়ে প্ৰাৰ্থীপদ ত্যাগ কৰা বাবে আমাৰ হিয়া আনন্দই নধৰা হৈছে। আশা কৰোঁ, আসামৰ আন-আন ঠাইতো এনে উদাহৰণ পাম।

কিয় নাই? প্ৰাৰ্থীপদ ত্যাগ কৰা লিষ্টিৰ ভিতৰত শ্ৰীযুত পদ্মনাথ গোহাঁই বৰুৱাৰ নাম কিয় নাই? তেওঁ, বোধ কৰোঁ, আমাক সংবাদকে দিয়া নাই, কিম্বা, আমাৰ লিষ্টিত ভুলক্ৰমেই বাদ পৰি গৈছে।"

সেইদৰে বঙালী গ্ৰন্থকাৰৰ বঙলা কিতাপ অসমীয়ালৈ অনুবাদ কৰোৱাই শিক্ষাবিভাগৰ কৰ্ত্তপক্ষই অসমীয়া ছাত্ৰৰ মূৰত মাৰমাৰ মৰা দেখি 'বিলাসিনী'য়ে মাত লগাইছিল।

"সৰস্বতী আইৰ বৰপুত্ৰ শিক্ষা বিভাগৰ কাৰ্য্যৰ গূঢ়াৰ্থ আমাৰ মনে সাৰাক্ত

মানুহে চুকি পোৱা টান। * * * * আমাৰ স্কুলত চলাবৰ নিমিত্তে বঙলা কিতাপ অসমীয়ালৈ তৰ্জমা কৰোৱাই শিক্ষা বিভাগে আমাৰ লেখকসকলৰ প্ৰতি অন্যায় কৰিছে। এনেকৈ যদি, অসমীয়া লেখকৰ প্ৰতি সদায়ে সতিয়ৈ ব্যৱহাৰ কৰি থকা হয়, তেন্তে আমি তাৰ ঘোৰ প্ৰতিবাদ কৰিবলৈ বাধ্য হম।"

জীৱনৰ বেলি মাৰ যোৱাৰ বেলিকাও কৃষ্ণ পেকাৰে যোৰহাটত সংস্কৃত কলেজ এটা পাতিবলৈ সকলোৰে ওচৰত ভিক্ষা কৰি ফুৰিছিল। কিন্তু মহাকালে তেওঁৰ জীৱন চমু চপাই আনিলে, কল্পনা আৰু, কাৰ্য্যত পৰিণত কৰিবলৈ নেপালে। আপোন মানুহৰ বিয়া এখনত তেখেত বৰযাত্ৰী হৈ গৈছিল। ঘূৰি আহোঁতে বাটত মটৰ দুৰ্ঘটনা এটি হোৱাত তেখেতৰ ভৰি এটাত বিষমকৈ আঘাত পৰিল। সেই আঘাতেই তেখেতৰ মৃত্যুৰ কাৰণ হ'ল। ইং ১৯৫১ চনৰ ১৮ জানুৱাৰী তাৰিখে নিশা ৯ বজাত, ৮৮ বছৰ বয়স পাই, যোৰহাটৰ [illegible] কৃষ্ণকান্ত ভট্টাচাৰ্য্য পেকাৰ ডাঙৰীয়াই ইহ সংসাৰৰ পৰা বিদায় ল'লে। ত্ৰিতাপক্লিষ্ট সাংবাদিক কৃষ্ণকান্ত ভট্টাচাৰ্য্যই যি আত্মবিশ্বাস, দৃঢ় মনোবল, স্বধৰ্মৰ প্ৰতি ঐকান্তিক নিষ্ঠা আৰু জাতীয় প্ৰেমৰ নিদৰ্শন দেখুৱাই গল তাৰ বাবে যোৰহাটৰ ৰাইজে মহাসমাৰোহেৰে চাৰিকুৰি বছৰীয়া জয়ন্তী পালন কৰি পূৰ্ব্বেই তেখেতৰ প্ৰতি কৃতজ্ঞতা জনাইছিল। মানুহে মানুহক পাহৰিবলৈ সৰহ দিন নেলাগে। কিন্তু পেকাৰ ডাঙৰীয়াৰ সাংবাদিক জীৱনৰ ত্যাগ আৰু সাহ কেতিয়াও পাহৰিব নোৱাৰি।

---

* "ৰাইজৰ একনিষ্ঠ নিৰ্ভীক সেৱক শ্ৰীকৃষ্ণকান্ত ভট্টাচাৰ্য্য :—অসমত বঙলাৰ প্ৰচাৰৰ কালত আপুনি "আসাম বিলাসিনী" প্ৰকাশ কৰি অসমীয়াক এক নতুন বাটৰ পোহৰ দিলে। আপোনাৰ নিৰ্ভীকতাৰ কথা অসমীয়াই সদায় সুঁৱৰি থাকিব আৰু অসমীয়াক সদায় সৎসাহস উদগনি দিব। আমাৰ নমস্কাৰ গ্ৰহণ কৰক।" যোৰহাটৰ শিল্পী সৰ্ব্বনাথ "বাণী সন্মানলৈ" অনোৱা অৰ্ঘ্য।

# অভিধান লেখোঁতা
## "যাদুৰাম ডেকা বৰুৱা"

লেখেলী ডেকাবৰুৱা বা যাদুৰাম ডেকাবৰুৱা অসমীয়া ভাষাৰ প্ৰথম অভিধান লেখোঁতা। ডাক্তৰ ফ্ৰেন্সিছ বুকানন্ ছাহাব অসম-পৰিভ্ৰমণ কৰিবলৈ আহোঁতে কচিনাথ নামেৰে এজন কামৰূপীয়াই অৰ্থাৎ কামৰূপ-কামাখ্যাৰ লোকে ১৮১০ চনত এখন শব্দকোষ লেখিছিল। পুথিখনত ভাষাৰ বৈয়াকৰণিক নিয়ম বা পদ্ধতিৰ একো উল্লেখ নাছিল; আছিল কেৱল নামনি অসমত ব্যৱহাৰ হোৱা কিছুমান শব্দৰ বঙলা প্ৰতিশব্দ। অভিধান লেখাৰ নিয়ম পালন কৰি, আখৰ-যোঁটনিৰ এটা বেহা লগাই (সৰ্ব্ববাদীসন্মত নহলেও) প্ৰকৃত অসমীয়া ভাষাৰ পোনপ্ৰথম অভিধান লেখিছিল স্বৰ্গীয় যাদুৰাম ডেকাবৰুৱাই। অভিধানখন লেখা হৈছিল সেই সময়ত, যি সময়ত আমাৰ চিৰন্তা বঙালী আমোলাবেই ভৰি আছিল আৰু যি সময়ত "আচাম দেশৰ অচমীয়া ভাষা নচলাৰ কাৰণে চহা চহকিৰ মহাপ্ৰমাদ। বঙালী পুথি এখনৰ ভাষ জানিবলৈ ইচ্ছা হ'লে আধা খৰচীয়াকৈ বঙালী ভাষা জনা পণ্ডিত মহাশয়সকলে; অনুগ্ৰহ কৰি বুজায় সেয়েই। গোচৰ-হাৰি লাগিলেও উকিল মোচাৰসকলে আমোলা মোচাইসকলে অনুগ্ৰহ কৰি জি দিহা বুধি দিএ তাকেই সাৰোগত কৰি যানি চকু মুদি পেট পেলাই পৰি থাকি হৰ্স বা বিসাদ একবিধ ওপৰৰ পৰা পৰিলে জেন বুজি স্বিকাৰ কৰি থাকিবলৈ বাধ্য" হৈছিল।*
অসমীয়া ভাষা যে বঙলা নহয়, অসমীয়া যে একেবাৰেই স্বকীয়া, এই কথাটো অবুজন ইংৰাজী কৰ্ত্তৃপক্ষ সকলক বুজাবলৈকে ডেকাবৰুৱাই অসমীয়া-বঙলা অভিধানখন লেখিছিল। বৰ পৰিতাপৰ বিষয় যে সেই অভিধানখন কাৰোবাৰ হাতত লুপ্ত পালে। পালে যদিও, তাৰ মূল কথা এটি ডক্টৰ নেথান ব্ৰাউনে আমালৈ দি থৈ গ'ল, যাৰ বলত ডেকাবৰুৱাক "আমাৰ কোন কি আছিল" অৰ বুৰঞ্জীত সুমাই থৈ আমি গৌৰৱ কৰিব পৰা হৈছোঁহঁক।

* যজ্ঞৰাম ফুকনৰ "হৰ্ষ-বিষাদ বিষয়ক কথা।"

ইং ১৮০১ চনত, পূৰ্ব্বৰ উত্তৰ লক্ষীমপুৰৰ ঢিলাধাৰীত যাদুৰাম ডেকাবৰুৱাৰ জন্ম হয়। তেওঁৰ পিতৃৰ নাম কৃষ্ণদাস ভণ্ডাৰী বৰুৱা। চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱৰ লগৰীয়াসকলৰ পৰিচয় দিওঁতে এজন বুৰঞ্জী লেখকে কৃষ্ণদাসৰ বিষয়ে এই বুলি কৈছিল যে তেওঁ বুঢ়া ওজা, বগাদমৰা, জগধৰ দৈচুঙীয়া, চিত্ৰসেন গজীয়া ফুকন প্ৰভৃতিৰে সৈতে লগ লাগি পূৰ্ণানন্দ বুঢ়া গোহাঁইৰ হত্তাশনীয়া গৰ্ব্ব অহঙ্কাৰ চূৰ্ণ কৰা আলচত আছিল।

মান-মৰাণৰ বিভ্ৰাটত দেশ এৰি কৃষ্ণদাস ভণ্ডাৰীবৰুৱা দেশান্তৰ হৈ আছিলগৈ। দেশ সুস্থিৰ হলত সপৰিয়ালে যোৰহাটত বসতি কৰিবলৈ ল'লেহি। পুতেক যাদুৰামৰ গা-গাৰি নাছিল; সেই কাৰণে, তেওঁক লেৰেলি ডেকাবৰুৱা বুলি মতা হৈছিল। যাদুৰাম ভণ্ডাৰীবৰুৱা সদৰামিন হোৱাৰ পিছতো তেওঁৰ সেই নামেই থাকি গ'ল। নউফিল-বাৰ্ণেট আদি ছাহাবে দেশখন ন[illegible]াতিবলৈ লওঁতে দেউতাক-পুতেক দুয়ো অসমৰ নতুন পুৰণি তথ্য সংগ্ৰহ কৰি দিছিল। ডেকা-বৰুৱাই পলিটিকেল বিভাগত কাম কৰিছিল। গদাধৰ কোঁৱৰৰ বিচাৰ হওঁতে মণিৰাম দেৱান, মাধৱৰাম বৰগোহাঁই প্ৰভৃতিৰে সৈতে পকায়ত বহি কোঁৱৰৰ ৰাজবিদ্ৰোহিতাৰ ৰায় দিছিল।

লেৰেলি ডেকাবৰুৱাই 'অভিধান' লেখাৰ বাহিৰেও সেই সময়ৰ বঙলা কাকত "সমাচাৰ দৰ্পণত" আৰু "সমাচাৰ চন্দ্ৰিকাত" নানান বিষয়ে চিঠি-প্ৰবন্ধ প্ৰকাশ কৰিছিল। হলিৰাম ঢেঁকীয়াল ফুকনে "আসাম বুৰঞ্জি" খন ছপা কৰাই ভায়েক যজ্ঞৰাম খাৰঘৰীয়া ফুকনৰ হাতত তাৰে এখন ডেকাবৰুৱালৈ সমালোচনাৰ নিমিত্তে পঠিয়ায়। ডেকাবৰুৱাৰ বুৰঞ্জী জানো সম্যক আছিল। তেওঁ সেই বুৰঞ্জীৰ এটা ভুল আঙুলিয়াই দি দৃঢ়তাৰে সৈতে সেই ভুল স্বীকাৰ কৰিবলৈ কয়; "তৃতীয় খণ্ডের ৭ পৃষ্ঠায় দৃষ্ট হইল যে আসামের পূর্ব্ব সীমা তেজি নামরূপকে নিরূপণ করিয়াছেন। আমি জানি তাহা যথার্থ নহে। বস্তুতঃ ঐ স্থানের অনুমান ১০০ ক্রোশের পূর্ব্বদিকস্থ পাতকাই নামক পর্ব্বত শ্রেণী। সে প্রকৃত সীমা, যাহার এক প্রশস্ত প্রস্তরেতে মহারাজ চুকাফা চিংকৌ দেশের রাজার সহিত আপন সীমা নির্দ্ধার্য্য করিয়া আশার অক্ষরেতে গড় খোদাই রাখিয়াছেন এবং যাহা ঐ ১৮২৮ সনে লিউটিনেন্ট বর্ণাট সাহেব মুঃ বং দেশ ভ্রমণার্থে গিয়া দেখিয়া আসিয়াছেন।"

—১৮৩১, ২৯ আগষ্ট, শ্ৰীযাদুৰাম ডেকা বৰুৱা, মুন্সী এজেন্সি, মুলুক উপৰ আসাম।"

'সতীযোৱা প্ৰথাৰ' বিৰুদ্ধেও, যাদুৰাম বৰুৱাই যুৰুঞ্জী আৰু শাস্ত্ৰৰ প্ৰমাণ দি, শিৱসাগৰ-কোঞ্চৰপুৰৰ সতীযোৱা ঘটনা এটি লৈ, সেই বাতৰি কাকতত এই খোচামৰা মন্তব্যটি দিছিল "যাহারা স্ত্রীহত্যাকরণে উদ্যোগী তাহারা ধাৰ্ম্মিক, যাহারা প্রাণ রক্ষণে যত্নবান তাহারা দোষী—এমত অযথা ভাব যাহারা পোষণ করিয়া থাকেন তাহারা আপন কোন অঙ্গকে অগ্নিসঙ্গ করিয়া দেখুন দেখি কি সুখ হয়...।" ডেকাবৰুৱা যে অকল সতীযোৱাৰ বিৰোধী আছিল এনে নহয়, বিধবা বিবাহৰো প্ৰধান পক্ষপাতী আছিল। আন কি, সেই ৰক্ষণশীল দিনতো সমাজৰ গ্লানিলৈ ভ্ৰূক্ষেপ নকৰি তেওঁ নিজেই বিধৱা বিবাহ কৰাইছিল।

১৮৩২ চনত ২০ জুলাই তাৰিখে, তেওঁক ন-দুৱাৰ ঘিলাধাৰীত ( বৰ্ত্তমান দৰং জিলাৰ অন্তৰ্গত ) ৰাজখোৱা পাতি আডাম হোৱাইট ছাহাবে এখনি চনদ দিয়ে। সেই অনুসৰি, যাদুৰাম বৰুৱাই ঘিলাধাৰী মৌজাৰ তুলাজৰা, চমুৱা, বৰতীয়া, দেৱলীয়া পাইক ৩৫টা পাইছিল। কলাবাৰীত ৩০০ পুৰামান মাটিৰ এটি গ্ৰাণ্টো পায়।

বুটিছে অসম দেশ অধিকাৰ কৰাৰ পিছতেই তেওঁ পলিটিকেল বিভাগত সোমাই দোপতদোপে উঠি শিৱসাগৰ যোৰহাট-গোলাঘাট-লক্ষীমপুৰত মুন্সিফ-সদৰামিন হৈ বিষয়া জীৱনৰ সামৰণি মাৰে। ডিব্ৰুগড়লৈ বদলি হোৱাৰ লগে-লগে যোৰহাটৰ পকামুৰাৰপৰা কেইবাঘৰো ব্ৰাহ্মণ নি তেওঁ ডিব্ৰুগড়ত থানথিত লগাই পাতি থয় আৰু দুৰ্গোৎসৱ পূজা কৰোৱায়।

যাদুৰাম বৰুৱাই উচ্চাৰণ অনুসৰি কোৱা আৰু লেখা ভাষাৰ গঢ় দিব খুজিছিল। তেওঁৰ মতে সংস্কৃত, সংস্কৃত; বঙ্গলা, বঙ্গলা; অসমীয়া, অসমীয়া। অসমীয়াৰ উচ্চাৰণ, অসমীয়াৰ কথা কোৱা গঢ় বঙালীৰ লগত সমূলি নিমিলে। এতেকে অসমীয়া উচ্চাৰণ অনুযায়ী আখৰ যৌটনি হোৱা উচিত। এই বুলি তেওঁ—

১। ই ঈ ৰ ঠাইত ই টো হে ৰাখিছিল।

২। উ ঊ ৰ দীৰ্ঘ উ টো এৰি দিছিল।

৩। ঌ ৡ-দুটা আখৰক অভিধানত ঠাইকে দিয়া নাছিল।

৪। চ ছ ৰ পৰিবৰ্ত্তে চ আৰু ঠাই বুলি জ ঝ ৰ পৰিবৰ্ত্তে জ আখৰটো ৰাখিছিল।

৫। সংস্কৃতৰ শ, ষ, আৰু স আখৰ কিতাপ ভিতৰত অকল স টো হে

ৰাখিছিল। কিন্তু 'আসাম' নেলেখি "আশাম" লেখিছিল। তালব্য শ দিয়াৰ অৰ্থ আছে।

৬। অকল দন্ত্য ন টো ব্যৱহাৰ কৰিছিল।

৭। ক ৰ ঠাইত খ লেখিছিল।

য ৰ ঠাইত জ আৰু খৰ ঠাইত খি লিখিছিল। নিজৰ নামটোত জাদুৰাম বুলি জ ব্যৱহাৰ কৰিছিল। জয়ে-জয়ে অসমীয়া ভাষাৰ ব্যাকৰণ লেখোঁতা ড: নেথান ব্ৰাউনে ডেকা বৰুৱাৰ অভিধান সম্বন্ধে কৈছে :—

"It was....necessary to make the Orthography correspond with the pronunciation....The work which made the nearest approach to a regular system was a manuscript Bengalee Dictionary with Assamese definitions prepared by Jaduram Deka Barua, a learned Assamese Pundit....the great portion of the redundant letters were discarded, while the general forms of words agreed, for the next part, with their bud in the Buranjis."

যাদুৰাম বৰুৱাই ১৮৩৯ চনত হাতেলিখা অৱস্থাতে অভিধানখন তেতিয়াৰ কমিছনাৰ জেনকিন্স্ চাহাবক দিয়ে। ১৮৬৭ চনত ডাঃ ব্ৰন্সন চাহাবে তেওঁৰ অভিধানত ডেকাবৰুৱাৰ বৰ্ণবিন্যাসকে ৰাখে। ১৯০১ চনত হেমচন্দ্ৰ বৰুৱাৰ 'হেমকোষ' ওলাই "অসমীয়া ভাষাৰ আখৰ যোঁটনিৰ আউল ভাঙি দিয়ে।" আকৌ যে আউল নেলাগিব, লাগিলে ভাঙিব লগীয়া নহব, তাক নো কোনে ছিদাংকৈ কব পাৰে? আখৰ-যোঁটনিৰ নতুন কিবা কৰিব লগীয়া হলেই "জাদুৰাম ডেকা বড়ুৱাই" আকৌ দেখা দিবহি।

# দেশহিতৈষী ৰায় বাহাদুৰ জগন্নাথ বৰুৱা

যাৰ স্মৃতি ৰক্ষাৰ্থে যোৰহাটত অয়ে-অয়ে পতা কলেজটোৰ নাম "জগন্নাথ বৰুৱা কলেজ" দিয়া হ'ল, সেই জন জগন্নাথ বৰুৱায়েই ১৮৭২ চনত কলিকতা প্ৰেচিডেঞ্চি কলেজৰপৰা বি-এ 'পাছ' কৰি অহা উজনি অসমৰ প্ৰথম গ্ৰেজুৱেট। তেওঁৰ আগেয়ে যি জনে বি-এ পাছ কৰিছিল, তেওঁ আছিল আনন্দৰাম বৰুৱা —নামনি অসমৰ। সেই দেখি, উজনি অসমত জগন্নাথ বৰুৱাক আটায়ে বি-এ জগন্নাথ বুলিবলৈ ধৰিলে আৰু সেই নামেৰেই আজিকোপাতি প্ৰসিদ্ধ হৈ আছে।

কটন কলেজ পতাৰ একুৰি বাৰ বছৰ মানৰ আগেয়ে গুৱাহাটী ইংলিছ চেমিনাৰৰ (হাইস্কুল) লগতে এফ্‌ এ, (ফাৰ্ষ্ট আৰ্টছ) পৰ্য্যন্ত এটি দ্বিতীয় শ্ৰেণীৰ কলেজ প্ৰমাণমূলক ভাৱে স্থাপন কৰা হৈছিল। প্ৰেচিডেঞ্চি কলেজৰ বি-এ শ্ৰেণীত নাম লগোৱাৰ আগেয়ে বৰুৱা ডাঙৰীয়াই সেই কলেজৰপৰাই এফ এ পৰীক্ষাত উত্তীৰ্ণ হৈ যায়।

১৮৬৯ চনত সেই গুৱাহাটী স্কুলত "গুৱাহাটী স্কুল ক্লব" নামেৰে এটি ক্লব প্ৰতিষ্ঠা কৰা হৈছিল। তাৰ উদ্দেশ্য আছিল ছাত্ৰৰ নৈতিক-মানসিক চৰিত্ৰৰ উন্নতি সাধন কৰা, জ্ঞান আৰ্জিবৰ নিমিত্তে পুথি-পাজি পঢ়িবলৈ অভ্যাস ওপজোৱা, নানান বিষয়ে ৰচনা লেখিবলৈ উদগনি দিয়া আৰু সভায়-সমিতিয়ে বক্তৃতা দিবলৈ অভ্যাস কৰোৱা। জগন্নাথ বৰুৱা সেই ক্লবৰ এটি উজ্জ্বল ৰত্ন আছিল। তেওঁ আৰু মাণিকচন্দ্ৰ বৰুৱা ক্লবৰ সভ্য আছিল বুলি হে ক্লবটোৰো মান-মৰ্য্যাদা বাঢ়িছিল। তথাপি সিবিলাক দুজনৰ যি কেইজন সমনীয়া আৰু সহপাঠীয়ে ক্লবৰ জেউতি চৰাইছিল, সেই কেয়োজনে সময় বালিত একোটি একোটি খোজৰ চিন এৰি নোযোৱাকৈ থকা নাই। সিসকলৰ নাম কেইটাও ইয়াতে উল্লেখ কৰা ভাল :—ৰমাকান্ত দাস (চৌধুৰী), কালিনাথ বৰুৱা, লক্ষ্মীচন্দ্ৰ শৰ্মা, ৰূপনাৰায়ণ বৰুৱা, কালিৰাম দাস (চৌধুৰী), তীৰ্থৰাম বৰুৱা, উমাচন্দ্ৰ বৰুৱা, মণিৰাম বৰুৱা, গোবিন্দচন্দ্ৰ বৰুৱা, মুন্সি নেছাৰ আহমদ।

গুৱাহাটী স্কুল-ক্লবত জগন্নাথ বৰুৱাই ১৮৬৯ আৰু ১৮৭০ চনত এই কিটা বিষয়ে ৰচনা পাঠ কৰিছিল—1. **French Revolution**—ফৰাচী বিপ্লৱ; 2. **Physical circumstances of a country with regard to civilization**—সভ্যতাৰ সম্পৰ্কত প্ৰাকৃতিক অৱস্থা; 3. **History of Assam**—অসমৰ বুৰঞ্জী। বৰুৱাৰ বাপ কিহত আছিল ৰচনা কেইখনৰ নামেই কৈ দিয়ে। তাতেই যেন তেওঁ ভবিষ্যতৰ নিমিত্তে ধীৰ বিবেক বুদ্ধি আৰু গধুৰ চিন্তাশীলতাৰ একোটিইত চুপহি নিৰ্মাণ কৰিবলৈ লৈছিল। যি লাই বাঢ়িব দুপতীয়াতেই চিন। তেওঁ যে আগলৈ বাগ্মিতাৰে শ্ৰোতাসকলক মুগ্ধ কৰিব পাৰিব, তাৰ চিন 'গুৱাহাটী স্কুল ক্লবতে' সকলোৱে দেখিবলৈ পাইছিল। ১৮৭১ চনৰ ১০ মাৰ্চ তাৰিখে বহা সেই স্কুল ক্লবৰ বছেৰেকীয়া উৎসৱৰ কাৰ্য্য বিৱৰণী বা বিপৰ্টত, সম্পাদক বাবু ৰামচন্দ্ৰ ভৌমিকে জগন্নাথ বৰুৱাৰ বাক্-চতুৰতা সম্পৰ্কে ভূয়সী প্ৰশংসা কৰি যি কৈছিল সেয়ে তাৰ প্ৰমাণ। ভৌমিকে কৈছিল,—

"The most valuable services to the cause or the infant institution, were rendered by Babu Jagannath Baruya, then a student of the first year class who latterly distinguished himself so much by the capacity of long and correct speeches. He has since joined the Presidency College, with a Scholarship."

* * * *

"Jagannath Baruaya frequently delighted the audience with his speeches * * and it was perceived that the Club was a decided success."

"চালুকীয়া সভাখনৰ উদ্দেশ্য সাধন কৰাত তেতিয়াৰ প্ৰথম বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ বাবু জগন্নাথ বৰুৱাৰ অবিহণাই আটাইতকৈ ডাঙৰ। পাছলৈ, তেওঁ শুদ্ধ ভাবাৰে দীঘলীয়া বক্তৃতা দিব পৰা সামৰ্থ্য দেখুৱাই জাকত জিলিকা হলগৈ আৰু তাৰ পিছত দূৰ্কাৰী জলপানী (বৃত্তি) পাই প্ৰেচিডেন্সি কলেজত নাম লগালেগৈ। মাজে-মাজে জগন্নাথ বৰুৱাই দিয়া বৰ্কৃতাবিলাক দৰ্শকসকলে বৰ উপভোগ কৰিছিল। ইয়াৰদ্বাৰাই সভাৰ উন্নতি হৈছে বুলি বুজিব পৰা গৈছিল।"

১৮৭২ চনত, কলিকতা-অসমীয়া-সাহিত্য সভাৰ হৈ জগন্নাথ বৰুৱা আৰু

মাণিকচন্দ্র বৰুৱাই ভাৰতৰ বৰ লাট লৰ্ড নৰ্থব্ৰুকক হাতে-হাতে এখনি আবেদন পত্র দিয়ে। পত্রখন দিছিল কেতিয়া ?—যেতিয়া দুয়োজন ছাত্র আছিল ; আৰু তেতিয়া, যেতিয়া জিলাৰ সামান্য অধিপতি একোজনকে দেখা কৰিবলৈ হ'লে আগেয়েই অনুমতি লব লাগে। তদুপৰি, তেতিয়া অসমীয়া বুলি যে এজাতি মানুহ আছে, সেই কথাও কলিকতীয়া সমাজে স্বীকাৰকে কৰিব নোখোজে। এনে স্থলত, আঙুলিৰ আগত লেখিব পৰা কলিকতা প্রবাসী অসমীয়া ছাত্রই বৰলাটৰ হাত আবেদন পত্র দিয়ে।—ই কোন দেশৰ কথা ! কলেজীয়া ছাত্রৰ বিষম সাহস দেখি "ইণ্ডিয়ান মিৰৰ", "হিন্দুপেট্রিয়েট" "অমৃত-বাজাৰ পত্রিকা" আদি কাকত বিলাকে এনে কাম উদ্ধতালি বুলি চোকা সমালোচনা কৰিবলৈ ধৰিলে। কিন্তু এই সমালোচনাৰদ্বাৰা উচ্চ কর্তৃপক্ষৰ কাৰো গা কঁাহি-পাতেও নেকাটিলে। অসমলৈ ৰেলৰ লাইন খুলি, ভাৰতৰ আন-আন প্রদেশৰ দৰে অসমকো সমৃদ্ধিশালী কৰিব লাগে বুলি সেই আবেদন-পত্রত জনোৱা হৈছিল। তাৰ ১০।১২ বছৰৰ পিছতে, ডিব্রুগড়িয়া ৰেল আৰু তাৰ পাছত আসাম-বেঙ্গল ৰেল খোলাত জগন্নাথ বৰুৱাৰ কামনা পূৰ হল।

বৰলাটৰ হাতত দৰ্খাস্ত দিয়া কথাটো আজিকালি স্বাধিকাৰ প্রমত্তৰ দিনত বহুতেই ভাতৰ লগত খোৱা পানী যেন বুলি ভাবিব পাৰে। কিন্তু, যি কালত দেশাধিকাৰ একোজনক লগ পাবলৈকে ওপৰত কোন্নাদৰে বাৰকুৰি খাটনি ধৰিব লাগিছিল, সেই কালত ভাৰতৰ ভাগ্য নিয়ন্তা এজনক স্বইচ্ছায় লগ ধৰি মাতৃভূমিৰ অভাৱ অভিযোগ জনাবলৈ আগবাঢ়ি যাব পৰাটো সঁচাকৈয়ে অসমীয়া ছাত্রজীৱনৰ বুৰঞ্জীত নতুন কথা। আবেদন পত্রখনি ঐতিহাসিক দলিল স্বৰূপ বুলি ভাবি হুবহু তুলি দিয়া হল :—

"To

His Excellency
The Right Honourable Baron Northbrook,
Viceroy and Governor General of India.

May it please your Excellency......

We, the members of the committee of the Assamese Literary Society in Calcutta, beg, on behalf of the society, most respectfully and cordially to welcome your Lordship to the Viceregal throne of India.

At a time when India is distracted with grief and sorrow at the untimely death of the late lamented Viceroy, when discontent pervades the length and breadth of the land owing to many financial measures not conformable to the ideas of the people, the advent of a statesman like your Lordship to this country is peculiarly welcome to us.

Your Lordship combines with a scientific knowledge of finance, a grave sense of the responsibility attached to your high office, an earnest desire for improvement of the teeming millions under your rule and a sincere regard for the principle of equity and benevolence. Your Lordship will therefore, allow us to say that Her Majesty could not have made a better selection to govern one fifth of the Human race and the people of India could not have obtained a better ruler.

When occupied with multifarious affairs of the more important provinces, we pray that Your Lordship will occasionally cast your eyes on the condition of the frontier province of Assam to which we belong and which bids fare with all her natural resources obtain a high position in competition with her sister provinces. And the most effectual means, we submit, of developing those resources would undoubtedly be, to connect the province with Bengal by a railway line—a proposal already brought to Your Lordship's consideration in England.

We fervently pray to the Almighty bestow upon Your Lordship physical and mental vigour, for the fulfilment of these ardent expectations, which all India entertains from your Excellency.

Calcutta
21st. May, 1872

We have the honour to be
Our Lord
Your Excellency's most obedient servant,
Jagannath Barooah
Manik Chandra Barooah
Members of the Committee of the
Assamese Literary Society.

জগন্নাথ বৰুৱাই ১৮৭২ চনত বি-এ পাছ কৰি আহি অগমত "নেটিভ চিভিল চাৰ্ভিছৰ" পৰীক্ষা দিয়েছি। তাতো তেওঁ সুখ্যাতিৰে উত্তীৰ্ণ হ'য়। বৰুৱা ডাঙৰীয়াই ভাবিছিল হবলা—এই পৰীক্ষাত কৃতকাৰ্য্য হব পাৰিলেই চৰ্কাৰৰ ঘৰত উচ্চ থাপৰ বিষয় থাব পৰা যোগ্যতা অৰ্জ্জন কৰিব! বাস্তৱিকে তেওঁ সেই যোগ্যতা আৰ্জ্জনো কৰিলে আৰু ভবামতে চৰ্কাৰৰ ঘৰৰপৰা উচ্চ পদৰ আহ্বানো আহিল। কিন্তু, কিবা এটা মন উফৰিল, তেওঁ সেই পদ নললে। ন'লৈ, দেউতাক পুলিছ ইন্‌স্পেক্টৰ হেমধৰ বৰুৱাই গৱৰ্ণমেণ্টৰপৰা যি গ্ৰাণ্ট উপঢৌকন স্বৰূপে পাইছিল, সেই গ্ৰাণ্টৰ মাটিতে চাহখেতি কৰিবলৈ লাগিল। উপযাচি দিয়া চৰ্কাৰী কামটো নোলোৱাত বহুতে তেওঁক বেয়াই পাইছিল। এনে কি, তেওঁৰ প্ৰিয় বন্ধুৱেক এজনে তেওঁক বলিয়া বুলি কদৰ্থনাকে কৰিছিল। কুৰি বছৰমানৰ মূৰত, চাহ খেতি উন্নতি হোৱাৰ লগে-লগে তেওঁৰ অৰ্থ-সম্পদো উভৈনদী হ'ল আৰু কেউফালৰপৰা তেওঁক মান-সম্মানেৰে ওপচাই পেলোৱা হল। তেতিয়া এদিন চাহ খাওঁতে তেওঁ সেই বন্ধুৱেক জনক কথাৰ চলতে সোধিবালে, "চৰ্কাৰী চাকৰী কৰিলে হে মানুহে মানুহ বোলাই থাব পাৰে বুলি কৈছিলা, নহয়? এতিয়া পিচে, কি বোলা? স্বাধীন ব্যৱসায় কৰিও মানুহে মানুহ বোলাই থাব পাৰে।"

যোৰহাটৰ "সৰ্ব্বজানিক" সভাৰ প্ৰতিষ্ঠাতাও জগন্নাথ বৰুৱায়েই! "আসাম এচচিয়েচন" স্থাপিত হোৱাৰ আগলৈকে সেইখনেই হে মাথোন আছিল জাতিধৰ্ম-সম্প্ৰদায় নিৰ্ব্বিশেষে ৰাজহুৱা মতামত জনাব পৰা একমাত্ৰ ৰাজনীতিক সভা বা অনুষ্ঠান—যাৰ সুচিন্তিত প্ৰস্তাৱাদি গৱৰ্ণমেণ্টে পতমুৱা বুলি অগ্ৰাহ্য কৰিব নোৱাৰিছিল, বৰং সেইবিলাকত উল্লিখিত অভাৱ-অভিযোগবোৰৰ ভুৰন্তে প্ৰতিকাৰ হে কৰিছিল। ১৮৮৬ চনৰ ২ জুন তাৰিখে যোৰহাটৰ উইলিয়ামচন স্কুলৰ আগচোতালত "ভূমি আৰু জঙ্গল আইনৰ" প্ৰতিবাদ কৰিবলৈ এখনি বিৰাট সভা বহিছিল। সভা "লোকে লোকাৰণ্য" হৈছিল—নাই বুলিও দহ হেজাৰ দৰ্শকৰ কম নহয়। সভাপতিৰ আসন অলঙ্কৃত কৰিছিল ৰজা নৰনাৰায়ণ সিংহই। প্ৰস্তাৱাদি আলোচনা কৰোঁতে বৰ তেজী ভাষা ব্যৱহাৰ কৰা হৈছিল। সেই দিনা বক্তাসকল ইমান উত্তেজিত হৈছিল যে কোনো-কোনো জনৰ গাৰ কাপোৰ খহি মাটিত পৰিছিল। বিশিষ্ট বক্তা আছিল উপেন্দ্ৰনাথ বৰুৱা, দেৱীচৰণ বৰুৱা, গোবিন্দ বেজবৰুৱা আৰু সভাৰ প্ৰধান সম্পাদক জগন্নাথ বৰুৱা স্বয়ং। সিসকলৰ উপৰিও,

ৰাজকুমাৰ হেমকান্ত গোঁহাই, যদুনাথ ফুকন, ব্ৰজনাথ বেজবৰুৱা, ছতুৰ্জ আগৰৱালা, মুন্সি চামচুদ্দিন, ধৰ্মেশ্বৰ বৰুৱা, বাবু ক্ষীৰোদপ্ৰসাদ ব্যানাৰ্জ্জী, চৈয়দ আবদুল ৰহমান আৰু ভোলানাথ বৰুৱা। জগন্নাথ বৰুৱায়েই সভা মুকলি কৰিছিল।

১৯০২ চনত সপ্তম এডোৱাৰ্ডৰ অভিষেক-উৎসৱ-উপলক্ষে, চৰ্কাৰৰ দ্বাৰাই নিমন্ত্ৰিত হৈ, জগন্নাথ বৰুৱা বিলাতলৈ যায়। লগত তেওঁৰ চেক্ৰেটৰী ৰূপে যায় Anglo Assamese Dictionary লেখোতা বুদ্ধীন্দ্ৰনাথ দিলীহিয়াল ভট্টাচাৰ্য্য। অভিষেক উৎসৱ হৈ যোৱাৰ পিচত লণ্ডনৰ মেয়ৰে প্ৰতিনিধিসকলক অভ্যৰ্থনা জনাবলৈ টাউন হলত সভা পাতে। সভাত ভোজনৰো আয়োজন কৰা হৈছিল। তাত সকলোৱে একোটি-একোটি বক্তৃতা দি ভোজখিয়াৰে সৈতে চা-চিনাকি হৈছিল। আমাৰ বি-এ জগন্নাথেও বক্তৃতা এটি দি অভ্যাগতসকলক সম্ভাষণ জনাইছিল। বক্তৃতাটো ইমান শুদ্ধ আৰু সুৱলা হৈছিল যে মেনচেষ্টাৰ গাৰ্ডেন" আদি বিলাতৰ বহু কাকতে আচৰিত মানি একোটা আকৰ্ষণীয় শিতানেৰে বৰুৱা ডাঙৰীয়াক নথৈ শলাগিছিল।

জগন্নাথ বৰুৱাই বিশুদ্ধ ইংৰাজীৰে উচ্চ ভাবৰ কেনেকুৱা বক্তৃতা দিছিল আৰু সেই বক্তৃতাই গুণীৰ গুণৰ মোল বুজোতা ইংৰাজসকলৰ মাজত কেনেকুৱাকৈ সমাদৰ লাভ কৰিছিল তাক পঢ়ি টলকি চাবৰ নিমিত্তে "ছেফিল্ড ইন্‌ডিপেণ্ডেণ্ট" ( Sheffield Independent ) বোলা কাগজ খনে লিখা কথাখিনি তলত তুলি দিয়া হ'ল :—

After the Mayor had welcomed his guests with a speech, six of them followed with speeches of thanks. The first of two spoke in their own tongue, though probably, they could have managed in English. Dr. Pollen translated for them in a style afterwards acknowledged with complaints. Then a visitor began in English and went in, in Maharattee language. Next a gentleman from Nagpur in the Central Provinces, who it was explained, was probably the Mayor of the city, spoke in fluent English.

This brought on the surprise of the gathering, namely, a beautifully worded, as well as, thoughtful address by the representative from Assam. The Speaker explained that until he set foot on shore at Plymouth he had never been in England. Yet he spoke with an ease and purity which ninetynine out of a hundred public speakers would envy".

ইয়াৰ ভাঙনী দিলে কাকতৰ অভিমত আৰু তাৰ ভাষা আপচু কথা হে হব। সেই দেখি ঠাউকতে ইয়াকে কলেই ভাল হব যে অসমৰপৰা যোৱা প্ৰতিনিধি জগন্নাথ বৰুৱাই বিশুদ্ধ ইংৰাজী ভাষাৰে যিটো সৰ্গৰীয়া বক্তৃতা দিলে তেনে বক্তৃতা শুনিলে শতকৰা ৯৯ জন বাগ্মীৰো থিয়াল নেলাগি নোৱাৰে। এইকিষাল কথাকে কৈ ছেফিল্ড ইনডিপেণ্ডেণ্ট বৰুৱা ডাঙৰীয়াক ওলগ জনাইছিল। গুৱাহাটী স্কুল ক্লবত যে ছাত্ৰাৱস্থাতেই বক্তৃতা দিবলৈ আখৰা কৰিছিল, তাৰ ফলতেই জগন্নাথ বৰুৱা সসাগৰা পৃথিবীৰ ভাষা-ৰাজধানী লণ্ডন চহৰতো ইংৰাজ জাতিৰ শ্ৰদ্ধান্বিত হব পাৰিছিল।

বিলাতলৈ যাওঁতে বৰুৱা ডাঙৰীয়াই তিনদিন-চাৰিদিন অন্তৰি, ভায়েক কৃষ্ণকুমাৰ বৰুৱা ( পাচত ৰায়বাহাদুৰ ) ডাঙৰীয়ালৈ চিঠি-টেলিগ্ৰাম দি গৈছিল। প্ৰত্যেকখন চিঠিয়েই গুৱলা ইংৰাজীৰে লেখা। তাৰে এখনৰ অসমীয়া ভাঙনী কৰি পঢ়োঁতাসকলৈ আগবঢ়োৱা হ'ল—ভ্ৰাতৃস্নেহৰ জুতি চাওক বুলি :—

"এচ এচ পাৰ্চিয়া ( জাহাজ )

জুন ৯, ১৯০২

পৰ্ট চৈয়দৰ ওচৰ পাওঁতে।

মৰমৰ কৃষ্ণ,

আজি কৈহুজালি দিওঁতেই আমি চুৱেজ পালোঁহি আৰু এতিয়া খালটোৱেদি আহিয়েই আছোঁ ; নিশা দহমান বজাত পৰ্ট চৈয়দ পামগৈ। কাইলৈ ৰাতিপুৱাই সেই বন্দৰ বা পৰ্ট এৰিম। ১৪ তাৰিখে মাৰ্ছেল পামগৈ। তাত জাহাজৰপৰা নমা নহব আৰু ফৰাচী দেশৰ মাজেদিও যোৱা নহয় : কিয় নো, আমি যি ৫ জন এই জাহাজত আহিছোঁ, তাৰ ভিতৰৰে ৯ জনক ভাৰত গবৰ্ণমেণ্টে ডাক্তৰ প'লেনৰ তত্ত্বাৱধানত পঠিয়াই কৈ দিছে বোলে তেওঁ আমাৰ কেউজনকে সাগৰেদি লৈ গৈ একেবাৰে প্লিমাউথত নমাই দিবগৈ, তাৰপৰা স্পেছিয়েল ট্ৰেইনেৰে লণ্ডন পোৱাবগৈ। সেই দেখি, ডাক্তৰ প'লেনে আমাক একে লগেই যাবলৈ কলে। তেওঁবিলাকক এৰি মই অকলে মহাদেশৰ মাজেদি যাওঁ বুলিলে বেয়া দেখুৱায়—এই গুণে, তেওঁৰ কথাতে মান্তি হলোঁ। অৱশ্যে যাওঁ বুলিলে যাব পাৰোঁ, ডাঃ প'লেনে বাধা দিব নোৱাৰে। কিন্তু ভদ্ৰতাৰ "খাতিৰত" তেওঁৰে সৈতেই যাম বুলি কলোঁ। মাৰ্ছেলেদি গ'লে ১৫ তাৰিখেই লণ্ডন পামগৈ। কিন্তু সাগৰেদি গ'লে ১৯ তাৰিখে সন্ধিয়া হে পামগৈ। মুঠতে, চাৰি দিনৰ ইকাল-

সিফাল। চুৰেজ খালটো ভোগদৈৰ সমানেই—তলৰ গঢ়া তলৰ দৰে আৰু ওপৰৰ পাৰ ওপৰৰ দৰে। আমি লাহে-লাহে আহি আছোঁ৷ দৃশ্যবোৰ চাই চাই, বৰ ভাল লাগিছে। ই সঁচাকৈয়ে পৃথিৱীৰ এটা আচৰিত বস্তু।

এডেনৰপৰা ৫ তাৰিখে দিয়া টেলিগ্ৰামখন পাব পোৱা। পাৰিলে, কাইলৈ ১০ তাৰিখেও এখন দিম। মাৰ্ছেলৰপৰা দিব পাৰোঁ নে নোৱাৰোঁ কব নোৱাৰোঁ এথোন, ২০ তাৰিখে হলে লণ্ডনৰপৰা দিমগৈয়ে। মোৰ এতিয়া একো আহকাল হোৱা নাই, সম্পূৰ্ণ ভালেই আছোঁ। বুদ্ধিৰো ভাল। সাগৰৰ ঘূৰঘূৰণিয়ে আমাক নেপালে। এদিন হে মাথোন বান্তিপুৱা বান্তি আহিছিল—তাৰপৰা আৰু নাই। এই ৯ দিন গাত উম লাগিয়েই আছে। কাইলৈ ইওৰোপ সোমালেগৈ হে যদি, জাৰ-জাৰ লাগে। লেটেকুজান আৰু ঘৰৈয়া বাগিছা দুখনৰ কামবোৰ ভালকৈ চাবা। বাগিছা চলোৱা হুকুম-হাকাম দিয়া, তথবোৱা [illegible]াইবোৰ কামৰ ভাৰ তোমাৰ ওপৰতে। বাগিছালৈ ঘনাই গৈ থাকিবা। লাগিলে, লেটেকুজানৰপৰা ঘোঁৰা এটাও আনি লবা। কামবোৰত ভালকৈ চকু দিবা, কিবা বেয়া দেখিলে তোমাৰ বুদ্ধিমতেই যেনে ভাল দেখা, কৰাবা। দেবেনৰ (জগন্নাথ বৰুৱাৰ একেটি মাথোন পুতেক) বিষয়ে কি নো লেখিম? তাক ভালকৈ চম্ভালিবা, টলৌটলৌ'কে ঘূৰি ফুৰিবলৈ এৰি নিদিবা। তোমাৰ কথা শুনিলে কোৰকে ছাটচেৰেক লগাবা—সঙ্কোচ কৰিব নেলাগে। চাবা—যাতে সি নিতৌ পঢ়াশুনা কৰে আৰু ভালমতে চলে। নৰিয়াপাটীত পৰিথকা মোৰ গৃহিনীকো তোমাকে গতাই থৈ আহিছোঁ। ভালকৈ শুশ্ৰষা কৰিবা, যাতে তেওঁৰ মনটো সদায় ভালে থাকে।

আইদেও আৰু তাইৰ লৰাছোৱালী কিটা ভালে আছে নে? ৰৰমইনা (মুৰলীধৰ বৰুৱা)ৰ জ্বৰ এৰিলে নে? মোৰ বাপৰ (শ্ৰীপ্ৰসন্নকুমাৰ বৰুৱা) গা কেনে? আইকন, সুৰথ আৰু তাক মোৰ মৰমচেনেহ দিবা। এতিয়া চাগৈ, বাপে মোক পাহৰিব পায়। চন্দ্ৰধৰ, (জোঙ্গায়েক সাহিত্যাচাৰ্য্য চন্দ্ৰধৰ বৰুৱা), ৰাধা (৺ৰাধানাথ ফুকন) আৰু ইষ্টমিত্ৰ বন্ধুবান্ধৱ সকলোটিলৈকে মোৰ আশীৰ্ব্বাদ পঠালোঁ। জে, বৰুৱা।"

৺জ্ঞানদাভিৰাম বৰুৱা তেতিয়া বিলাতত আছিল। তেৱেঁই জগন্নাথ বৰুৱাক লণ্ডনৰ বাট-পথ দেখুৱাই ফুৰিছিল। লেও' গাড়ীত উঠি যাওঁতে বাটৰ দাতিত দৈত্যাকাৰ হৈ থিয় হৈ থকা বৃহৎ-বৃহৎ অট্টালিকাবোৰ দেখি বৰুৱা ডাঙৰীয়াই

আচৰিত হৈ সুধিছিল, "ঐ আই, এইটো কিঔ! এইটো কিহৰ ঘৰ!"—ইত্যাদি। লণ্ডন হেন চহৰত এনেকুৱাকৈ আশ্চৰ্য্য প্ৰকাশ কৰা অসমীয়া কথা শুনিবলৈ পাই ডেকা বৰুৱা পুলকিত হৈছিল। ইংৰাজী মাতকথাবোৰ অসমীয়াৰে কওঁতে অসমীয়াৰ দৰেই কৈছিল, "হে'ৰা, জান বোপা, মোক ষ্ট্ৰেটৰ পেপৰ এখন দিয়াচোন; আৰু ইংৰাজীৰে কওঁতে ঠিক ইংৰাজৰ দৰেই কৈছিল।

স্বাধীন চিত, শুধ মন, উদাৰ হৃদয়, অমায়িক আচৰণ, মধুৰ সম্ভাষণ আৰু স্বাৰ্থহীন দেশপ্ৰেমেই আছিল জগন্নাথ বৰুৱাৰ চৰিত্ৰ-ভূষণ। কি বুঢ়া, কি ডেকা, কি নব্য শিক্ষিত, কি প্ৰাচীন পন্থী সকলোৰে নিমিত্তে বি, এ জগন্নাথ আছিল আশা-ভৰসা আৰু অনুপ্ৰেৰণাৰ উৎস।

১৯০৭ চনত, কলিকতাত ৰায় বাহাদুৰ জগন্নাথ বৰুৱাৰ নশ্বৰ দেহা এৰা পৰে। তেওঁৰ স্বৰ্গাৰোহণৰ বাতৰি পালত গোটেই অসমতে হুৱাদুৱা লাগিল; নগৰে-নগৰে গাৱেঁ-গাৱেঁ শোকৰ হুমুনিয়াহ পৰিল, অসম মাতৃৰ কোলা উদং হৈ গ'ল। সেই হে শোকে-বেজাৰে মৰ্মাহত হৈ তেওঁৰ প্ৰয়াণত কবিয়ে মাতৃৰূপে বিলাপ কৰিছিল,

"লগালোঁ জগৰ যদি
নেজানি মাতৃয়ে তোৰ
আশাৰ সমল তয়ে
তয়ে দেখোঁ যশ
ঘৰে পৰে ভয়ে দেখোঁ
কণাৰ লাখুটি ডালি
বিদেশতো তয়ে মোৰ
আশাৰ ঝুমলি পুলি।
বজাৰ ঘৰতো দেখোঁ
তোমাক বাপি, আগ কৰে
বিদেশত কিবা হয়,
চিন্তাত শুকাই মৰোঁ।"*

* "মাতৃবিলাপ" (ৰায় বাহাদুৰ জগন্নাথ বৰুৱাৰ স্বৰ্গাৰোহণ উপলক্ষে)—বেণুধৰ ৰাজ।



ফণিধৰ চলিহা

# স্পষ্টবাদী ফণিধৰ চলিহা

পৰাধীনতাৰ পঙ্কত যি সকল অসমীয়া বত্নই জন্ম গ্ৰহণ কৰিছিল সেই সকল পঙ্কজ-বত্নৰ ভিতৰত স্বৰ্গীয় ৰায় বাহাদুৰ ফণিধৰ চলিহাও এজন। আজি দেশ ন হ'ল। সকলো ভাব-গতি নতুন হ'ল। পৃথিৱী খনেই ৰূপ সলাবলৈ কাৰবাৰ কৰিছে। যুগৰ এনে সন্ধিক্ষণত পুৰণি পৃথিৱীখন নকৈ এবাৰ চাই লবলৈ সঁচাকৈয়ে বৰ মন যায়। চলিহা ডাঙৰীয়া অন্তৰ্হিত হবৰ ভালেমান বছৰ হল। তথাপি তেখেতৰ স্মৃতিয়ে ছাঁয়া-মৰাকৈ আজিও দেখা দি থাকেহি। তেখেতৰ ৰূপহ ব্যক্তিত্ব, ৰাজহংস যেন খোজ-কাটল আৰু বাঘ-যেন চকুৰ দৃষ্টি আজিও ট-ট কৰে চকুৰ আগতে জিলিকি আছে। "চলিহা ছাহাবৰ" সেই ৰূপালি-তাঁৰত বজাদি বজা কাঁহতলীয়া মাতৰাৰ আজিও যেন কাণত গুমগুমাই আছে। সেই কালৰ শিৱসাগৰ বুলিলেই যিজন পৰিমিতাচাৰৰ চূড়ান্ত নিদৰ্শন, যিজন অসমীয়া ভাষা-নিন্দুকৰ প্ৰতি সদায় মূৰ্ত্তাগ্নিৰ আগ্নি যেন, পালে তেতিয়াই যেন পুৰি ভস্ম কৰিব, যাৰ নীতি "শত্ৰুৰ আগত বৰ কথা, মিত্ৰৰ আগত সেও" আৰু নিয়মীয়া ভগন, শিষ্টাচাৰ, সময় ৰাক্ষনিৰক্ষা—নিয়মানুবৰ্ত্তিতা যাৰ ধ্যেয়মান জীৱন-দেৱতা, কেন্দ্ৰী পুৰণিমেলীয়া বৰুৱাৰ পুত্ৰ সেইজন ফণিধৰ চলিহা মুক্তিপ ডাঙৰীয়ালৈ শ্ৰদ্ধাত আপনাআপুনি মূৰ দোঁ খাই থাকে।

তেতিয়া আমি টপটলো ইস্কুলীয়া ল'ৰা—হাইস্কুলৰ ছাত্ৰ। আমাৰ পিছফালে ৰজলাখী কটন মিলছুৰ ৰজন শেলৰ চুৰিয়া। চুৰিয়াখন ঘুৰিয়াই পোৰটোকে কমৰ মাৰি শেলটো সৰু গাঁঠিত পৰাকৈ বোন্নাই পতিৰাও। মূৰৰ সেওঁতা ফালেঃ বাওঁ হাতে। সেই সেওঁতাৰ সোঁ হাতত চুলিবোৰ চেপেনাৰে চেপি এনেভাবে কেঁকোৰা-কেঁকুৰিকৈ লিপিত ঘুৰাই থওঁ যে দেখোঁতাই তাক পকী দেৱালৰ ওপৰত কটা বা ভঁকা লতাফুলেই নে চুলিয়েই ততকে ধৰিব নোৱাৰে। এনে আটক ধুনীয়া কিতাহি ৰাখি থুৱা লৰাৰ নিমিত্তে চলিহা ছাহাব সাক্ষাৎ যমৰজা। তেনেকুৱা ল'ৰা লগ পালেই তেখেতে হেড্‌মাষ্টৰলৈ লেখি সিহঁতক শাস্তি দি

দিয়াবই নে নিজেই ঘৰলৈকো মাতি নিব। নি, বেঙ্কৰ ওপৰত থিয়কৈ থবগৈ। শিৱসাগৰীয়া অভিভাৱকসকলৰ এখেতেই নপতা অধিৰজা।

শ্বার্লক হমছৰ লগৰীয়া ৱাটছনৰ দৰে, আনন্দসাগৰ ডুৱৰা ডাঙৰীয়া ফণিধৰ চলিহাৰ আৰেলি ফুৰাৰ একমাত্ৰ লগৰীয়া। ডুৱৰা ডাঙৰীয়া চলিহা ছাহাবৰ যেনিবা, এটি ভিতৰুৱা কথাৰ থুনপাক হে। চলিহাই কয়, ডুৱৰাই শুনে আৰু, সেই কথা ডুৱৰাৰ পেটতেই থাকে। ডুৱৰা, চলিহাৰ শ্ৰোতা মাত্ৰ।

নিতৌ বান্ধনি-বেলি ওলাওঁতেই চুৰিয়া-খোৰৰ আগটো সোঁ হাতেৰে মুঠি মাৰি (সৰ্ব্বসাধাৰণে বাওঁহাতে ধৰে) মেৰেক-মেৰেক খোজেৰে মেচামেচকৈ "কানামুৰ" কাপোৰৰ থিয় "কলাৰ"ৰ কোটটো পিন্ধি, কাণত থুৰিয়া চেলেংখন পেলাই, দিখৌ-মঠাউৰিয়েদি ভটীয়াই অসমীয়া জনছন যাদুৰাম ডেকাবৰুৱাৰ নাতি ৺ৰাধিকাপ্ৰসাদ বৰুৱাৰ ঘৰৰ ফালে চৰণ চলায়। লগত, গাতে গা লগাই, নাইবা অলপ অগা-পিছা হৈ সেই 'থুনপাক' জন আছেই।

পূৰ্ব্বোক্ত প্ৰকাৰে বহু যত্নেৰে প্ৰসাধন কাৰ্য্য সুসম্পাদন কৰি আৰু সেই প্ৰকাৰেই পোছাক পৰিচ্ছদেৰে সুশোভিত হৈ আমিও জনদিয়েক ওলাই যাওঁ চলিহা চাহাব ওলাই অহা বাটৰ অভিমুখে। যাওঁ হে যাওঁ আমাৰ গা কিন্তু চেৰায়েই থাকে, জানোচা চলিহা মুখিপে বাটতে লগ পায়! এই ভয় সদায় থাকে যদিও, আমি ওলাই নোযোৱাকৈ নেথাকোঁহক।

আমি যাওঁ বায়ুকোণৰপৰা। কেতিয়াবা কেতিয়াবা ঝিণিকি-ঝিণিকি যুগল মূৰ্ত্তিৰ দৃশ্য এটা মঠাউৰিৰ ওপৰত দেখিলেই আমাৰ বুকু চিৰিংকৈ বায় আৰু ওচৰ পাই যেতিয়া, যঁজা দৃশ্যটোৰ ফাল দুটা স্ব-ৰূপত দেখিবলৈ পাওঁ, তেতিয়া আমাৰ কলৈ যাওঁ-গোপাল, কলৈ-যাওঁ-কৃপাল লাগে। পলাবলৈ ঠাই নাই! উপায় নেপাই, তৎক্ষণাৎ চুলিবোৰ মোহাৰি মুখটো জপৰা কৰি পেলাওঁহক আৰু চুৰিয়াৰ শেলটো কোঁচাই খোচনাত খুঁচি থওঁহক! তেখেতসকল আমাৰ ওচৰ পালেহিয়েই আমি সসম্ভ্ৰমে তেখেতসকলক বাট এৰি দি কুঁজাকুঁজ হৈ অচিনাকি ভাও ধৰি, কাষৰি কাটোঁ। কিন্তু, শেন-চকুৱা চলিহাই মাত এৰাৰ লগাই সুৰিবই, "সেইকিটি কোন হৈ?" এই বুলি কৈয়েই তেখেত অলপ বেলি বাৰচকুজোৰেৰে আমাক মুখৰ পৰা ভৰিলৈকে টলকি চকুপকাই চাব। তাৰ পিছত ক'ব, "যাইক, চাকিচুকা লগাই পঢ়গৈ; আকৌ লগ পালে ভজাই নেলাব।"

১৮৮৫ চনত, চাৰৰ্ডিনেট একজিকিউটিভ চাৰ্ভিছৰ বাবে চলিহাই প্ৰতিদ্বন্দ্বিতা

মূলক পৰীক্ষা এটা দিব লগীয়া হৈছিল। পৰীক্ষাত অসমীয়া ভাষাৰো এখন প্ৰশ্ন কাকত আছিল। কেম্প্‌বেল বুলি এজন ইংৰাজো তেওঁৰ সহ পৰীক্ষাথী আছিল। দুয়ো পৰীক্ষা দিলে। পৰীক্ষা হৈ গ'ল। খবৰ ওলাল—অসমীয়া ৰূপিধৰ চলিহাই অসমীয়াৰ কাকতত ৩০ নম্বৰ ধৰিছে আৰু ছাহাব কেম্প্‌বেলে ৭০ নম্বৰ পাইছে। শুনি, চলিহাৰ মূৰৰ ঘিঁউ কিমানলৈকে উঠলিছিল, বুজাজনে এনেয়ে বুজিব। চলিহা ডাঙৰীয়াই কথাটো বিশ্বাস কৰিব নোৱাৰি চয়-নিচয় এটা প্ৰমাণ কৰিবলৈ দৰ্খাস্ত কৰি নিয়ম মতে উত্তৰৰ কাকতবোৰ অনাই নিজে চালে। দেখিলে—কথা সঁচা, ছাহাবে সঁচাকৈয়ে ৭০ আৰু তেওঁখেতে ৩০ নম্বৰ পাইছে।

অসমীয়া কাকত খনৰ প্ৰশ্ন আছিল মুঠেই এটা। প্ৰশ্নটো আছিল :—

Translate into idiomatic Assamese :—

"Look before you leap."

উত্তৰ-কাকতত ওলাই পৰিল চলিহা ডাঙৰীয়াই অনুবাদ কৰিছে—

"জঁাপ মাৰিলে চাই জঁাপ মাৰিবা।"

সাতসাগৰ তেৰ নৈৰ সিপাৰৰপৰা আহি আমাক শাসন কৰা ছাহাবে লিখিছে :—

"নেচাই ডেলে গালৈকে ঘাটি।"

প্ৰশ্নোত্তৰ দেখি ৰূপিধৰ চলিহা চম্ভুৱা পৰিল। তেতিয়া তেখেতে স্বগতঃ উক্তি কৰিলে, "মই ত্ৰিছ নম্বৰো পাব নেপাওঁ। মই পৰীক্ষক হোৱা হলে, সেই ত্ৰিছ নম্বৰো কেম্প্‌বেলকে দি দিলোঁহেতেন। এনে সুন্দৰ তৰ্জমা তুমি-আমি কৰিবলৈ কেতিয়াও যত্ন নকৰোঁ।" কলিকতাৰ আমহাৰ্ষ্ট ষ্ট্ৰীটত থকা চকু-আস্পতাল এটাত পৰি থাকোঁতে পিতৃ-পুৰুষ চলিহা "দেউতাই" এই কথা কেইবাৰ কৈছিল।

চলিহা চাহাবে অসমীয়া ভাষাটোক বঙলা বোলা কেতিয়াও সহ কৰিব নোৱাৰিছিল আৰু তেওঁ কোনো অসম প্ৰবাসী বঙালীৰ লগত বঙলাবে কথা নেপাতিছিল। ধুবুৰীত তেওঁৰ প্ৰিয় বন্ধুৱেক পিয়াৰিমোহন চৌধাৰীৰ ঘৰত চলিহাৰ চিনাকি মহেন্দ্ৰমোহন লাহিড়ী নামেৰে এগৰাকী বঙালী ভদ্ৰলোকে কেহেটালি কৰি কথাৰ চলতে ক'লে "বাংলা ভাষাৰ হ টাকে চ (স) বলিলেই আসামী হয় আৰ আসামী ভাষাৰ চ(স) টাকে হ বলিলেই বাংলা হয়। ইহাই ত

আসামী-বাংলাৰ তফাৎ?" টপটপাই থকা লাহিড়ীৰ মুখ মাৰো বুলি চলিহা ডাঙৰীয়াই এই বুলি কৈ চুঙা চাই সোপা এটা দি থলে, (অৱশ্যে বঙলাৰে নহয়, নিজৰ মাতৃভাষা অসমীয়াৰে):—

"ধৰক যেনিবা, আপোনাৰ নাম'টোৱেই এতিয়া। আপোনাৰ নাম হৈছে মহেন্দ্ৰমোহন লাহিড়ী। আপোনাৰ নিজা সূত্ৰমতে আপোনাক যদি এতিয়া মোৰ ভাষাৰে "মচেন্দ্ৰ মোচন লাচিটী" বুলি সম্বোধন কৰোঁ আপুনি কেতিয়াও বেয়া নেপায় নহয়?" লাহিড়ীয়ে আৰু কি মাতিব? সেইদিনে কেৰেলুৱাটোৰ দৰে লাক বান্ধিলে।

নহৰু আৰু পনৰুৰ সলনি ৰছুন আৰু পিঁয়াজ কোৱা বাবে তেওঁৰ মৰমৰ পুতেক এজনে লপাথপা খোৱাটো আচৰিত হৈছিল এই কাৰণেই যে, চলিহা ফণিধৰৰ পুতেক বাপুৱে কিয় বজকৰা ভাষা ব্যৱহাৰ কৰিব।

সঙ্গীতৰ ওজা লক্ষ্মীৰাম বৰুৱাৰ মৃত্যু-বাতৰি শুনি শিৱসাগৰত এখনি ৰাজহুৱা শোক-সভা আহ্বান কৰা হৈছিল। সভা বহাৰ সময় আছিল বিয়লি ৩ বজাত। ঘড়ীত কাটাই-কাটাই তিনি বাজিছে কি, চলিহা-'চাহাব' সভা-ঘৰত উপস্থিত হৈছে কি। সভাঘৰত কিন্তু তেতিয়াও জনপ্ৰাণী অসঞ্চাৰ। সময়জুৱাহে নেলাগে, পাতিব খোজা সভাপতি গৰাকীয়েই স্বয়ং পোৱাহি নাই। অৱশেষত, সময়জুৱা গোট খালেহি যদিও, সভাপতিৰ অভাৱত সভা ভঙ্গ কৰিব লগীয়া হৈছিল। এনেতে যেনিবা ৪॥ বজাত নিৰ্দ্দিষ্ট সভাপতি গৰাকী ওলালহি। শোকৰ সভা যদিও, আমাৰ মানুহৰ সময়লৈ কাণসাৰ নোহোৱা দেখি চলিহাই নকৈ নোৱাৰিলে যে "শুই থকা শিয়ালে কেতিয়াও হাঁহ ধৰিব নোৱাৰে। মিছা কথা কোৱা যেনে পাপ, বান্ধিলোৱা সময় মতে কাম নকৰাও তেনে পাপ।"

ফণিধৰ চলিহাৰ জন্মস্থান উত্তৰ লক্ষীমপুৰ। শিৱসাগৰ ডাঙৰ-দীঘল হোৱা ঠাই হে। সেইদেখি তেওঁৰ মানত উত্তৰ লক্ষীমপুৰ শিৱসাগৰ ৰৰৰৰ-মাৰলৰৰৰ নিচিনা। যেতিয়া ৺তাৰাপ্ৰসাদ চলিহা, ৺দুৰ্গানাৰায়ণ বৰুৱা, ৺ভৰতচন্দ্ৰ চলিহা আৰু ইন্দ্ৰেশ্বৰ বৰঠাকুৰে বি-এ পাছ কৰে আৰু একে সময়ৰে শিৱসাগৰত চাৰিজনকৈ গ্ৰেজুৱেট হয়, তেতিয়া চলিহা ডাঙৰীয়াৰ মনত কি মহোল্লাস! ভেখেত উৰ্দ্ধবাহু হৈ সকলোকে সগৌৰৱে কৈ ফুৰিছিল, "আজি মোৰ শিৱ-সাগৰত চাৰিজন গ্ৰেজুৱেট, (পুতেক ৺কুলধৰ চলিহা আগৰ খাপৰ)। অসমীয়াক চৰ্‌ডেপুটী কলেক্টৰ, ই. এ, চি কাম দিয়াত গৱৰ্ণমেণ্টে শিক্ষিতৰ

সংখ্যা কম বুলি যি ওজৰ দেখুৱাইছিল, সেই ওজৰ খণ্ডন কৰিবলৈ পোৱা বাবেই এই আনন্দ।

বিশ্ববিদ্যালয়ৰ পৰীক্ষাৰ খবৰ ওলালেই তেখেতে গেজেটখন আনি কোন জিলাৰ কিমান লৰা 'পাছ' হৈছে তাক তন্ন-তন্নকৈ লেখি ৰাখিব। "পাছ" হোৱা লৰাবিলাকক মাতি আনি, নাহিলেও বাটে-পথে লগ পালেও তেখেতে ক'ব, "শিৱসাগৰ অসমৰ ৰাজধানী আছিল, এতিয়া মৰিল; তোমালোকেই জীয়াব লাগিব।

ইং ১৮৫৫ চনৰ আৰম্ভতে ফণিধৰ চলিহাৰ জন্ম আৰু ১৯৩২ চনত মৃত্যু। তেখেতৰ জীৱনকাল ৬৮ বছৰ। ১৮৭১ চনত এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ কলি-কতাৰ জেনাৰেল এচেম্বলী বা স্কটিছ চাৰ্চ কলেজত এল এ (আই এ) পঢ়েগৈ। মাকৰ নৰিয়া হোৱাত তাতে উচ্চশিক্ষাৰ আধ্যা পেলাব লগীয়া হয়। তাৰ পাছত ১০।১২ বছৰ শিক্ষা বিভাগত চব-ইন্‌স্পেক্টৰ—ডেপুটি ইন্‌স্পেক্টৰ হয় হি। ১৮৮৫ চনত প্ৰাদেশিক চিভিল চাৰ্ভিছৰ প্ৰতিযোগিতামূলক পৰীক্ষা দি ১৮৮৬ চনত প্ৰাৰম্ভতে দৰং জিলাৰ চব্‌ডেপুটি কলেক্টৰ পদত নিযুক্ত হয়। ১৮৯১ চনত মঙ্গলদৈৰপৰা শিৱসাগৰলৈ আহে। ১৮৯৫ চনত একষ্ট্ৰা এচিষ্টেণ্ট কমিশ্বনাৰ হয় আৰু মঙ্গলদৈ ধুবুৰী আদিত সেই কাম কৰে। ১৮৯৭ চনৰপৰা শিৱ-সাগৰত নিগাজীকৈ বহে। ১৯০৩ চনত পেঞ্চন লৈ তাতে থাকি, সেই কামৰ পৰা একেবাৰে অৱসৰ লয়।

১৯০৭ চনত শিৱসাগৰ জিলাৰ সদৰ ঠাই শিৱসাগৰত এই চাৰিজন অনাৰেৰী মেজিষ্ট্ৰেট নিযুক্ত হৈছিল :—১। ৺ফণিধৰ চলিহা। ২। ৺সোমেশ্বৰ শৰ্মা বৰুৱা ৩। ৺কৃষ্ণপ্ৰাণ চাংকাকতী ৪। ৺প্ৰিয়ৰাম দত্ত। এই চাৰিও জনৰ ভিতৰত কেৱল চলিহা ডাঙৰীয়াই হে অকলে বহিব পৰা প্ৰথম শ্ৰেণীৰ ক্ষমতা পাইছিল আৰু ইংৰাজী ভাষাৰে ৰায়-জবানবন্দী লেখিবলৈ এক্তিয়াৰ লাভ কৰি-ছিল। ১৯১৪ চনত তেখেত আসাম এছচিয়েশ্বনৰ সভাপতি হয়। সেই সময়তে অগ্ৰগণ্য ৰাজনৈতিক পুৰুষ ৺মাণিকচন্দ্ৰ বৰুৱাৰ পৰলোক হোৱাৰ পিচত "চলিহা ছাহাব" কাউন্সিলৰ সদস্য নিৰ্ব্বাচিত হয়। গুৱাহাটীৰ আৰ্ল ল কলেজ পতা, আৰু কটন কলেজৰ ছাত্ৰাবাস বঢ়োৱাৰ মূলত ৺মাণিকচন্দ্ৰ বৰুৱাৰ পিচতে আছিল চলিহাই প্ৰধান।

"স্কুল-চব-ইন্‌স্পেক্টৰী বিষয়-বাবত থকা কালত, তেওঁ ডাঙৰ অফিচাৰ চাহাব-

চুহৰক সাক্ষাৎ কৰোঁতে, কিচ্‌কিচ্‌ কৰে ক'লা চুলতানী বনাতৰ আঁঠুৰ তললৈকে পৰা চাপকন আৰু পেণ্টলুন পিন্ধি, বগলী পাখি যেন বগা, ঘৰত বোৱা আশী নম্বৰী সূতাৰ দীঘল চেলেং দীঘে-দীঘে মুঠিয়াই লৈ পিঠিৰ কালৰপৰা বুকুৰকাললৈ ঘূৰাই নি হুকান্ধে পেলাই লৈ সাজ-পাৰ কৰিছিল ; আৰু উদং মূৰটিও ভোমোৰা-কলিয়া চুলিৰে ঢকা, মুঠেই সুন্দৰ গোলাপী মুখখনি সদৌ কলাৰ মাজত জোনটি যেন হৈ জিলিকি থাকে। সেই সাজে তেওঁক তুলি ধৰে। এনে সাজেৰে ওপৰৱালা ডিৰেক্টৰ, মি: জে উইলচন চাহাবেৰেসৈতে খোজ মিলাই আলিবাটেদি যাওঁতে বাটৰ বাটকৰুৱায়ো খন্তেক বৈ মুগ্ধ হৈ চায়। আদহীয়া বয়সতো নৰিয়া —পেঞ্চনৰ অনুমতি বিচাৰি সাক্ষাৎ কৰোঁতে সেইকালৰ চীফ্‌ কমিচনাৰ মি: কটন চাহাবে ৰং মনেৰে এই বুলি সমিধান দিছিল :—

"Phanidhar, a perfect picture of health, why should you go on an invalid pension before time ?" বাস্তৱতে বুঢ়াবয়সলৈকে ফণিধৰ চলিহা-বৰুৱা ডাঙৰীয়া পকাথেকেৰা যেন মুখাকৃতিৰে এজন থুলস্থূৰ পুৰুষ আছিল" :—পদ্মনাথ গোহাঞি বৰুৱা।

জীৱনৰ শেষ ছোৱাত তেখেতৰ স্বাধীনতা-ফিৰিঙটি উফৰি ওলায় তেতিয়া, যেতিয়া চাৰ বীটচন বেলক ( প্ৰথমতে চীফ্‌ কমিচনাৰ, পিচত একটিং গৱৰ্ণৰ ) তুৰন্তে আসামৰ পৰা কানি উঠাবলৈ কয়। তাৰ উত্তৰত বীটচন বেলে অপমান-জনক ভাবাৰে চলিহা ডাঙৰীয়াক তুচ্ছভাৱে ভৎ'সনা কৰাত আত্মসম্মান ৰক্ষা কৰি ফণিধৰ চলিহাই সদস্যপদ পৰিত্যাগ কৰে। চলিহা-বীটচনৰ বাদানুবাদে সেই সময়ত স্থানীয় গৱৰ্ণমেণ্টৰ কথাই নকওঁ, বৃটিছ পাৰ্লিয়েমেণ্টতো ঘমঘণ্টা লগাই-ছিল। অসমৰ জনমত যে তল-ওপৰ লাগিয়েই গৈছিল। বিলাত প্ৰবাসী ( তেতিয়া ) ছাত্ৰ ৺বিদ্যানন্দ ফুকনাই লণ্ডনত সভাসমিতি পাতি চলিহাক সমৰ্থন কৰি বীটচন বেলৰ আচৰণক তীব্ৰ নিন্দা কৰিছিল।

তেখেতে নিজে কোৱা এই কেৰাৰি কথাই চলিহাৰ মাতৃভাষালৈ থকা অকৃত্ৰিম অনুৰাগৰ পৰিচয় দিয়ে। "যি জাতিৰ মাতৃভাষা নাই, সেই জাতি মাউৰা। মাউৰা ল'ৰা যেনেকৈ কাৰো আদৰুৱা হব নোৱাৰে, সেই দৰে যি জাতিৰ মাতৃভাষা নাই, সেই জাতিয়ে কেতিয়াও জগতত উন্নতি কৰিব নোৱাৰে—"।

সমবায় সমিতিৰ যোগে শিক্ষিত ডেকা লৰাই কিয় ব্যৱসায় বাণিজ্য কৰিব লাগে, তাৰ বিষয়ে 'চলিহা চাহাবে' এই বুলি কৈছিল :—

"চাকৰি কৰি কোনো জাতি স্বাধীন হ'ব পৰা নাই ( পৰাধীন হৈ থাকোতে কোৱা )। চাকৰৰ কোনোৰকম ভাল ব্যৱস্থা হ'ব নোৱাৰে, তেহেলৈ তেওঁৰ যিমানেই ধন থাওক, লোকৰ আদেশ পালি থাকিবলৈ তেওঁ বাধ্য। এতেকে অসমীয়া জাতিটোক যদি ঠন ধৰাব খুজিছাইক তেনেহলে গঠন কাৰ্য্যত লাগা। গাৱেঁ ভূঞে প্ৰাথমিক শিক্ষা বিস্তাৰ কৰা। যিবিলাক শিক্ষিত হৈ ওলাইছাইক তোমালোকে বৈজ্ঞানিক বা আন সুপ্ৰথাৰে খেতি-বাতি, তাঁতবোৱা, বাঢ়ৈ কাম কৰা, দেশৰ সৰ্ব্ব সাধাৰণক শিকোৱা। ভাৱ পথত থাকি কেতিয়াও মৰিবলৈ ভয় নকৰিবা। একজনৰ পতন হলেই আন একজনৰ জাগৰণ অৱশ্যম্ভাৱী।" এনে উদগনি দিয়েই তেখেতে অকল শিৱসাগৰতে ১০০খন মান ক'অপাৰেটিভ্ ক্ৰেডিট চচাইটি পোন প্ৰথমে স্থাপনা কৰে। তাৰ পাচত ক্ৰমে-ক্ৰমে যোৰহাট, ডিব্ৰুগড়, গুৱাল-পাৰা আৰু তেজপুৰতো পতায়। শিৱসাগৰ আৰু তেজপুৰতে জয়েজয়ে শিক্ষিত অসমীয়াৰদ্বাৰাই যুটীয়া দোকান পাতি কম দামত কেনেকৈ বস্ত-বেহানি বেচি উমৈহতীয়া ভাৱে সকলো লাভবান হ'ব পাৰে তাৰ আৰ্হি দেখুৱায়।

চলিহা ডাঙৰীয়াই দৈনিক ডায়েৰী লিখিছিল। সেই সিলাক যে আজিৰ দিনত যিমান আপুকণীয়া আৰু অনুপ্ৰেৰণামূলক তাৰ মূল্য নিৰ্ণয় কৰা অসম্ভৱ। চমু যদিও, প্ৰত্যেক শাৰী কথাই একোখন বুৰঞ্জীৰ যৌ-বিচনী; সেই কালৰ ঘটনা সামাজিক ৰীতি নীতি, মানুহ আৰু মানুহৰ আচাৰ ব্যৱহাৰ আদি সকলো কথাৰে লৰচৰ কৰিব নোৱৰা একোটা খাপ বা খোপনি; "সমবায় আন্দোলন" সম্পৰ্কে ডায়েৰীত লিখি থৈ যোৱা টোকা গোটাদিয়েক মাত্ৰ এই খিনিতে তুলি দিয়া হল*।

৫ মে ১৯০৭, ২২ বহাগ ১৮২৮ শক।

ৰাতি পুৱাই শুই উঠোঁ। ল'ৰাইতক পঢ়ুৱাওঁ ( তেখেতৰ তাত ভালেমান-ছাত্ৰই পঢ়িছিল )। বুবুল, কেশৱ ভড়ালী আছে। শিৱসাগৰ গৱৰ্ণমেণ্ট স্কুলত সভা বহে। বিয়লি ৩-৩০ বজাত বহবাৰৰ ( আমগুৰি ঘাটৰ ছেৎ বহবাৰ ) গাড়ীৰে গৌৰীসাগৰলৈ যাওঁ। গাড়ীখন বৰ লেহেম। ৬॥০ বজাত গৌৰী-সাগৰ পাওঁ ( ৭ মাইল বাট )। ৰাহিৰাম বৈৰাগীৰ ( কৰাইচুকৰ মৌজাদাৰ ) ঘৰত লগ পাওঁ। জিৰোৱা ঘৰত থাকোঁ। মাহু নেপালোঁ। গধুলি ডায়েকেসৈতে কথাই আৰু পষ্ট মাউৰ আছে। লগতে কথাই পাওঁবুঢ়াও

* বাঙালী চিত্ৰৰ ভূমিকা প্ৰবন্ধ লিখকৰ।

( নামদাং কৈৱৰ্ত্ত গাৱঁৰ )। টঙ্ক বোপা ( টঙ্কেশ্বৰ চলিহা ), গৌৰীকান্ত ছুৱৰালৈ চিঠি লেখোঁ। ৰাধা আৰু অভয় চৰণ পাল আছে। আজি শ্ৰীযুত গঙ্গাগোবিন্দ ফুকন কলিকতাৰপৰা পায় হি। ডিচেশ্বৰ মাহুত তেওঁ কলিকতালৈ গৈছিল।

৬।৫।০৭ :—বতৰ জুৰ। গাড়ীত অহা বাবে গাটো বিষাইছে। আবেলি শোচ খোলোচা হ'ল। ৰুদাইৰ ভায়েকে ৰাতিপুৱা-গধুলি মাছ দিয়েহি। ত্ৰাহি-ৰাম মৌজাদাৰো আছে। চিঠিৰ ফাইলবোৰ লৈ ৰাতিয়া আছে। দেৱেশ্বৰ বোপালৈ ( ৺দেৱেশ্বৰ চলিহা ) চিঠি লেখোঁ। গৌৰীসাগৰৰ পষ্ট মাষ্টৰ আৰু যদু নেওগ আছে। ডাঃ বৰকাকতিৰ ( চাৰিঙৰ-কুশকান্ত বৰ কাকতী ডাক্তৰ, কলিকতাৰ হাহনেমান কলেজত পঢ়ি অহা হোমিয়পেথিক ডাক্তৰ ) সম্বন্ধীয়া মানুহ এজনৰ হাতত চিঠি এখন দি পিচ দিনা ১০ বজাত আহিবলৈ কওঁ।

৮ মে' :—গৌৰীসাগৰৰপৰা জাঁজীলৈ যাওঁ। ১৯০১ চনৰপৰা আজি হে আকৌ ঘোৰাত উঠিছোঁ। মই অহা গৰু গাড়ী খনৰ ব'ম বাঁহ ডাল ভাগি থাকিল। বাপু ( পুতেক পুণ্যধৰ ), ৰত্নেশ্বৰ মৌজাদাৰ আৰু কেশৱ ভৰালীলৈ চিঠি দিওঁ। গৌৰীসাগৰৰপৰা জাঁজীলৈ ৮॥ মাইল; সন্ধিয়া ৬ বজাত জাঁজী পাওঁহি। অজ বৰুৱা ( জাঁজীত মাইনৰ স্কুল পাতোঁতাৰ তৃতীয় জন ), পষ্টমাষ্টৰ, ডাক্তৰ, মুকুতা মণ্ডল, আৰু পাঠশালাৰ পণ্ডিত জন আছে।

৯ মে :—জাঁজী :—শ্ৰীযুত বিদ্যাধৰ চিৰস্তাদাৰ আছে ( শিৱসাগৰ )। পষ্ট-মাষ্টৰ অজ আৰু যদু নেওগ আৰু টি, বৈৰাগী ( ত্ৰাহিৰাম ) আছে। এইচ পি দেৱান ( হৰিপ্ৰসাদ ছুৱৰা দেৱান, নাজিৰা ) সোমেশ্বৰ কেৱেণী ( সোমেশ্বৰ বৰুৱা, নাজিৰা ), ডিম্বেশ্বৰ মৌজাদাৰ ( ডিম্বেশ্বৰ বৰুৱা চূড়ামণি মৌজাৰ মৌজাদাৰ ) আৰু ভুলিৰাম কলিতালৈ চিঠি লেখোঁ। কৃষ্ণচন্দ্ৰ বসু নামে বঙ্গালী এজনক বাটত ফুৰোঁতে লগ পাওঁ। চেউনী-আলিৰ মুৰলৈকে আলিয়ে আলিয়ে ছমাইলমান বাট খোজ কাঢ়োঁ। ঘৰত থকা মিঠাৰামটো ( চাকৰ ) পলাল বুলি বাপু সোণৰ পৰা চিঠি পাওঁ। ভায়েকইতৰ লগত লাগি থকা যদু নেওগৰ কাজিয়া এখন মিটাওঁ।

১০ মে :—কোঞৰপুৰ চচাইটিলৈ চিঠি লেখোঁ। ভিবিৰাম গোহাঁই আছে। যদু নেওগে মোলৈ লগুৱা লৰা এটা আনে। লৰাটোৰ নাম মিনা। পি

পৰহিটৈল চাপি-টোপোলা লৈ আহিব বুলি কলৈ গৈছে। দুই বজাৰপৰা ৫ বজালৈকে জাঁজী বাইলৰ স্কুল পৰিদৰ্শন কৰোঁ। জাজী আস্পতাল চাওঁ।

১১ মে : ১৯০৭ : বি এ জগন্নাথৰ মৃত্যুত শোক-সভা, দয়াই (লগত থকা লগুৱা) বেলিকৈ গাধীৰ প্ৰানে। চাহ খোৱা পলম হ'ল। ৰায় বাহাদুৰ বি, এ জগন্নাথ বৰুৱা আৰু কৰ্ণেল শিৱৰাম বৰাৰ মৃত্যু-উপলক্ষে শোক-সভা পাতোঁ।

১২।৫।০৭—আজি জাঁজীত সভা পাতোঁ। ক' অগাৰেষ্টিত চচাইটি পাতিবলৈ সকলোকে অনুৰোধ কৰোঁ। এখেতসকল সভালৈ আহিছিল :—ভৱাবৰীয়া গোসাঁই, ঘিণলগা বৰুৱা, পদ্মনাথ কটকী, দেৱেশ্বৰ ঠাকুৰ, অক্ষয়ৰ মাষ্টৰ, খগ মৌজাদাৰ, হেমকান্ত গোহাঁই, ত্ৰাহিৰাম মৌজাদাৰ, মধুৰাম কোঁৱৰ, কৃষ্ণচন্দ্ৰ বৰুৱা, হেমনাথ শৰ্মা আৰু পয়োধৰ শৰ্মা পণ্ডিত। ২৬ জনে ... ৬০০৲ টকাৰ প্ৰতিশ্ৰুতি দিলে। পদ্ম কটকী, ঘিণলগা বৰুৱাই কাগজত চহী লৰবি গুচি গল। সভাতে ৬২৲ টকা উঠিল।

১৪।৫।০৭ :—লালা লাজপৎ ৰায়ক কলীয়াপানীলৈ দেশা (নিৰ্ব্বাসন) বাতৰি কাকতত পঢ়োঁ।

১১ মে :—সোনকালেই উঠোঁ। শ্ৰীযুতা ৰবাণীলৈ (শিৱৰাম বৰাৰ পত্নী) ৮৭, কৰ্পৰেশ্বন ষ্ট্ৰীট, কলিকতা, আৰু অনৰেবোল ই এ গেইটলৈ চিঠি লেখোঁ।

২২ মে :—আজি শুই উঠা বেলি হ'ল। আতোক। চৰ্কাৰে দিব খোজা ২০০০৲ টকাৰ ধাৰৰ বিল পাওঁ। ৰাধিকা শৰ্মা, যোগেশ্বৰ পণ্ডিত-মাষ্টৰ আহে। মোৰ মামত ১৮ তাৰিখৰ "বেঙ্গলী" কাকতখন কেনেকৈ ছিলং পালেগৈ তাৰ কাৰণ বুলি পণ্ডিত অকিচৰ ইন্সপেক্টৰলৈ চিঠি লেখোঁ।

২৫ মে :—ৰাতিপুৱা ৭ বজাতে দেখা কৰিবলৈ অহাবাবে বলো মণ্ডলক খং কৰোঁ। ২৫ দিন গাধীৰ খাবলৈ পোৱা নাই। শ্ৰীশ্ৰীযুত দক্ষিণপটীয়া গোসাঞিলৈ ৰখগুনি খুজি চিঠি দিওঁ। ধৰ্মেশ্বৰ চলিহা, ৰাধা (ৰৰবৰা) মৌজাদাৰ আহে। আবেলি সভা পাতি ধন-ধাৰেদিয়া চচাইটি প্ৰতিষ্ঠা কৰোঁ। দিম বুলি চহী কৰা হয় ৬৫৫৲ টকাৰ আৰু তেতিয়াই উঠে ১৭৪।০ অনা। নীলধৰ মহন্তই টকা নিদিলে। তেওঁ ৫০৲ টকা দিম বুলি চহি কৰিব-খুজিছিল। আমি লবলৈ মান্তি নহলো।

২০ মে :—সোনকালেই শুই উঠোঁ। দ'ক্ খোৱা নাই। বিমুষ্ট হৈ থাকোঁ। কেশৱানন্দ ভৰালীয়ে টেলিগ্ৰামেৰে খবৰ দিছে—অবৰ (অবেকল

বৰুৱা ) খালাছ হ'ল। ( অৱেশৰ বৰুৱাই জয়সাগৰৰ পাউণ্ডৰ টকা আত্মসাৎ কৰাৰ অভিযোগত দণ্ডিত হৈছিল। জজ-জুৰীৰ বিচাৰত খালাচ পালে। )

৩১ মে : নিৰঞ্জন ভাট্টাচাৰ্য্যৰেসৈতে বলিমৰা ( বালিজান ), ভেলেউ গুৰিলৈ যাওঁ। ডিবেশ্বৰ মৌজাদাৰ যোৰহাটলৈ যায়। পিয়াই আছে।

১ জুন : গাওঁবুঢ়া দুটামান আহে। মোলৈ মৌমাহ এটা আৰু এভাৰ মিঠা আম আনে। ৰমাকান্ত ( চৌধাৰি ) এচ্ ডি চি আৰু ডিবেশ্বৰ মৌজাদাৰ আহে ( চাওখাতৰ )।

২ জুন : মোককচাঁওৰ ডাকৱালাই ৰাতিপুৱা ৭ বজাতে চিঠি দি থৈ যায়। এন, চি বৰদলৈৰ ( নবীনচন্দ্ৰ ) চিঠি পাওঁ। তিকৱাল বাগিছাখন শ্ৰীযুত ৰাধাকান্ত সন্দিকৈৰ। ১১০ একৰত চাহ গছ আছে। ২০ ঘৰ কুলী, ১০০ টাই কাম কৰে। ৪০০ বাকচ চাহ পঠিউৱা হৈছে, দাম পাউণ্ডত ।৶০ অনা।

৩।৪ জুন : নকচাৰীত চচাইটি পাতিবলৈ সভা পাতোঁ। দুপৰীয়া উমা আইটাৰ ঘৰলৈ যাওঁ।

৬ জুন : নাজিৰালৈ আহোঁ। নকচাৰী ষ্টেচনলৈকে ডিম্ব বৰুৱা আৰু নিৰঞ্জন ভট্টাচাৰ্য্য আহে। ষ্টেচনলৈ আহোতে ওৰে বাটটো বৰষুণে তিয়ালে। নাজিৰা পাওঁতেও মৌচেপা বৰষুণ। ৰাতি এক বজাত দয়া আৰু কাকীয়া ( ঘৰৰ দুটা লগুৱা ) আহে। বাটতে ডাঃ লক্ষ্মীপ্ৰসাদ চলিহাক পাওঁ। চব্‌ডেপুটিৰ অফিচতে থাকোঁ।

৭ জুন :— ৰাতিপুৱা চব্‌ডেপুটি কলেক্টৰ আফিচলৈকে ডেপুটি কমিছনাৰ মিঃ ব'থাম আৰু বাৰ্ণচ্ আহে। আবেলি ইন্‌স্পেকছন বঙ্গলালৈ ঘোৰাত উঠি যাওঁ। সোমেশ্বৰ কেৰেণী আৰু পুলিচ ইনপেক্টৰ বাপজানক লগ ধৰোঁ। চব্ ডেপুটী কলেক্টৰ শৰৎ লাহিড়ীয়ে মোক একো সহায় নকৰিলে।

৮ জুন : ৰাতিপুৱা চৰকাৰী চিঠি পত্ৰ লেখোঁ। কালী বোপাৰ ( কালিপ্ৰসাদ চলিহা ৰায়বাহাদুৰ ) বঙ্গা ঘোৰাটোত উঠি মেটেকালৈ ১০ মাইল বাট আহোঁ। মেটেকাৰপৰা ঘৰলৈ খোজ কাঢ়ি আহোঁ।

৯ জুন :—ক'অপাৰেটিভ ক্ৰেডিট চচাইটিৰ ডিৰেক্তৰ সকলৰ এখন সভা পাতোঁ। উপস্থিত :—তাওৰীয়া কৃষ্ণপ্ৰাণ চাংকাকতী, শ্ৰীযুত বিষ্ণুপ্ৰসাদ দুৱৰা, শ্ৰীনাথ বৰুৱা, কেশৱানন্দ ভড়ালী, শশীধৰ শৰ্মা বৰুৱা আৰু মই। শ্ৰীযুত ৰাধিকা

নাথ শৰ্মাক ৫০০৲ শ টকা ধাৰলৈ দিয়া হয়। আনন্দ সাগৰ ভুয়াৰ তালৈ যাওঁ। বাপুক চাওঁ গৈ।

১০ জুন : সোমবাৰ ২০ জেঠ :—কালী বোপাৰ দেউতাকৰ শ্ৰাদ্ধ। কাইলৈ উপস্থিত থাকিব লাগিব বুলি কেউজন অনাৰেৰি মেজিষ্ট্ৰেটলৈকে নটিছ দিওঁ। ডাঙৰীয়া সোমেশ্বৰ শৰ্মা বৰুৱাৰেসৈতে মেটেকালৈ যাওঁ, ডাঙৰীয়া শশধৰ বৰকাকতীক চাবলৈ। কালী বোপাৰ ঘৰৰ শ্ৰাদ্ধলৈ যাওঁ।

১২ জুন : যতীন বোপা (কবি যতীন্দ্ৰ দুৱৰা) কলিকতালৈ যায়। চাবিওৰ খাধা দুকন আৰু কুশ ডাক্তৰ আছে। চাবিওৰ চচাই টক দিব খোজা ১০০০৲ টকাৰ বাবে খাধা দুকনৰপৰা ৰচিদ এখন লওঁ। সদাৰ (সদানন্দ দুৱৰা' ডিব্ৰুগড়) হতুৱাই দৰ্খাস্ত দুখন মান লিখাওঁ।

১৩ জুন :—হৰনাথ (হৰনাথ বৰুৱা ডি, এস্ পি) আৰু সোণাৰৰ (পদ্মধৰ চলিহা) পঢ়া চাওঁ। ডাঙৰীয়া সোমেশ্বৰ বৰুৱাৰ তালৈ যাওঁ। সদানন্দ দুৱৰা বি, এ ডিব্ৰুগড়লৈ যায়। বাস্তিলৈ থিয়েটৰ।"

## বৰপুতেক প্ৰেমধৰ চলিহা

চলিহা ডাঙৰীয়াৰে বৰপুতেক প্ৰেমধৰ চলিহা। জোনাকী, "বিজুলী" যুগত এওঁেই জয়ে-জয়ে অসমৰ প্ৰাতিকাৰবীয়া জাতিবিলাকৰ ইতিবৃত্ত লেখে। প্ৰেমধৰে "বম "শ্ৰীমেহ" "ওখোন" "কথাচহকী সাজতোলা" "নপতা দুকন" ইত্যাদি ভালেমান লুকুৱা নামেৰে "বাঁহী"ত চোকা সমালোচনা, চুটি গল্প আৰু "বিজুলী"ৰ আৰুৱা পৰ্ব্বতীয়া জাতিবিলাকৰ প্ৰবন্ধ প্ৰকাশ কৰিছিল"। তেওঁৰ "দিহঙৰ পাৰত" বোলা ভ্ৰমণমূলক প্ৰবন্ধটোৱে আৰু "বিহৱান" আদি গোটাদিয়েক কবিতাই কৈ দিয়ে যে প্ৰেমধৰ চলিহা অসমীয়া সাহিত্যৰ "দা গঢ়াই-দিয়া-বাটত-পোৱা-বিৰৰ কমাৰ" নহয়, পাতৰ তলত লুকাই থকা এটি সাহিত্যৰসিক ধানপূৰীয়া কঁঠাল ও। তেওঁ অব তেকাবয়সতে মৃত্যু হোৱাত আমাৰ ভাষা-ভড়ালটোৰ চুক এটা খালী পৰি থাকিল। "বাঁহীৰ" সম্পাদক লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই প্ৰেমধৰ দুমুৱা তলি যি কেই আষাৰ কথা বৰ বেজাৰেৰে আমহু কলা পৰি বোৱাকৈ লেখিছিল, সেই কেইষাৰেই আজিও আমাক কন্দুৱাই আছে—প্ৰেমধৰৰ "বৰবোপা" বোলা চুটি গল্পৰ

প্ৰবন্ধটিয়েই শেষ প্ৰবন্ধ। সেইটো প্ৰকাশ কৰি "বাহী"ৰ সম্পাদকে তাৰ পাদ-টীকাত লেখিছিল :—

"এই প্ৰবন্ধলেখক প্ৰেমধৰ চলিহা আৰু ইহলোকত নাই, আজি এমাহমান হৈছে যোৰহাটত তেওঁৰ হঠাৎ মৃত্যু হল। এওঁৰ হাতৰ প্ৰবন্ধ 'বাহীত' অনেক ওলাইছে। মিৰি-মিচিমি আদি সেই সুলিখিত মূল্যবান প্ৰবন্ধবোৰ এওঁৰে ৰচিত। সিদিনা মাথোন প্ৰেমধৰেবেসৈতে আমাৰ দেখা হৈছিল। তেওঁৰ মৃত্যুৰ পাঁচ দিন মানৰ আগতে হঠাতে এদিন তেওঁ ৰাতিপুৱা দুপুৰুপীয়া ৰৰঘুণতে আমাৰ আৰু এজন বন্ধুৰেসৈতে এধা-তিতা হৈ হাওৰাত আমাৰ কাষত



প্ৰেমধৰ চলিহা

ওলালহি, আমি তেওঁক দেখি অবাক হৈ যদিও বৰ সন্তোষ পালো, কিন্তু সিমান ৰৰঘুণত কিয় আহিল বুলি তেওঁক সোধাত তেওঁ কলে, 'কাইলৈ মই উজনি আসামলৈ যাব লাগিব। সেইদেখি আজি আপোনাক দেখা নকৰিলে দেখাই নহয়।' আমাৰ ওপৰত চলিহাৰ যথেষ্ট শ্ৰদ্ধা অনেক থকাটো আমি জানো, সেই দেখি, তেওঁৰ কথাৰ মৰ্ম ততালিকে বুজিলো। তেতিয়া আমি ভাবিব

পাৰিছিলোঁ নে যে এই দেখা, এই বিদায়েই তেওঁৰে সৈতে আমাৰ শেষ দেখা শেষ বিদায় হব। প্ৰেমধৰৰপৰা আমি অসমীয়া সাহিত্যবিষয়ে আৰু অনেক আশা কৰিছিলোঁ। কিন্তু কালে তেওঁৰ এনে কম বয়সতে লৈ গৈ আশা ভঙ্গ কৰিলে। ঈশ্বৰৰ ইচ্ছা। তেওঁৰ সুযোগ্য মাননীয় পিতৃ অনৰেবোল শ্ৰীযুত চলিহা ৰায় চাহাবক আৰু উঠি অহা সুযোগ্য ভ্ৰাতৃ উকীল শ্ৰীকুলধৰ চলিহা বোপাক কওঁ যে "বৰ মইনা" প্ৰেমধৰৰ বিয়োগত তেওঁলোকৰ অন্তৰৰ শোকেৰেসৈতে আমাৰ শোক মিলালে সি বেছি "পিছ পৰা নহয়।"

---

# দেশভক্ত তৰুণৰাম ফুকনৰ মহাপ্ৰয়াণত

তৰুণ ফুকন আৰু নাই! সেই অসমীয়া জাতিৰ জীয়ন্ত চানেকি' কামৰূপৰ কন্দৰ্পকুমাৰ ফুকন আৰু নাই! চীয়কীয়া অধ্যাপকৰ ঘৰৰ স্বদেশ-বৎসল বলোৰাম খাৰঘৰীয়া ফুকনৰ পুত্ৰ, অসমীয়াৰ দেহলাও, অন-অসমীয়াৰ প্ৰিয়তম বন্ধু, মৃগয়ানিয়ন্ত, সাহিত্যামোদী দেশভক্ত তৰুণৰাম ফুকন আৰু ইহ-জগতত নাই! সৌ সিদিনা, শাওণৰ ১ তাৰিখ শুকুৰবাৰে ( ১৮৬০ শক ), ইং ২৮ জুলাইৰ দিনা, আবেলি ভৰলুমুখৰ টেঁকীয়াল ফুকনৰ টোলত তেওঁ ইহলীলা সম্বৰণ কৰিলে :—

"সুখৰ দিনত দুখীয়া জনক
বুকুত সাৱটি লৈ
দুখৰ দিনত প্ৰাণৰ কথাটি
গুপুতে লুকাই থৈ"

চিৰ তৰুণ, চিৰ আনন্দ—চিৰ বসন্তৰ দেশলৈ গতি কৰিলে। তৰুণ ফুকনে পৰমানন্দে চিৰানন্দ দেশলৈ প্ৰয়াণ কৰিলে ; সেয়ে হে আজি'

"শুদা হ'ল কুণ্ডিল নগৰী।
নীলাচলতো পৰিলে ধেৱা,
চাৰে দিয়া গাখীৰত যোলান পৰিল
সোণাকল মৰহি গ'ল।"

যি তৰুণ ফুকনৰ মনোহৰ ব্যক্তিত্ব, প্ৰতিভাৰী শক্তি, উপস্থিত বুদ্ধি, অতুলনীয় প্ৰতিভা, চিৰবসন্তময় তৰুণত্ব, খাৰঘৰীয়া ফুকনীয়া বুদ্ধি-চাতুৰ্য্য আৰু যি তৰুণ ফুকনৰ মনোহৰ বাগ্মিতাই গান্ধীৰ "সাধৰী অসমক" ( Lovely Assam ) সদৌ ভাৰতৰ মনোভিৰাম কৰি পেলালে, সেই তৰুণৰাম ফুকনৰ অন্তৰ্দ্ধানত অসম-মাতৃৰ কোলা উদং হৈ গ'ল।

ধাৰধৰীয়া ফুকনৰ ঘৰৰ সন্তান তৰুণ ফুকন। মৃগয়াতৈ বাউতি তেওঁৰ জন্মগত ধৰ্ম। বংশৰ কীৰ্ত্তি-কলাপেৰে সুমণ্ডিত লোকৰ পক্ষে ই একো অস্বাভাৱিক নহয়। খোজ কাঢ়ি হাবিত বনৰীয়া হাতী খেদিউৱা, হেজাৰতকৈও ওপৰ ঘঁৰিয়াল মৰা, চলি থকা জাহাজৰপৰা মগৰ বধ কৰা উলামূলা "চিৰাখুন্দা" বুকু লৈ ফুৰা লোকৰ কাম নহয়—সঁচাসঁচিকৈয়ে মহাযোদ্ধাৰ কাম। এশ গজ আঁতৰতে গুণ্ডা বনৰীয়া হাতী মূৰ দাঙি থিয় হৈ আছেহি, কোন মুহূৰ্ত্তত কাক মৰিমূৰ



তৰুণৰাম ফুকন

কৰে একো ঠিক নাই, এনে পেপুৱা লগোৱা অৱস্থাত চিকাৰী তৰুণ ফুকনে হাতত বন্দুকটো লৈ প্ৰতিবাৰ মৰে থিয় হৈ কালিদাসৰ কবিতা আওৰাইছে,—

"নিকম্পমেৱ বৃষং নিবৃত্তবিবেকং...... !

ডাঠ বুকু আৰু সাহসৰ অক্ষয় দৰ্পেৰে নিৰ্ম্মিত তৰুণ ফুকনৰ অন্তৰত কম-কৰুণৰ কেনে সুমধুৰ সমাবেশ!

"ভাৱ-প্ৰৱণ বঙালীৰ কথা গঙ্গাৰ জোৱাৰ ভাটাৰ দৰে আছে যাৰ—ধাউসী-পূৰ্ণিমাত উপচি পৰে ; ভৰি ধৰিব নজনা অজানা নাৱৰীয়া কেতিয়াবা হৌ-হৌৱা সোঁতত পৰিলে উটি যায়, কেতিয়াবা শুকান বালিত পৰি ৰৈ থাকে।"

"আই মোৰ আসাম নিচলা আসাম
দুখুনী আসাম আমাৰ দেশ"ৰ·

দুখ-বেজাৰ গুচাম বুলি যৌৱনৰ আৰম্ভতে তৰুণ ফুকনে যি আদৰ্শ দৃঢ় সঙ্কল্পেৰে গঢ়ি আনিছিল, তাক তৰ-চেঙেলী ডেকাৰ গঞ্জনা, উনৈছত বা-বলোৱা লেখকৰ ব্যঞ্জনা, পতহুৱা মতাৱলম্বী কাকতৰ কদৰ্থনাই "ৰাজনৈতিক জোৱাৰ ভাটাৰ সোঁতত" উটাই দিও, এজুলৈমানো তাক কক্ষচ্যুত কৰিব নোৱাৰিলে। স্বৰাজ-সংগ্ৰামত প্ৰাণটাকি যুঁজি, নিকাৰ ভুগি ফুকনে দেশভক্ত নাম পাইছিল যেনেকৈ, সেই স্বৰাজৰে ভেটি "কংগ্ৰেছ-মিলিত মন্ত্ৰীসভা ( ক'এলিছন )" প্ৰতিষ্ঠা কৰাৰ উদ্যোগ পৰ্য্যন্ত অবিশ্ৰান্ত চেষ্টাৰ বল দি দেশভক্ত নামৰ সাৰ্থক কৰিছিল ও তেনেকৈ।

যোৰহাট টী কম্পেনীৰ চেনিমৰা ক্লবত সন্ধিয়া মেল বহিছে ; তালৈকে ফুকন নিমন্ত্ৰিত ; লগতে কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈও। অসমৰ সোঁ-হাত—বাওঁ হাত "নবীন-তৰুণ" দুয়ো সাত শত্ৰুৰ মাজত—যাৰ অত্যাচাৰ ব্যভিচাৰৰ বিৰুদ্ধে পুৰুষসিংহ চন্দ্ৰকমল বেজবৰুৱাই এই দুগৰাকীৰ আগৰতে দেখাদেখিকৈ বৃটিছৰ আদালতত দুৰ্ব্বাদল যুদ্ধ চলাই আছে। ক্লবৰ সভ্যসকলৰ ফালৰপৰা এজনে সুধিলে, "নন্-ক'-অপাৰেচনৰ মূল অৰ্থটো ব্যাখ্যা কৰি দিয়ক" ? স্বভাৱসুলভ স্পষ্টবাদিতাৰে কৰ্ম্মবীৰ বৰদলৈ ডাঙৰীয়াই তৰ্জ্জন গৰ্জ্জন কৰি কলে, "আমি ভাৰতবৰ্ষৰপৰা বৃটিছৰ আধিপত্য নাইকিয়া কৰিব খুজিছোঁ। তাকে কৰাটোৱেই অসহযোগ-আন্দোলনৰ মুখ্য উদ্দেশ্য।" তাৰ পিছত, পাল পৰিল দেশভক্ত ফুকন ডাঙৰীয়াৰ। ফুকনে কোমল-কোমলকৈ মিহি মাতেৰে ক'লে :—

"আপোনাসকল সাত-সাগৰ-তেৰ-নৈৰ সিপাৰৰপৰা আহি ভাৰতবৰ্ষত আছেহি। আপোনাসকল আমাৰ মানী আলহী। আমাৰ ঘৰবোৰ ধুলিয়ে-মাকতিয়ে আৱৰে-জোঠৰে দ'ম খাই আছে। আমি ঘৰবোৰ চাফ কৰি লওঁহকচোন ; আপোনাসকল বাহিৰতে অলপ থিয়-দি থাওক। আমাৰ ঘৰৰ আবৰ্জ্জনাবোৰ গুচাই লৈ আপোনাসকলক সাদৰ-সম্ভাষণ জনামহঁক। তাকে কৰিবলৈকে আমি অসহযোগ-আন্দোলন চলাইছোঁ।"

কৰ্মবীৰৰ হঁটা, অথচ স্পষ্ট বাক্য শুনি ছাহাবধিলাকৰ মূৰৰ থিঁউ উভতি গৈছিল যদিও, চাণক্য-নীতিত পণ্ডিত দেশভক্তৰ সমৰৰথী তাবাই শাক্তিৰাৰি ছটিয়াই তাক চেঁচা কৰি পেলালে।

ইং ১৯২৬ চনত, ভাৰতৰ জাতীয় মহাসভাৰ ( কংগ্ৰেছৰ ) প্ৰতিনিধি আৰু দৰ্শকবৃন্দক পাণ্ডুত অভ্যৰ্থনা জনাওঁতে অভ্যৰ্থনা সমিতিৰ সভাপতিস্বৰূপে ফুকন ডাঙৰীয়াই মহাত্মা গান্ধীৰ বিষয়ে কৈছিল,

"The magic land of Kamrup has an old tradition that people staying here over three nights is converted into sheep and we all know that the sheep have the peculiarity of following the leader faithfully."

কিন্তু, আমি সেই কামৰূপৰে ভেড়া হৈ আমাৰ ৰখী (Shepherd) অদ্বিতীয় নেতা তৰুণৰাম ফুকনৰ নেতৃত্ব মানি চলিবলৈ অপাৰগ হলোঁ। সেই বাবে হে, আজি তেওঁৰ মহাপ্ৰয়াণৰ পিছ মুহূৰ্ত্তে গোটেই অসমত হাহাকাৰ লাগিছে। অসমীয়া মাত্ৰেই ইনাই-বিনাই কান্দিছে :—

"তৈয়াই মোৰ আলাসৰ,
চিনিও নিচিনিলোঁ হে—
চিনিও নিচিনিলোঁ।
ডিঙিৰ সোণ মণিটিক
এৰাৰি ছিঙিলোঁ হে
এৰাৰি ছিঙিলোঁ।"

# কৰ্ম্মবীৰৰ স্মৃতি-ছেৰা

পূজনীয় কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈ দেৱৰ স্মৃতি-বাৰ্ষিকী-দিনা ভালেমান কথাই মনত পৰে। মনত পৰে, সেই লাচিতৰ উত্তৰাধিকাৰী ভীম-মূৰ্ত্তিটোলৈ; মনত পৰে, অসমীয়াৰ বৈশিষ্ট্য ৰক্ষা কৰিবলৈ যাওঁতে কোৱা যুক্তিপূৰ্ণ অন্তৰভেদী বাণী সমূহলৈ আৰু সদায় "উত্তিষ্ঠত জাগ্ৰত প্ৰাপ্য বৰান্নিবোধত" বুলি সুপ্ত ডেকা শক্তিক উদ্বুদ্ধ কৰি দিয়া অমোঘ মন্ত্ৰ ফাঁকিলৈ। আৰু কত কিমান যে ছাঁয়া-চিত্ৰৰ দৰে অহাযোৱা কৰিবলৈ ধৰে তাৰ অন্ত নাই। তাৰ দুটামান ধৰি আনি মালা গাঁথি বৰদলৈ-স্মৃতি-কণ্ঠত পিন্ধাই দিলোঁ।

আমি ছাত্ৰ অৱস্থাতেই বৰদলৈদেৱক আসাম এছ'চিয়েশ্যনৰ ডিব্ৰুগড় অধি-বেশনত দেখিবলৈ পাওঁ। তেখেত আছিল সভাপতি আৰু সভাপতি অভিভাষণ খন পঢ়িছিল ইংৰাজী ভাষাৰে। সামৰণি বক্তৃতাটোও সামৰিছিল ইংৰাজীৰেই। আমাৰ আশা-আকাঙ্ক্ষা, অভাব অভিযোগবোৰ ৰাজভাষা ইংৰাজীৰে জনালে "আশু ফল প্ৰদায়ক" হয় বুলি সভা সমিতিৰ প্ৰস্তাব, বক্তৃতা সকলো ইংৰাজীৰেই কৰ আৰু লেখিব লগীয়া হৈছিল। সেই সভাতে খামতিৰ ৰজা চৌখাম গোহাঞো উপস্থিত আছিল। সভাৰ আলোচনা সমূহ ইংৰাজীৰে কৰা দেখি তেওঁ ঘপ কৰে উঠি খণ্ডতে ৰঙাচঙা পৰি মাত লগাই দিলে, "তহঁতে নো আকৌ এইবোৰ কি দোৱান মাত মাতিছ? অসমীয়াৰে কব নোৱাৰ নে কি? মই নেপাকোঁ যা।" পাছত, মতাই অনাই, চুকচুকাই-চুকচুকাই বৰদলৈ ডাঙৰীয়াই খামতি ৰজাক জানিবা শান্ত কৰিলেগৈ।

• • • •

১৯১৬ চনত কলিকতাৰ ৩নং হেৰিছন ৰ'ডত বৰদলৈৰ নিবাস। অসংখ্য শুৰিপকৰা বঙালী-বেৰিষ্টাৰ-উকীলৰ মাজত এজন মাথোন টোকাপকৰা অসমীয়া উকীল (Vakil) নবীনচন্দ্ৰ বৰদলৈ। তথাপি কলিকতা হাইকোৰ্টত অসমীয়া বুলি, তেওঁ সকলোৰে শ্ৰদ্ধা আকৰ্ষণ কৰি আছিল। উপাধিটোত আছিল অসমীয়া বৰদলৈ; খোৱা-থকা, পিন্ধা-উৰা সকলো কথাতে গ্লেড্‌ষ্টন (Gladstone)-

বৰদলৈ। কিন্তু মাতৃভাষা সেৱা কৰাত, অসমীয়া গীত-বৰগীত পোন প্ৰথমে সন্তালনিতে প্ৰচাৰ কৰাত, অসমীয়া আক্ৰমণকাৰীৰ মুখত মামটাঙোন সোধোৱাত ছাহাব নবীনচন্দ্ৰ বৰদলৈ আছিল অসমীয়া জংবাহাদুৰ।

*  *  *  *

ভাৰতৰ অন্যান্য প্ৰদেশৰ দৰে অসমক বৃটিছ গৱৰ্ণমেণ্টে স্বায়ত্তশাসনৰ অধিকাৰ সমানে দিয়া নাছিল। সেই সম্পৰ্কে আসাম এছ'চিয়েশ্যনৰ পক্ষৰপৰা নবীনচন্দ্ৰ



নবীনচন্দ্ৰ বৰদলৈ

বৰদলৈ আৰু ডিব্ৰুগড়ৰ প্ৰসন্নকুমাৰ বৰুৱা প্ৰতিনিধি হৈ যায় বিলাতলৈ— জইণ্ট কমিটীৰ আগত অসমৰ দাবী দাঙি ধৰিবলৈ। তেওঁবিলাক দুয়ো তাত অসমীয়াৰ দাবী আদায় কৰিবলৈ যেনেকুৱাকৈ যুঁজ কৰিব লগীয়া হৈছিল—তাক আজি বৃটিছ প্ৰভুৰ নথকা দিনত একোপধ্যেই উপলব্ধি কৰিব নোৱাৰি। শাসকৰ মুখৰপৰা মোৰিকল সকৰাই অনা দি নাছোৰবান্দা বৃটিছ কৰ্তৃপক্ষসকলৰ হাতৰপৰা আমাৰ প্ৰাপ্য কৰতাটো সকৰাই অনা-সম্পৰ্কে ডিব্ৰুগড়ৰ বনামধন্য উকীল ৰায়-বাহাদুৰ সদানন্দ দুৱৰাৰ ভ্ৰাতৃ নিত্যানন্দ দুৱৰাই এই লিখকজন লণ্ডনৰ ৩৬, হাইবে

গ্ৰ'ভৰ ( 36, Highway Grove ) পৰা এখন চিঠি লেখিছিল। তাৰ সাৰাংশ অলপ অসমীয়ালৈ ভৰ্জমা কৰি তুলি দিলোঁ।

"ইংলণ্ডত বিভিন্ন ৰাজনৈতিক মতবাদৰ দল হেজাৰ-বিজাৰ আছে। চৰ্কাৰে ভালপোৱা ধীৰপন্থী দলৰ অন্নঢোলকেই ইয়াত ৰবকৈ বজোৱা হয়। বাতৰি-কাকতবোৰেও তাকেই কয়। ভাৰতীয় শাসন-সংস্কাৰ সম্পৰ্কে বিবেচনা কৰিবলৈ যি জইণ্ট কমিটী বহিছে আৰু য'ত প্ৰতিনিধি সকলৰ সাক্ষ্য গ্ৰহণ কৰা হৈছে, তালৈ মই গৈছিলোঁ।...কোনো কাকতে ঢোল নোকোৱোৱা বাবে মই অসমীয়া প্ৰতিনিধি দুজনক পোনতে উলিয়াবই নোৱাৰিছিলোঁ। তথাপি, পম খেদি-খেদি জানিব পাৰিলোঁ যে ২৫ আগষ্টৰ দিনা ( ১৯১৯ চনৰ ) ৰৰদলৈ-বৰুৱা সাক্ষ্য দি গ'ল হি। তেওঁবিলাক দুগৰাকীৰ আঁকোৰগজালি অথচ যুক্তিপূৰ্ণ দাবী-তৰ্ক দেখি সভ্যমূৰ্ত্তি আৰু যগ্গাৰাধী আয়েঙ্গাৰে বিচূৰ্ত্তি খাইছিল। মণ্টেগু চাহাবে আমাৰ দাবী সমূহ সাধুকথা বুলি পোনতে উকৱাই দিছিল, পাছত হে ৰৰদলৈ-বৰুৱাই বিতংকৈ বুজাই দিলত তেওঁৰ ভ্ৰান্ত ধাৰণা পৰিবৰ্ত্তন হৈছে।

প্ৰতিনিধি দুগৰাকীয়ে বিলাতৰ ভালেমান ঠাইৰ বহুৱা সভাত বক্তৃতা দিয়ে। অসমীয়া অনুন্নত বুলি যি এটা ধাৰণা ইয়াত সকলোৰে মাজত দৰৈ শিপাই আছিল সেই ধাৰণা এওঁবিলাক দুজনাৰ বক্তৃতাই জোকাৰি পেলালে। এতিয়া আৰু অসমৰ প্ৰতি সেই ভাব নাই। আসাম ডেপুটেশ্যন অহাৰ পিছৰপৰাই আমি মূৰ দাঙি ফুৰিব পৰা হলোঁ।...কলিধৰ চলিহাৰ ঘটনাটোৰ কথাও এওঁবিলাকে ইয়াত উলিয়াইছিল। তাৰ প্ৰতিকাৰ হবই। ৰৰদলৈ-বৰুৱাৰ নিচিনা প্ৰতিনিধি একোজন যেন বছৰি বছৰি বিলাতলৈ পঠোৱা হয়।..."

* * * *

ৰৰদলৈৰ গোঁফ আছিল। যোৰহাট জেলত থাকোতে তেওঁ আমাক কৈছিল, "তোমালোকে ডাড়ি গোঁফ খুৰাই মাইকীমুৱা হৈ পৰিছাহঁক। গোঁফ মনুষ্যত্ব বিকাশৰ চিন।" কিন্তু তেওঁৰ ডাঢ়ি চুলিবোৰে অলপ পক ধৰি অহাত তেখেঁ গোঁফ খুৰাই পেলালে। শিৱসাগৰৰ ৰৰপুখুৰী পাৰত এদিন লগ পাই ( দেশভক্ত ফুকনৰ লগত নিৰ্ব্বাচন-যুদ্ধত জয়ী হোৱাৰ পিছত ) সুধিলোঁ, "হাৰ, আজি দেখোন ডাঢ়ি ( গোঁফ ) খুৰাই পেলালে। নিৰ্ব্বাচন যুদ্ধ জয় কৰাৰ চিন নে কি ?" তেওঁ হাঁহি এটা মাৰি ক'লে "দেখিলোঁ, প্ৰত্যেক কথাটোৰেই যুগে যুগে

অৱতাৰ। এইয়া আত্মৰক্ষাৰ দিন। মোৰ কামো পৰি আছিল। মন হলে পৰা নাই। আধুনিক ডেকাৰ লগত কেৰ মাৰিবলৈ আধুনিক নহলে কি বকা আছে?"

*        *        *        *

অসমৰ মাজত থাকি 'নোহোৱায় নীৰ'ৰ দৰে বঙালীৰ মাজতে থাকি, অথচ বঙলা আদৰ্শ চুৱো তেওঁ কেতিয়াও অসমীয়া জাতিটোৰ লোকৰ লগত আহ যাবলৈ নিদিছিল। 'বঙাল খেদোৱা আন্দোলন' বুলি কলিকতীয়া বঙলা কাকত কেতবোৰে বলিয়া-শিয়ালৰ দৰে হোৱা দিবলৈ ধৰোঁতে কৰ্মবীৰে অকাট্য যুক্তি প্ৰমাণৰ অৱতাৰণা কৰি প্ৰচণ্ড ভাষাৰে অসমীয়া জাতীয়তা সমৰ্থন কৰিছিল আৰু সেই সমৰ্থনৰ বিবৃতিটো "আনন্দবাজাৰ পত্ৰিকাই" বৰ গৌৰৱেৰে কাকতত ঠাই দি বৰদলৈ দেৱৰ যৌক্তিকতা সমৰ্থন কৰিছিল।

*        *        *        *

আজি অসম আছে; অসমীয়া নাই। যি সকলৰ অনুগ্ৰহ আৰু অক্লান্ত চেষ্টাৰ ফলত আজি আমি অতি প্ৰাচীন বীৰ জাতি এটাৰ সন্ততি বুলি পৰিচয় দিব পাৰিছোঁ সেই সকলৰ প্ৰতি স্মৃতিৰ অৰ্ঘ্য নেযাচিলে ভৱিষ্যত বংশলৈ আমি অনুপ্ৰেৰণাৰ একো চানেকি থৈ যাব নোৱাৰোঁ।

বৰদলৈৰ 'স্মৃতি-তীৰ্থ' ওলাল। সেই তীৰ্থত অৱগাহন কৰিবলৈ যি মন্ত্ৰ মাতিব লাগে, তাৰ ভালেমান এতিয়াও চাক খাই আছে। সেইবিলাক উজাৰি উলিয়াই কৰ্মবীৰৰ মূৰ্ত্তিটি জীৱন্ত আৰু দীপ্তিমন্ত কৰি তোলক আৰু তাৰ পোহৰেৰে জন্মভূমিক উদ্ভাসিত কৰক।

---

# স্বাধীনতাৰ ফিৰিঙতি চন্দ্ৰনাথ শৰ্ম্মা

স্বৰ্গতো অধিক জন্মভূমিক মৰি-মূৰ্ত্তি ভাল পাই কাম কৰোঁতা মানুহ অতি বিৰল। সংসাৰৰ চাক-নৈয়াত উটি-বুৰি, অপায় অমঙ্গলৰ বাধা নেওচি, দুখ-কষ্টৰ জুমুৰিলৈ কটাহি নকৰি, কোনোমতে যিবা এটি চন্দ্ৰনাথ কলচোপ-কলচোপকৈ আগলৈ উঠি আহিছিল তেওঁকো আজি কালে পাই মুচৰি লৈ গ'লহি। অসমীয়াৰ কি ফুটা কপাল!



চন্দ্ৰনাথ শৰ্ম্মা

"আইৰ ঘৰলৈ যাম, দুই হাতে খাম,
বিধিয়ে বোলে মই পাছে পাছে যাম।"

অসমীয়াই চন্দ্ৰনাথত কত আশা কৰিছিল, কত ভাবসা কৰিছিল, তেওঁৰ হৈ কত টোপোলা বান্ধিছিল, কিমান কথা ভাবিছিল—সেই সকলোবোৰৰ ওপৰত কণা বিধিয়ে কুঠাৰ বজ্ৰালে।

দেহি ঐ চন্দ্ৰ শৰ্ম্মা নাই! সেই উদাৰতা-ভৰা ওখ কপালেৰে, উপস্থিত বুদ্ধি ভৰা জোঙা কুমেৰে, মগজু আৰু মৈত্ৰীৰে পূৰ হাতীবুধীয়া মূৰেৰে ঘুটমুটীয়া চন্দ্ৰনাথ শৰ্ম্মা বোলা মানুহটি আৰু এই পৃথিবীত নাই। ১৮৪৫ শকৰ শাওনৰ ৪ তাৰিখ বৃহস্পতিবাৰে মাটিৰ মানুহ চন্দ্ৰ শৰ্ম্মা ছিলং পাহাৰৰ মাটিত মিলি পৰিল আৰু তাৰ লগে লগে এই কাম্যভূমি অসমৰ দুই-আঙ্গনিৰে খেমালি কৰিবলৈ বুদ্ধিজনা এটি মূৰ, বিদেশী-শাসন-জোকৰ মূৰত চূণ দি-থকা এখনি মুখ আৰু সাপৰ মূৰত জেকুলী নচুৱা এটি কাপৰো অন্ত পৰিল।

চন্দ্ৰনাথ শৰ্ম্মা চুকাল। লোকালোক এৰি তেওঁৰ আত্মা চন্দ্ৰলোকত লুকাল। আজি ছেদ-ভেদ নোহোৱাকৈ কত কথা মনত পৰিছেহি! মনত পৰিছে, সেই তাহানিখনেই খৰিকামাৰিৰে পৰ্ব্বত হৈচুকিবলৈ যোৱা দেখি তেওঁক "মহামন্ত্ৰী

পীট" বুলি জোকোৱা-কথা, সকৰ মুখত বৰ কথা দেখি Firebrand Politician বুলি পেংলাই কৰাৰ কথা, বগে নোৱৰা শিলক দাঙিবলৈ যোৱা দেখি "টিপচিয়ে হোলোং গছ লৈছে" বুলি পাছ কালৰপৰা চাপৰি বাই ইহাৰ কথা। আৰু কত কি মনত পৰিছে!

আজি যে লাজত অধোমুখ! ইতিকিঙৰ মুৰত যে বজ্ৰপাত! সঁচাসঁচিকৈয়ে চন্দ্ৰনাথে খৰিকা মাৰিযে পৰ্ব্বত হেঁচুকিলে, সকৰ মুখত বৰ কথা বজালে, বগে নোৱৰা শিলক দাঙিব নোৱাৰিলেও, খাজ লৰাই থৈ গ'ল।

কোনে আজি বিদ্ৰূপ বাণলৈ ভ্ৰুক্ষেপ নকৰি, খাই-পাতকলা বিদেশীসকলৰ আগত বামটাঙোন জোকাৰিব? কোনে আজি "কামৰূপ অনুসন্ধান সমিতি" আৰু "আসাম এছ'চিয়েছন"ৰ কাৰ্য্যবিধি নিৰ্দ্ধাৰণ কৰিব? কোনে আজি হিন্দুসমাজ সংস্কাৰ কৰি তাৰ পৰিসৰ বঢ়াবলৈ ব্ৰাহ্মণ সভাৰ গুৰিধৰি ধৰিব? কোনে আজি মুখেৰে লটপটোৱা ভিতৰি কপট বধা বৃটিছ-বিষয়াসকলৰ আচৰণ প্ৰতিবাদ কৰিব? কোনে আজি মৃত্যু-শয্যাত পৰি থকা ঘৰখনলৈও আওকাণ কৰি দেহমুৰ্টাকি কংগ্ৰেছৰ অহিংস মন্ত্ৰেৰে অসম দেশখন চোৱাই পেলাব? কোনে আজি একেধাৰে ৰাষ্ট্ৰজ্ঞান আৰু ৰাষ্ট্ৰশাসনৰ পটুতা লাভ কৰিবলৈ মণিৰাম দেৱানৰ আদৰ্শ অনুসৰণ কৰিব? কোনে আজি "আসাম বিলাসিনী"ত খৈয়া-নখৈয়াকৈ বৃটিছ শাসনৰ বিৰুদ্ধে কলম চলাব? 'ছাত্ৰ সম্মিলনৰ' নিচিনা অনুষ্ঠান পাতিবলৈ আজি কাৰ মুৰত খেলাব? কোনে আজি ৺লম্বোদৰ বৰাৰ আঁহিৰে গন্ত লিখিবলৈ শিকাব? কোনে আজি দহৰ হৈ, জন্মভূমিৰ হৈ-দুখ-ভাগৰ কাতি কৈ থৈ, সুখ সন্তোষ জলাঞ্জলি দি "টু ডাই ইন্ হাৰ্ণেছ" কথা-শাৰীৰ সাৰ্থকতা কৰিব? আজি যে সেই তেজপুৰৰ বিহুৱীয়া চন্দ্ৰ শৰ্মা বি-এল্ ডাঙৰীয়া আৰু আমাৰ মাজত নাই!

নাই বুলি, যেতিয়াই মাতৃভূমিৰ মুখখন বোলান পৰা দেখিবলৈ পাওঁ, যেতিয়াই নেতৃত্বহীন দেশখনে খপজপাই ফুৰিলগীয়া হয় আৰু যেতিয়াই "মন্ত্ৰৰ সাধন কিম্বা শৰীৰ পতন", এই বাক্যত মাৰৰে ধৰিব খোজে, তেতিয়াই চন্দ্ৰনাথ শৰ্ম্মালৈ মনত পৰে। সেই কাৰণেই হোঁইকা-পিছলা কৰি থকা অসমীয়া জাতিৰ ৰাজনৈতিক চিন্তাধাৰাৰ গতি পৰিবৰ্ত্তন কৰোঁতা চন্দ্ৰনাথে পাৰ পোৱাৰ বুলি তেওঁৰ স্মৃতিৰ উদ্দেশে এই তৰ্পণাঞ্জলি আগ বঢ়াওঁ।

---

# দেশসেৱক ৰোহিণীকান্ত হাতীবৰুৱা

মৃত্যু :—২২ আহিন, ১৮৫১ শক, ইং ৮ অক্টোবৰ ১৯২৮

কতীয়া বছৰেৰে ডেৰ কুৰি বছৰ হ'ল। কথা পুৰণি হলেও মোৰ মানত নিত-ন হৈয়ে আছে। তেতিয়া ইং ১৯২১ চন। অসহযোগ আন্দোলনত দেশ তল-ওপৰ। উকীলে ওকালতি এৰিছে, চৰ্কাৰী কৰ্মচাৰীয়ে কাম এৰিছে, কলেজৰ ছাত্ৰই কলেজ এৰিছে। মহাত্মা গান্ধীৰ নামত জনতা মতলীয়া; ঘৰে-পথে, সভায়-সমিতিয়ে সন্নাহে-ভাৱনাই কেৱল গান্ধীৰ জয়, কেৱল "ভাৰত মাতা কী জয়"।

গান্ধীজয় দিয়া বাবেই একো-একোজন মানুহৰ তিনি মাহলৈকে কাটেক হৈছে। ভাবনা-সবাহৰো বিৰ্প টি নিদিয়া বাবেই একোজন গাওঁবুঢ়াৰ অধিমনা হৈছে। অইন কি, মূৰত মূৰত আপি এটি লৈ গলেও, তাকে 'গান্ধী ভলন্টিয়াৰ' বুলি পুলেছে নি থানাত সুমুৱাই থৈছেগৈ। ভুলীয়া লৰাই শাৰী পাতি সমদলে আলি-বাটত ঘোৰাটোও অপৰাধ কথা। পুলিচে লগ পালেই সিহঁতৰ মূৰতো বেত ফালে!

· "বিলাতী কাপোৰত" জুই দিয়াৰ সন্তেদ পালেই পুলিচে যাকে-তাকে গ্ৰেপ্তাৰ কৰি বন্ধকৈ থবগৈয়ে। হাট-বজাৰ বন্ধ কৰা, কানি-ভাং-চেৰাপৰপ দোকানত পিকেটিং কৰা (ধৰ্ণা ধৰা), বিলাতী কাপোৰ নিকিনিব বুলি কিনোতাৰ হাতে-ভৰিয়ে ধৰা—এইবোৰেই আছিল কংগ্ৰেছ-ভলন্টিয়াৰৰ প্ৰথম আৰু প্ৰধান কাম। বৃটিছ-শাসন উচ্ছেদ কৰিবলৈ এইবোৰেই আছিল নিৰস্ত্ৰ জাতিৰ একো পাট অস্ত্ৰ। বৃটিছ-শাসনৰ মায়াজালত মুগ্ধ হৈ থকাসকলেও পুলিচৰ কাৰ্যাত সহায় কৰাটো পৈতৃক ধৰ্ম বুলিয়েই বিশ্বাস কৰিছিল।

ঠিক দেশৰ এনে ৰাজনৈতিক হুলস্থুলৰ সময়তে, সাংসাৰিক বাধা অতিক্ৰমি পেলাই অসহযোগ আন্দোলনত সবল ভাৱে যোগ দিছিলহি ৰোহিণীকান্ত হাতী বৰুৱাই। সংসাৰীৰ চকুত ৰোহিণী দুখীয়া হলেও অসম মাতৃৰ মানত তিনিৰ সোণমণি।

স্বাধীনতা-হুতাশনে চাকৰি-আকাঙ্ক্ষা একালৰপৰা দহি আনিছিল। তথাপি, সেই সময়ত নকৈ হোৱা গ্ৰেজুৱেট সকলৰ মনৰ ওপৰত সেই হুতাশনে চাকৰি-মৰীচিকাৰ ওপৰত ক্ৰিয়া কৰিব নোৱাৰিছিল। "দাৰিদ্ৰ্য দোষো গুণৰাশি-নাশী।" স্বাধীনতাৰ উজ্জ্বল ছবি আঁকি থাকোঁতেও দাৰিদ্ৰ্যৰ হেঁচাত প.ৰ



ৰোহিণীকান্ত হাতীবৰুৱা

স্কটিছ চাৰ্চ কলেজৰ গ্ৰেজুৱেট ৰোহিণীকান্ত হাতীবৰুৱায়ো চাকৰি-অন্বেষণত পৰ্ব্বত-ভৈয়াম বগাব লগীয়া হৈছিল। যেতিয়া দেখিলে, মাতৃ:ৰৰ পৃষ্ঠপোষক নহলে, শাসন-শালৰ গুৰিধৰোঁতা নহলে, চাকৰি বিচৰা মানেই খোপা হৈ পৰ্ব্বত লঙ্ঘিবলৈ যোৱা। হৃদয়হীন গৱৰ্ণমেণ্টৰ ওচৰত জীৱিকা-নিৰ্ব্বাহৰ পথ কণ্টকময় দেখি, তাতোকৈও বিঘিনিভৰা দেশোদ্ধাৰৰ পথ অনুসৰণ কৰি সেই গৱৰ্ণমেণ্টকে ধ্বংস কৰিবলৈ হাতীবৰুৱা কৃতসংকল্প হৈ ওলাল।

তেতিয়া যোৰহাটত কুলধৰ চলিহা দেশনেতা; ডেকাবিলাকৰ উপস্থিত কৰ্ত্তব্য কি তাৰ নিৰ্দ্দেশ দিয়াত তেওঁৱেই যাই প্ৰস্ৰৱণ। চলিহা ডাঙৰীয়া উকীল আছিল, উকীলৰ পৰা মেজিষ্ট্ৰেট (একষ্ট্ৰা এচিষ্টেণ্ট কমিশ্বনাৰ) হয় গৈ। উকীল, মেজিষ্ট্ৰেট ছুয়োটাৰে সুখ্যাতি আৰু মান-মৰ্য্যাদাৰ অধিকাৰী হোৱাৰ উপৰিও তেওঁ ৰায় বাহাদুৰ কণিধৰ চলিহাৰ পুত্ৰ। এনে ত্ৰিগুণবিশিষ্ট সম্ভ্ৰমশীল পুৰুষ এজন যেতিয়াই সাম্ৰাজ্যবাদী গৱৰ্ণমেণ্টৰ বিদ্ৰোহী হৈ উঠিল, তেতিয়াই হাতীবৰুৱা আহি তেওঁৰ কাষ চাপিলহি। অচিৰেই চলিহা হাতীবৰুৱাৰ অন্তৰ চিনাচিনি হল। হাতীবৰুৱা চলিহা ডাঙৰীয়াৰ অনুগত শিষ্য হল অৰ্থাৎ প্ৰকাশ্যভাৱে কংগ্ৰেছ-মহাসভাৰ চুক্তিত চহী কৰি দেশনেতাৰ আদেশ পালি বিলাতী কাপোৰ বৰ্জ্জন আৰু পিকেটিং আন্দোলনত দেহ মূৰ টাঁকি লাগি গল। চেনিমৰা হাটলৈ যোৱা মানুহৰ গাৰী ছুৰমান পিকেটিং কৰোঁতেই পুলিচে পাই তেওঁক ১৯২২ চনৰ ফেব্ৰুৱাৰী মাহত গ্ৰেপ্তাৰ কৰিলে আৰু আদালতৰ বিচাৰত কেইমাহমান তেওঁ যোৰহাট-জেলত দণ্ডভোগ কৰিলে।

জেলৰ ভিতৰত চৰকাৰী আইন অনুসৰি ৰাজনৈতিক কয়দীবিলাকৰ ভিতৰত দুটা ভাগ বা শ্ৰেণী কৰা হৈছিল। এভাগত আছিল ফৌজদাৰী দণ্ডবিধিৰ ১০৭ আৰু ১০৯ ধাৰাত দণ্ডিত হোৱা অপৰাধীসকল আৰু ইটোত আছিল ফৌজদাৰী আইনৰ সংশোধিত ধাৰা ১৭ (ক) আৰু ১৭ (খ) ধাৰা মতে দোষ কৰা আইন অমান্তকাৰীবিলাক। আগৰ কেইটা ধাৰা প্ৰযোজিত হৈছিল যিসকলে মানুহৰ মন বিদ্ৰোহী কৰি তুলিছিল সেই সকলৰ ওপৰত; আৰু যিবিলাকে মানসিক বলপ্ৰয়োগ কৰি বৃটিছ-বিৰোধী মনোভাৱ প্ৰকাশ কৰিছিল সেইবিলাকৰ ওপৰত প্ৰয়োগ কৰা হৈছিল পাছৰ দুটা ধাৰা। শাস্তিৰ বিধানতো তাৰতম্য আছিল। শিক্ষা আৰু লৌকিক মান-সম্ভ্ৰমৰ অৱস্থা বুজি আন্দোলনকাৰীৰ কোনোক বিনাশ্ৰমে আৰু কোনোক সশ্ৰম কাৰাদণ্ড দিয়া হৈছিল। জেলৰ ভিতৰত দুকীয়া-দুকীয়া গৰাল নৰকাত দুয়োটা শ্ৰেণীৰ কয়দীকেই একেটা ঘৰতে থোৱা হৈছিল। হাতীবৰুৱা সোমাওঁতে, জেলৰ ভিতৰত কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, দেশনেতা কুলধৰ চলিহা, খাদীপ্ৰাণ কৃষ্ণকান্ত শৰ্মা, লক্ষীকান্ত বৰুৱা (মাখন উকিল), ভুবনচন্দ্ৰ গগৈ, ৺দুৰ্গা-প্ৰসাদ বৰঠাকুৰ, ৺বাদৰপ্ৰসাদ চলিহা আৰু গুৱাহাটীৰ শ্ৰীযুত মহেন্দ্ৰনাথ

ডেকা ফুকন, উমেশচন্দ্ৰ বৰদলৈকে প্ৰমুখ্য কৰি ১৫০ জন মান সৈন্যসেৱক আৱদ্ধ আছিল।

সেই ডেৰ শ জন বন্দী-সেৱকৰ ভিতৰত আটাইতকৈ নিৰ্দ্বন্দ্ব, অকপটীয়া আৰু নিজৰ-কাম নিজে কৰি-থকা-বিধৰ মানুহ আছিল ৰোহিণীকান্ত হাতী-বৰুৱা। ৰোহিণীৰ দুৰ্ব্বলতা—তেওঁৰ অতিপাত সৰলতা। ইয়াকে চেলু লৈ, ডেকা ফুকনে, হোৱাতো-নোহোৱাতো তেওঁক জোকাই থাকে। শ্ৰম কৰিব লগীয়া কাৰ্টেকিয়াল-বিলাকে যেতিয়া এল'পাত (শণ গছ—মাটি কঁঠালৰ নিচিনা; ইয়াকে খুব টান জৰী হয়) খুন্দিবলৈ লগীয়া হয়, তেতিয়া মহেন ফুকনে হাতীবৰুৱাক ক'ব, "ৰোৱা হাতী, তেওঁবিলাকক অলপ সহায় কৰি দিয়াঁগৈ"। হাতীবৰুৱাই সেই কথাতে গৈ সশ্ৰমী কয়দীবিলাকক এল' পাত খুন্দাত সহায় দিয়েগৈ।

ৰাতিপুৱা "ৰাম ভাত" খোৱাৰ আগতে বৰদলৈদেৱে সকলোকে গোটাই লৈ অন্নপূৰ্ণা স্তোত্ৰটি লগাই দিয়ে আৰু সকলোৱে সুৰ মিলাই গাই দিনটোৰ নিমিত্তে প্ৰাণ পবিত্ৰ কৰে। প্ৰাৰ্থনা কৰিবৰ সময়ত হাতীবৰুৱাৰ ওচৰতে মহেন্দ্ৰ ফুকনো বহে। স্তোত্ৰটোৰ মাজত থকা "কৃপাবলম্বনকৰী, মধা অন্নকৰী" শব্দ দুটা হাতীবৰুৱাই ফুটাই মাতিব নোৱাৰে। সেইখিনি পাওঁ-পাওঁ হওঁতেই হাতীবৰুৱা নিটাল মাৰে; ফুকনে তেতিয়া হেঁচুকি মাত লগায়' "হেৰ,' আন, লাংচিং এভাল, এই হাতীটোক ভালকৈ খোঁচ এটা দিওঁ। মাত মাতিব নোৱৰা হাতীটো আকৌ কিহৰ হাতী?" হাতীবৰুৱাই তই-ৰাম-গোপাল একোকে নকয়—থতো হুঠে। জেলৰ ভিতৰতে হৈ-ভড়ুও খেলা হয়; হাতী-বৰুৱাক আটোয়ে চোঁচোৰাই-বগৰাই হাৰাশাস্তি কৰে। মহেন ফুকন তেও এই কামত আটাইতকৈ চৰা। তথাপি, হাতীবৰুৱাই মুখেৰে তুং শব্দ এটিও নকৰে।

বাহিৰত চতৰ বিহু। বৰভেটা জেলৰ ওচৰত থকা গাওঁবোৰত শেহ-নিশালৈকে টকা-পেঁপাৰ মাতত নিজম ৰাতিও উজাগৰ; ভাঁত-ভাঁত বিহুনাম গাই বিহুৱতীহঁত উৰাউল। হাতীবৰুৱাইত শোৱা ঘৰটোৰ পোনে দেৱালৰ সিপাৰে থি-জোৰা বিহু-নাচ হৈছিল তাত সদায় এই নামটো গাইছিল :—

"তাৰোলৰ চকুৱা
জোনাকী পৰুৱা
কিয় মনে মাৰি থাক?

থাকোঁ মনে মাৰি
লোকৰ ঘৰে বাৰী
কাইলৈ উলিয়াই দিব।

তাকে শুনি ভিতৰত থকা সমনীয়াবিলাকে হাতীবকৰাক নাচনী কৰি এই দৰে নাম জুৰি দিব :—

তামোলৰ ঢকুৱা
জোনাকী পকৱা
কিয় মনে মাৰি থাক ?
—থাকোঁ মনে মাৰি
জেলৰ ঘৰে বাৰী
কাইলৈ মাৰ ভাত দিব।"

থুপথুপ্ হাতী-পোৱালীটো যেন হাতীবকৱাই নাচে আৰু চাপৰিবোৱাসকলে পাৰেমানে হাঁহে। সিমানতো হাতীবকৱাৰ একণমানো যদি খং উঠে!

জেলৰ ম্যাদ উকলিবৰ হ'লহি। আৰু দুদিনমান আছে—হাতীবকৱা জেলৰ পৰা ওলাই যাবলৈ। সেই কেইদিনত আৰেলি আৰেলি একোখন-একোখন "প্ৰকাণ্ড-প্ৰকাণ্ড" সভা। সভাৰ উদ্দেশ্য—হাতীবকৱাক বিদায় দিয়া। ডেকা ফুকন মহেন্দ্ৰই সভাৰ উদ্দেশ্য ব্যাখ্যা কৰিবলৈ যোৱাৰ আগেয়ে, হাতত ক'ৰবাৰপৰা পোৱা পানীন্দ্ৰনাথ গগৈৰ 'আগছোৱা' কিতাপৰ বেটুপাতত থকা হাতীৰ ছবিটো লব; লৈ, শোকৰ উচ্ছ্বাস তুলি বিহ্বল হৈ সভাসদ কয়দীসকলালৈ চাই গদগদ কণ্ঠেৰে বক্তৃতা দিব, "হাতী বকৱা যাবগৈ, আমাৰ মৰমৰ হাতী পোৱালীটি যাবগৈ......আমি আৰু 'চাম-বইভ' কৰিবলৈ হাতীক ক'ত পাম ? তেওঁ ইকনমিকচৰ গ্ৰেজুৱেট। বাহিৰলৈ গৈ, কাৰ ঘৰত কিমান সূতা কাটিছে, তাৰ লেখ "হাতীয়ে" লবগৈ। সেই লেখৰ চিন স্বৰূপে আমালৈ খিলা পিঠাকে পঠিয়াব। পিঠাৰ টোপোলাটো শুঁৰেৰে পাক মাৰি ধৰি জেলৰ দেৱালৰ ওপৰেদি দলিয়াই দিব।......( ভগা টিন এটা চকিয়াই সকলোৰে হৰ্ষধ্বনি )।

উত্তৰত হাতীবকৱাই খোকাখুকি মাতেৰে কব, "আপোনাসকলৰ আদেশ শিৰোধাৰ্য্য। মই পাৰিতপক্ষে চেষ্টা কৰি চামগৈ।" সঁচাসঁচিকৈয়ে তেওঁ

কেলৰপৰা ওলাই গৈ ১৫০টা পিলাপিঠাৰ টোপোলা এটা "ৰৰাৰ আশ্ৰমৰ" বন্ধুবৰ্গক সকলোৰে পঠিয়াই দিলেগৈ। যোৱালিৰ কথাটোকে সঁচাসঁচি বুলি ধৰি লোৱাত কাৰাকদ্ধ বন্ধুসকলে হাতীবৰুৱাৰ নিৰ্ভাঁজ সৰলতাৰ প্ৰতি শ্ৰদ্ধা-ভক্তি সহকাৰে মূৰ নোদোঁৱাই নোৱাৰিলে।

সঁচাকৈয়ে ৰোহিণী হাতীবৰুৱা আছিল 'ধৰমত ধীৰ, কৰমত বীৰ'।

আসাম-কাউন্সিললৈ ৰোহিণীকান্তক প্ৰতিনিধি নিৰ্ব্বাচন কৰোতে ধনাঢ্য ব্যক্তি ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱাৰ লগত প্ৰতিদ্বন্দ্বিতা কৰাত কংগ্ৰেছৰ যি সংগ্ৰাম, তাক বৰ্ণাবলৈ গলে বহুকথা। সেই সংগ্ৰামত চন্দ্ৰকমল বেজবৰুৱাৰ অজস্ৰ অৰ্থ যে ব্যয় হল, সিও কেৱল হাতীবৰুৱাৰ সত্যবাদিতা, সৰলতা আৰু একাগ্ৰতাৰ বাবেই। ভোট-যুদ্ধত যেতিয়া নিৰ্বাচিত হাতীবৰুৱা জিকিল, সি এটা বাতৰি-কাকতৰ মস্ত খবৰ হৈ পৰিল। কাউন্সিলৰ সদস্য হৈয়েই "আসাম কোম্পানীৰপৰা" গড়গাওঁ নগৰখন একন্নাৱলৈ যত্ন কৰিছিল। নাদৈগড় আৰু ৰাজগড়টোও বাগিছাৱালাৰ কবলৰপৰা মুক্ত কৰিব খুজিছিল। ডেকাৰ কথা বুলি গৱৰ্ণমেণ্টৰ বুঢ়া বিষয়াসকলে হাতীবৰুৱাৰ বক্তব্য উলাই কৰা নাছিল।

দীনবন্ধু চি এফ্ এন্‌ড্ৰুজৰ সভাপতিত্বত কংগ্ৰেছৰ বৰীয়াকৈ যিখন কালি-ক্ষতৰ কমিটী বহিছিল, তাত ৰোহিণী হাতীবৰুৱাই এনে ভাৱে উঠ-বহ নোহোৱাকৈ কাম কৰিছিল যে তেওঁ নোহোৱা হলে সেই বিশদ ৰিপৰ্টখন জেনেৱালৈ পঠিয়াই টান হলহেঁতেন।

হাতীবৰুৱা আৰু কৃষ্ণকান্ত শৰ্ম্মাই ১৯২৫ চনত কানপুৰ কংগ্ৰেছত পৰৱৰ্তী অধিবেশনটো অসমলৈ আহ্বান কৰাত অসমৰ কংগ্ৰেছ-নেতা ভালেমানেই তেওঁবিলাকক দুৰ্বুদ্ধিয়ে পালে বুলি কৈছিল। গোবৰ্দ্ধন যেন "দুৰ্বুদ্ধিটো" দুঃসাহসিকতাত পৰিণত হল। দেশভক্ত ফুকন আৰু কৰ্মবীৰ বৰদলৈ ভাওৰীয়াই পাণ্ডু কংগ্ৰেছত দেখুৱাই দিলে—অদম্য উৎসাহ, অবিৰাম চেষ্টা আৰু ঐকান্তিক আগ্ৰহ থাকিলে সেই গোবৰ্দ্ধনক দাঙি ধৰিব পাৰি, অসম্ভৱকো সম্ভৱ কৰিব পাৰি। কিন্তু দুখ লাগে, দুঃসাহসিকতাৰ গুণতে সেই অধিবেশনে দেশভক্ত আৰু কৰ্মবীৰক কৰাদি হাতীবৰুৱাকো নিঠৰুৱা দিগম্বৰ কৰিলে।

পাণ্ডু কংগ্ৰেছলৈ অহা অভ্যাগতসকলক অসম আৰু অসমীয়াৰ পৰিচয় কৰি দিবৰ নিমিত্তে হাতীবৰুৱাই এই লিৰকৰ হতুৱাই ইংৰাজীৰে "কংগ্ৰেছ গাইড" এখন লিখোৱাইছিল। সেইখন লেখোৱাই ছপোৱাত, সৰহভাগ টকা তেওঁ

নিজৰ জেপৰপৰাই খৰচ কৰিব লগীয়া হৈছিল। কংগ্ৰেছ-মণ্ডপ আৰু প্ৰতিনিধি-বাহৰ সাজিবলৈ অনেখ সৰঞ্জামৰ আৱশ্যক হৈছিল। ৰোহিণী বৰুৱাই কলিকতাত টাকুৰী ঘুৰাদি ঘুৰি খৰচৰ মুখলৈ নেচাই সেইবোৰ সংগ্ৰহ কৰি ফুৰিছিল। তেওঁৰ খতিখণ নোহোৱা উদ্যোগ দেখি শ্ৰীগৌৰাঙ্গ প্ৰেছৰ স্বত্বাধিকাৰী সুৰেশচন্দ্ৰ মজুমদাৰে কবলৈ বাধ্য হৈছিল, "হাতীবৰুৱাৰ নিচিনা উদ্যোগী কৰ্ম্মী অতি বিৰল।"

জীয়াই থাকোঁতে হাতী বৰুৱাৰ কৰ্ম্মৰত জীৱনৰ মোল বুজিলোঁ। তেওঁ জীৱন্তে 'দেৱলীয়া' বুলি ঘোষণা কৰিব লগীয়া হৈছিল। স্বদেশৰ মঙ্গলৰ অৰ্থে ১৯২১ চনৰ আন্দোলনত উঠি-অহা ডেকাৰ ভিতৰত সৰ্ব্বস্ব ত্যাগ কৰোঁতা ৰোহিণীকান্ত হাতীবৰুৱাও এজন।

যি সকলৰ ঐতিহাসিক ত্যাগ আৰু নেৰানেপেৰা দুখ কষ্টৰ মূলত নাম মাত্ৰকে হলেও স্বাধীনতাৰ ৰূপৰূপীয়া ভেটি বান্ধিব পৰা হল, সেইসকলৰ ভিতৰত হাতীবৰুৱাৰ স্থান নিশ্চয় আগ শাৰীত। কংগ্ৰেছে তেওঁৰ স্মৃতি-বাৰ্ষিকী কৰিবই। তথাপি, স্বাধীনতা পোৱাৰ ২ বছৰৰ পাছত তেওঁক সুঁৱৰি অন্তৰ্ভুক্তীয়া ভাৱেই তেওঁলৈ এই শ্ৰদ্ধাঞ্জলি আগ বঢ়ালোঁ।

# শিক্ষাবিদ আৰু সাংবাদিক
# উপেন্দ্ৰনাথ বৰুৱা

"অসতো মা সদ্গময়
তমসো মা জ্যোতিৰ্গময়
মৃত্যোৰ্মা অমৃতং গময়"

নিৰ্ভীক, কৰ্ম্মযোগী তপস্বী শ্ৰীউপেন্দ্ৰনাথ বৰুৱা—

হে কৰ্ম্মযোগী, আপুনি অসম আইৰ সুপুত্ৰ। আপোনাৰ কঠোৰ ব্ৰতৰ সাধনাত আজি অসমে "শঙ্কৰদেৱ শিশুশালা" পালে, যোগীৰ আশ্ৰমৰ নিচিনা ক্ষুদ্ৰ কুটিৰত থাকি [illegible] প্ৰাচীৰ থাকিলে। দৰিদ্ৰৰ মালা কণ্ঠত পিন্ধি পাৰ্থিৱ সুখক জলাঞ্জলি দি বাণীৰ মন্দিৰ পাতি তুলিলে. হে তপস্বি! আপুনি আমাৰ হিয়াভৰা শ্ৰদ্ধা গ্ৰহণ কৰক। আশীৰ্ব্বাদ কৰক, প্ৰত্যেক জনেই যেন একোজন তাপস বীৰ হয়।" :—

যোৰহাটৰ বাণী সম্মেলনে, ১৯৫১ চনত ৺বৰুৱা ডাঙৰীয়ালৈ জনোৱা "শ্ৰদ্ধা-অৰ্ঘ্য"

১৮৫৭ চালৰ স্বাধীনতা আন্দোলনৰ বেলি মাৰ নৌযাওঁতেই ১৮৫৯ চনত জন্ম গ্ৰহণ কৰিছিল উপেন্দ্ৰনাথ বৰুৱাই, আৰু তেওঁ চিৰকালৰ নিমিত্তে চকু মুদিলে স্বাধীনতা পোৱাৰ সপ্তম বছৰ আৰম্ভ হবলৈ ৯ দিন থাকোতে অৰ্থাৎ ১৯৫৩ চনৰ ৬ আগষ্টৰ দিনা। তেখেত ওপজোঁতে উশাহ নোলোৱাকৈ উপজিছিল। কিন্তু কি আচৰিত, এই উশাহ-নোলোৱাকৈ ওপজা মানুহ জনেই যে সুদীৰ্ঘ ৯৪ বছৰ জীয়াই থাকি ৮০ বছৰ বয়সলৈকে নিশ্বাসৰ জোঁকাৰত সভায়-সমিতিয়ে, কথায়-বতৰায় আৰু বাতৰি-কাকতৰ যোগে অসমৰ দিগ-দিগন্ত কঁপাই আছিল! উপেন বৰুৱাৰ কাৰ্য্যকলাপ আৰু চিন্তাধাৰাৰ সম্যক উপলব্ধি কৰিবলৈ হলে শ্ৰীযুত জ্ঞাননাথ বৰা ডাঙৰীয়াই কোৱা দৰে ৺আনন্দ ৰাম ঢেকীয়াল ফুকনৰ দিনৰেপৰা আৰম্ভ হোৱা জাতীয় জীৱনৰ বিস্তাৰিত বুৰঞ্জীখন চকুৰ আগত দাঙি ধৰিব লাগিব। আজিকালিৰ দিনত ৯৪ বছৰ বয়স পোৱা আৰু সেই বয়সতো কৰ্ম্মণ্য হৈ থকা কম কথা নহয়। দীৰ্ঘজীৱী হৈ থকাটো অৱশ্যে ৺বৰুৱা ডাঙৰীয়াৰ বংশগত বীৰ্য্যৰ গুণ। তেখেতৰ দেউতাক ৺ইন্দ্ৰীবৰ বৰুৱা ৮৫ বছৰ জীয়াই আছিল। সেই বয়সতো হোঁকা হঁপিহঁপি খোজ কাঢ়িয়েই শিৱসাগৰৰপৰা যোৰহাটৰ কেন্দু-গুৰিত থকা জীয়েকৰ ঘৰলৈ অহাযোৱা কৰিছিল। ইন্দ্ৰীবৰে ৩৫ বছৰ চৰকাৰী

পেন্সন খাইছিল। তেওঁ পেন্সন পাই থকা সময়ত শিৱসাগৰত কেবাজন আমোলায়ো চৰকাৰী পেন্সন উপভোগ কৰিছিল। সেই সকলৰ ভিতৰত কৃষ্ণ-প্ৰাণ চাংকাকতী, ৰমাকান্ত গোঁহাই, বলধৰ বৰুৱা, শশীধৰ বৰুৱা, জগন্নাথ বেজবৰুৱা, ধৰ্ম্মেশ্বৰ কাকতী, মুক্তাৰাম বৰুৱা, ফণিধৰ চলিহা, দীনধৰ বৰকটকী, মৌলৱী আলি হুছেইন, তুলসীৰাম বৰুৱা, কীৰ্ত্তিধৰ শিৱসাগৰীয়া বৰুৱাৰ নামকে বিশেষকৈ লব পাৰি। এই সকলোৰে ভিতৰত ইন্দীবৰেই বুঢ়া পেন্সনধাৰী।



৺উপেন্দ্ৰনাথ বৰুৱা

শিৱসাগৰলৈ পেন্সনৰ টকা সৰহকৈ অহা দেখি এবাৰ শিলঙৰ পৰা চোৰাং চোৱা পঠিয়াই দিয়া হৈছিল—এই কেইজন মানুহ সঁচাকৈয়ে জীয়াই আছেনে নাই, তেওঁবিলাকৰ নামত কোনোবাইহে পেন্সন নিছে, তাক চাবলৈ।

উপেন বৰুৱাও সেই শিৱসাগৰীয়া স্বাস্থ্যৰেই অধিকাৰী হৈ পিতৃতকৈ ৯ বছৰ বেছিকৈ হে জীয়াই থাকিল। ১৯৫১ চনত ৺জ্ঞানদাভিৰাম বৰুৱাই তেখেতৰ "অভিৰাম" পঁজাৰ আগতে বিক-শ এখনত পকাডটীয়া উপেন বৰুৱাক দেখি 'এইজন টকটকীয়া বাৰ্দ্ধক্য খ ক'ৰপৰা ওলালহি' বুলি বিচুৰ্ত্তি খাইছিল। সঁচাকৈয়ে

৺উপেন বৰুৱাৰ স্বাস্থ্য ইমান ভাল আছিল যে ৯০।৯১ বছৰতো গুৱাহাটী চহৰত বিকৃৰত উঠি ফুৰা দেখি বহুতেই আচৰিত হৈছিল।

শিৱসাগৰ গৱৰ্ণমেণ্ট হাই স্কুলৰপৰা এণ্ট্ৰেন্স পাছ কৰি এখেত ১৮৮১-৮২, চনত কলিকতাত এফ-এ পঢ়িবলৈ যায়। উৰীয়া বান্ধনি পলাই যায় দেখি কলিকতাতো তেখেতে নিজেই ভাত ৰান্ধি খাইছিল। এফ্-এ পঢ়ি থাকোতেই দুদিনমান কলিকতাৰ জেনেৰেল পষ্ট অফিছৰ কেৰেণী কামত সোমায়। তাৰ পিচত সেই পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতা হাইকৰ্টৰ অসমীয়া অনুবাদকৰ কামত নিযুক্ত হয়। সেই সময়তে তেওঁৰ দেশপ্ৰেমৰ ফিৰিঙটি ওলাই পৰে। অসমত কানিৰ অপকাৰিতা সম্বন্ধে তদন্ত কৰিবলৈ বিলাতৰপৰা এটা ৰাজকীয় কমিছন নিযুক্ত হৈছিল আৰু অসমৰপৰা ৰায়বাহাদুৰ মাধৱচন্দ্ৰ বৰদলৈ, ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱা আৰু বি-এ জগন্নাথ বৰুৱা সাক্ষ্য দিবলৈ চৰকাৰী প্ৰতিনিধি মনোনীত হছিল। এই কথাৰ বুজ পাই ৺বৰুৱা ডাঙৰীয়াই তাৰ আগেয়েই কমিছনাৰৰ অনুমতি লৈ স্বাৰ্থশূন্য স্বাধীন মত এটা কমিছনৰৰ আগত দাখিল কৰে। বৰদলৈ ডাঙৰীয়াই কৈছিল, "কানি অসমত ভগৱন্তৰ দান।" গুণাভিৰাম-জগন্নাথেও কানি উঠাৰ লাগে বুলি মত দিয়া নাছিল। ৺বৰুৱা ডাঙৰীয়াই এইবোৰ চৰকাৰী চাকত মাৰি পঠিওৱা অভিমত বুলি কমিছনৰ চেয়াৰমেনৰ আগত টানি কৈছিল। সেই সাক্ষ্য দিয়া বাবেই চৰকাৰী কামৰপৰা তেখেতে অৱসৰ লব লগীয়া হয়।

১৮৮৪-৮৫ চনত ইলবাৰ্ট বিল নামে এখন বিল তৈয়াৰ হয়। বিল খনৰ নাম দিয়া হৈছিল ব্লেক এক্ট্ ( কলা আইন )। এই আইনৰদ্বাৰাই অভিযুক্ত ইংৰাজক ভাৰতীয় বিচাৰকে বিচাৰ কৰিব নোৱৰা কৰিব খোজা হৈছিল। উপেন্দ্ৰ বৰুৱাই ইয়াৰ বিৰুদ্ধে 'ইংলিছমেন' আৰু 'ইণ্ডিয়ান্ মিৰৰ' কাকতত খৰাখকে কলম চলাইছিল। মণিৰাম দেৱানক যে অন্যায় ভাবে ফাঁচি দিয়া হল তাকো তেওঁ "বেঙ্গলী" আৰু "ইংলিচমেনত" লেখিছিল।

১৮৮৪-৮৫ চনত কলিকতাত পতা প্ৰদৰ্শনী এখনত যোৰহাটৰ কৃষ্ণকান্ত হাতীবৰুৱাই নিজে কৰা বিহা-সূতা-কটা কল এটা দেখুৱাবলৈ নিছিল। সেইটো কলিকতা পোৱা মাত্ৰকে বিলাতী কোম্পানী এটাই একে ৰাভিয়েই নকল কৰি পিচদিনা প্ৰদৰ্শনীত দেখুৱালে। হাতীবৰুৱাই বঁটা-পুৰস্কাৰ একো নেপালে, পালে সেই বিলাতী কোম্পানীটোৱে। সেই কথাত বেজাৰ লাগি হাতীবৰুৱা বলীয়া হৈ ফুৰিছিল। উপেন্দ্ৰ বৰুৱাই এই পক্ষপাতিতা আৰু ইংৰাজ কোম্পানীৰ

চুৰি বিন্দা নিন্দা কৰি ইংৰাজৰদ্বাৰাই সম্পাদিত ইংৰাজী কাকতত বাৰবুৰি প্ৰবন্ধ লেখিছিল। "ইংলিছমেন," কাকতখন গোড়া ইংৰাজৰ কাকত আছিল। তথাপি, তাৰ সম্পাদকে ৺বৰুৱা ডাঙৰীয়াক মাতি নি সেই কাকতত লেখি থাকিবলৈ অনুৰোধ কৰিছিল। ৺জ্ঞানদাভিৰাম বৰুৱাই "এনে সম্মান অতি বিৰল" বুলি কৈছিল।

৺বৰুৱা ডাঙৰীয়া অসমৰ উগ্ৰপন্থী, স্বদেশী মতবাদী ৺মথুৰামোহন বৰুৱা-সম্পাদিত "এড্‌ভকেট অব আসাম"ৰ নিৰ্দ্দিষ্ট আৰু নিয়মীয়া লেখক আছিল। কলিকতাৰ "অমৃতবাজাৰ পত্ৰিকা," "ইণ্ডিয়ান ডেইলি নিউজ", "ইণ্ডিয়ান মিৰৰ," "ইংলিছমেন" আদি বহুত বাতৰিকাকতত অসমীয়া জাতিৰ সম্পৰ্ক জানিব লগীয়া বিবিধ বিষয়ে চিঠি প্ৰবন্ধ লেখিছিল আৰু চৰ্কাৰী কাৰ্য্যৰ চোকা সমালোচনাও কৰিছিল। ৺ৰাধানাথ চাংকাকতীৰ কাকত 'টাইমছ্‌ অৱ আসাম'অতো কাকতখন •জন্ম হবৰেপৰা নানান তৰহৰ প্ৰবন্ধ-পাতি লেখি আছিল।

'উষা', 'বাঁহী', 'আলোচনী' 'আসাম হিতৈষী' আৰু 'আৱাহন' আদি অসমীয়া আলোচনী বিলাকত ৺বৰুৱা ডাঙৰীয়াৰ অসমীয়া প্ৰবন্ধও মাজে-সময়ে ওলাইছিল। তেখেত ইমান নিৰ্ভীক আৰু স্পষ্টবাদী আছিল যে 'বাঁহীৰ' সম্পাদক লক্ষ্মীনাথ বেজ-বৰুৱাকো 'বাঁহী' কাকততেই আক্ৰমণ কৰিছিল আৰু সেই আক্ৰমণৰ বিষয়টো আছিল—বেজবৰুৱাই তেওঁৰ শঙ্কৰদেৱৰ পুথিত কোনোবা এটা কথা হেনো তেওঁৰ মতে ভুলকৈ সুমুৱাইছিল। মহাপুৰুষ শঙ্কৰদেৱৰ বিষয়ে লেখা একেখন মাথোন প্ৰামাণ্য পুথিত খুঁত উলিওৱা বাবে সেই সময়ৰ পাঠকসকল চঁক খাই উঠিছিল আৰু তাতোকৈ আচৰিত হৈছিল সাহিত্যৰথী বেজবৰুৱাৰ নিচিনা শঙ্কৰী জ্ঞানত প্ৰোক্ত এজনৰ কথাত আসোঁৱাহ ধৰাত। এই চুটি টোকা-লেখকো বৰুৱা ডাঙৰীয়াৰ ওচৰত পৰিশোধ কৰিব নোৱৰা ধাৰত ধৰুৱা। এওঁ মণিৰাম দেৱানৰ বিষয়ে যেতিয়াই যি কথাকে লেখিছিল তেতিয়াই তেখেতে সেই লেখা তেখেতৰ মনঃপুত নোহোৱাত "আসাম হিতৈষী", 'বাঁহী' আৰু 'আৱাহনত' কুৰুৰে-কাঁইট-নোখোৱাকৈ সমালোচনা কৰিছিল। এই লেখকে, তাৰ শেষৰ সন্নিধানটো "ধুপৰ বঠি" শিতানেৰে 'আৱাহন' কাকতত প্ৰকাশ কৰিলত, তেখেতে এওঁক ডাঙৰ প্ৰতিদ্বন্দী বুলি ভাবি লৈছিল। বৰুৱা ডাঙৰীয়াৰ তীব্ৰ সমালোচনাই এই লেখকক "মণিৰাম দেৱানত" অতিশয় সহায় কৰিলে আৰু বৰ সাৱধানে তথ্য-

সমূহ ব্যৱহাৰ কৰিবলৈ সতৰ্ক কৰিও দিলে। পৰম শ্ৰদ্ধাস্পদ পিতৃতুল্য পুৰুষ উপেন্দ্ৰনাথ বৰুৱাই হোৱাতে-নোহোৱাতো ঘৰে পৰে ভবিয়াই-হঁকিয়াই, এই লেখকক গঞ্জি নথকা হ'লে মণিৰাম দেৱানৰ জীৱনীখনত প্ৰত্যেকটো কথাকে চালি-জাৰি চাবলৈ চেষ্টা কৰাই নহ'লহেতেন।

কলিকতাৰপৰা আহিয়েই কিছুদিন চৰ্কাৰী কাম কৰি, বৰুৱাই যোৰহাটত এটি ইংৰাজী শিক্ষালয় স্থাপন কৰে ; তাৰ পিছত, উত্তৰ লক্ষীমপুৰতো এটি পাতেগৈ। যোৰহাটৰটি অলপ দিনৰ পাচতে ভাগি থাকিল ; লক্ষীমপুৰৰটিয়েই বহুত দিনৰ মূৰত হাইস্কুল হলগৈ। যোৰহাটৰটো পাতোতে মিঃ জি বেজবৰুৱাৰ হাইস্কুল হোৱা নাছিল।

ইয়াৰ পিছত, তেখেতে নানান ঠাইত চাকৰি কৰেগৈ। ১৯১২ চনত যোৰহাটলৈ আহি 'আসাম বিলাসিনীৰ' সম্পাদক কৃষ্ণকান্ত ভট্টাচাৰ্য্যৰ বুদ্ধি-পৰামৰ্শ আৰু সহায়-সাৰথি লৈ আকৌ এটি হাইস্কুল স্থাপন কৰে। সেইটিয়েই আজি শঙ্কৰদেৱ ছেমিনৰী নামে প্ৰখ্যাত। এই স্কুলৰ ছাত্ৰই সুনাম অৰ্জন কৰিছে।

বৰুৱা ডাঙৰীয়া কেইবা খনো অসমীয়া আৰু ইংৰাজী পুথিৰ গ্ৰন্থকাৰ আছিল। তাৰে দুখনমান হে প্ৰকাশ হল, বাকী কেইখন হেৰাল। 'অসমীয়া ভাষা সাহিত্যৰ বুৰঞ্জী'ত বাদ পৰি থকা কেইখন পুথিৰ নাম ইয়াতে দিয়া হ'ল :—

অসমীয়া :—(১) চৰিতাৱলী, (২) সাধুকথা, (৩) শ্লোকমঞ্জৰী, (৪) সন্তানৰ শিক্ষাৰ বিষয়ে ৰচনা, (৫) ইন্দীবৰ বৰুৱা।

ইংৰাজী :—(১) এংগ্ল' আছামীজ গ্ৰামাৰ, (২) ৱৰ্ড বুক, (৩) স্পেলিং বুক, (৪) এছে অন্ দি এডুকেশ্যন অৱ ছিলড্ৰেন, (৫) এ গ্লিম্প্‌ছ অৱ্ আসাম।

"ৰোম ৱজ নট বিলট ইন এ ডে"—এই ইংৰাজী পটন্তৰটোৰ অসমীয়া ভাঙনী "ভুকুতে কলটো নপকে" বুলি পোন প্ৰথমেই কৰে উপেন বৰুৱাই হে। তেখেতৰ স্পেলিং বুক খন পঢ়িলে শুদ্ধকৈ ইংৰাজী কব আৰু লেখিব পাৰি। বৰুৱা ডাঙৰীয়া ইংৰাজী সাহিত্যতো সুপণ্ডিত আছিল ; তাৰ চিন "এ গ্লিম্প্‌ছ অৱ্ আসামত" পোৱা যায়।

বক্তাও আছিল উপেন বৰুৱা। ১৯১৬ চনৰ আসাম এছচিয়েশ্বনত শিক্ষা বিষয়ে তেওঁ এটি সকলিত স্বাধীন মতৰ প্ৰবন্ধ পঢ়িছিল। সেই সময়ত বৃটিছ শাসন-তন্ত্ৰৰ বিৰুদ্ধে টান মাত মাতিছিল বৰুৱা ডাঙৰীয়াই হে। ৰায়বাহাদুৰ জগন্নাথ বৰুৱাৰদ্বাৰা ১৮৮৪ চনতে স্থাপিত 'সৰ্ব্বজনিক সভাৰ" তেখেত সহকাৰী সভাপতি

আছিল। সেই "সৰ্ব্বজানিক" সভাত হে মাত্ৰ সেই সময়ৰ অসমৰ ৰাজনৈতিক কথা আলোচনা হৈছিল। উপেন্দ্ৰ বৰুৱাই যোৰহাটৰ কাছাৰী থকা বিষ্ণুসাগৰ পুখুৰী পাৰত ভগা কানিবাকচৰ ওপৰত থিয় হৈ সেই সভাত বৰ চোকা-চোকা বক্তৃতা দিওঁতে ইমান উত্তেজিত হৈছিল যে এখন সভাত তেখেতৰ গাৰ কাপোৰ খহি গৈছিল।

নিয়মীয়া ভাৱে জীৱন-যাপন কৰি উচ্চ চিন্তা কৰাই আছিল উপেন্দ্ৰনাথ বৰুৱাৰ জীৱন-সঙ্কল্প। তেখেত যে একাচেকা মানুহ আৰু খঙাল, তাক তেখেতে নিজেই কৈছিল আৰু লিখিছিল :—"এওঁ যি কামতে হাত দিয়ে তাতে প্ৰতি-বন্ধক" পায়। মানুহৰ জীৱন-স্মৃতি কচুপাতৰ পানী ; তথাপি যোৰহাটৰ শঙ্কৰদেৱ ছেমিনেৰীয়ে, একালত জাতীয় আন্দোলনৰ অন্যতম গুৰিধৰোঁতা সাহিত্যিক শিক্ষাবিদ, স্বাস্থ্যৱন্ত, স্বাৱলম্বী, নিৰ্ভীক উপেন্দ্ৰনাথ বৰুৱা ডাঙৰীয়াক চিৰজীৱী কৰি ৰাখিব।

বৰুৱা ডাঙৰীয়াই দেউতাক ইন্দীবৰ বৰুৱাৰ জীৱনীত তেখেতৰ পৰিয়ালৰ অলপ পৰিচয় দিছে। তাত লেখিছে :—উজনি অসমৰ বিখ্যাত নাম-তীয়াল কাকতী বংশৰ নামতীদলৰ বৰুৱা শেনচোৱা বৰুৱা আৰু জমানবিছ কৃষ্ণানন্দ, উপেন্দ্ৰ বৰুৱাৰ ককাদেউতাক আৰু ইন্দীবৰ চিৰস্তাদাৰ দেউতাক ; মাক, ভুকৰীয়া কাকতীবংশৰ পৃথুৰৰ বৰকাকতী ৰাইডঙীয়া ফুকনৰ জীয়েক ৰূপেশ্বৰী। উপ বা উপেন্দ্ৰযেই দেউতাকৰ বৰ পুতেক।

[ "ৰাইডঙীয়া ফুকনৰ জীয়েকৰ পাঁচোটা লৰা আৰু দুজনী ছোৱালী থাকে। (১) এই চৰিত্ৰ লেখক উপেন্দ্ৰনাথ, (২) যোগেন্দ্ৰনাথ, (৩) মহেন্দ্ৰনাথ (৪) দেবেন্দ্ৰনাথ, (৫) নগেন্দ্ৰনাথ (নাগী)। লেখক ওপজোতে উশাহ নাইকিয়া হৈ উপজিছিল, পাছে অনেক যত্ন কৰাত হে আধা ঘণ্টা মানৰ মূৰত অতি লাহে লাহে জ্ঞান পাই কান্দিছিল। এওঁক লেহুৰ পৰিয়ালে ডাঙৰ কৰিছিল। এওঁৰ বিস্তাৰন্ত আদি ৰীতিমত কৰা হৈছিল।

সাত বছৰ বয়সত ঘৰৰ সকলোটিৰে বৰ আই ওলাইছিল। পাছে সকলোটিৰে হৈচা এওঁতে পৰি ৰাহিৰলৈ উলিওৱা হৈছিল। সেই যাত্ৰাও ৰক্ষা পৰিল। গুটিসাঁচ গাত ৰল। আৰু এবাৰ হামখুৰি খাই পৰি মৰি আছিল, তাৰ পাছত তেজমুয়ে ধৰি ধাঁচ কৰে পৰি অজ্ঞান হৈ ওৰে ৰাতি আছিল। এই দৰে অপমৃত্যুৰ হাত সৰাবপৰা ঘৰৰ সকলোৱে এওঁৰপৰা বহুত আশা কৰিছিল।-

স্কুলত পঢ়াকালত বছৰি বছৰি প্ৰাইজ পাই ওপৰলৈ উঠিছিল। পাচে শিৱসাগৰ গৱৰ্ণমেণ্ট হাইস্কুলৰপৰা এণ্ট্ৰেন্স পাছ কৰি কলিকতাত পঢ়িবলৈ যায়।

"ভায়েক মহেন্দ্ৰ কলিকতাত পঢ়ি থাকোতেই মৃত্যুমুখত পৰে। সেই বেজাৰত বৰককায়েক (উপেন) বলিয়াৰ নিচিনা হৈ চাৰি মাহমান পঢ়াশুনা এৰি দিছিল, পাছে চাঁট কৰে এদিন মনত পৰিল যে মৰাটো মৰিলেই আৰু এই সংসাৰত পাবলৈ নাই; তেন্তে তেওঁ নপঢ়িলে আগলৈ কি গতি হব। তেতিয়া হে পঢ়াত লাগি কোনোমতে এফ এ, পাছ কৰিলে।

পোনতে স্কুলৰ কামত সোমাই ডিব্ৰুগড়ত চাৰিমাহ মান কাম কৰাৰ পাছত শিৱসাগৰ কাছাৰীলৈ আহে। তাতে কামৰ গোলমাল লাগি যোৰহাটলৈ আহি ১৮৮৬ চনত ইংৰাজী স্কুল এটা পাতি চাৰি বছৰ থাকে। ইয়াত থাকোতেই ১৮৮৮ চনত দিক্ৰঙৰ পাৰত থকা দাসী ফুকনৰ পুতেক শিওৰাম ফুকন মৌজাদাৰৰ মাজু জীয়েক দিৱেশ্বৰীক বিয়া কৰি আনে। পাছে ওকালতী পাছ কৰিবৰ মনেৰে ১৮৯০ চনত স্কুল এৰি পুনৰ কলিকতালৈ যায়। তাত থাকোতে ১৮৯৪ চনত ৰয়েল অপিয়ম কমিছন অৰ্থাৎ বিলাতৰপৰা অহা কানি কমিছন বহে। তেতিয়া তেওঁ পাৰ্লিয়েমেণ্ট মহাসভাৰ সদস্য উইলচন চাহাবেৰে চিনাকি হোৱাত চাহাব মহোদয়ে তেওঁৰ সাক্ষাৎ গ্ৰহণ কৰে। এই কাৰ্য্যতো অসমীয়া ভদ্ৰলোক দুজনমানৰ চকু পুৰিছিল। অতি আচৰিত কথা, এওঁ যি কামতে হাত দিয়ে সেই কামতে প্ৰতিবন্ধক পাই কাম সিদ্ধি কৰিব পৰা নাই; আৰু স্বদেশৰ উপকাৰ সাধিবলৈ কোনেও এওঁক সুবিধা দিয়া নাই। তাৰ পৰ ১৮৯৬ চনত ডিব্ৰুগড়লৈ আহি, তাত এবছৰ থাকি, ১৮৯৬ চনত উত্তৰ লক্ষীমপুৰৰ স্কুলৰ কামত যায়। তাতো গোলমাল লাগি ডেৰ বছৰ যুঁজ বাগৰ কৰি থাকি, ১৮৯৮ চনৰ এপ্ৰিল মাহত পুনৰ কলিকতালৈ যাত্ৰা কৰে। তেখেতে হাইকোৰ্টৰ ট্ৰান্সলেটৰী পৰীক্ষা হোৱাত এওঁ পৰীক্ষাত উত্তীৰ্ণ হৈ কামত সোমায় আৰু ১৮৯৯ চনত শহুৰেকৰ ঘৰৰপৰা পৰিবাৰক লৈ যায়হি। তাতে শ্ৰীমান বিমান আৰু শ্ৰীমান ধীমান দুটি লৰা হয়। ১৯০৫ চনত সেই কাম ইস্তফা দি পুনৰ যোৰহাটলৈকে আহি ঘৰী মাটি এডোখৰ কিনি সুখেৰে থাকিম বুলি আশা কৰোঁতেই ১৮০৯ চনত লৰা দুটিক বাপেকৰ হাতত শোধাই মাকে মহাপ্ৰস্থান কৰে। * × * বাপেকে ১৯১২ চনত ইংৰাজী স্কুল এটা পাতিলে। ইতিমধ্যে বৰটি লৰাক বি এ পাছ কৰাই কোনো মতে আনিছে।" ]

# স্বৰাগী-সৎপুৰুষ জ্ঞানদাভিৰাম বৰুৱা

জে, বৰুৱা নামটো বিলাতী সাঁচৰ। তথাপি, জে, বৰুৱা বুলিলে সেই থুলতৰ, ব'মভোলা, ভংভভীয়া, স্বৰাগী, সৎপুৰুষ, আৰ্ল-ল-কলেজৰ পোন-প্ৰথম অধ্যক্ষ স্বৰ্গীয় জ্ঞানদাভিৰাম বৰুৱা ডাঙৰীয়ালৈকে মনত পৰে। তেখেতৰ গাত ইমানবিলাক গুণ আছিল যে, "নাই কি" সেইটো প্ৰশ্ন হে সকলোৱে সুধিব লগীয়া হৈছিল। নগাঁও-কলিকতাত তেওঁৰ আদিশিক্ষা আৰম্ভ হয়; তাৰ পাছত বিলাতত পঢ়ি শুনি, বিলাততে 'মেট্ৰিকুলেশ্যন পাছ' কৰি বিলাতৰপৰাই বেৰিষ্টাৰ হৈ আহি, কলিকতীয়া সম্ভ্ৰান্ত বঙালী ঠাকুৰ পৰিয়ালৰ ছোৱালী বিয়া কৰায়। তথাপি কোনোবাই যদি অসমীয়া ভাষাৰ কালিকাটো বিচাৰি ফুৰিছিল, তেন্তে সেইজন জে, বৰুৱায়েই। তেওঁৰ হাতত থকা "হেমকোষ" খনৰ এনে এটি পাত নাই য'ত তেওঁ প্ৰকৃত অৰ্থ নোপোৱা শব্দৰ তলত একোটি আঁচ মাৰি থৈ যোৱা নাই। লেখোঁতে, বক্তৃতা দিওঁতে, অইন কি, কথা পাতোঁতেও "হেমকোষ" খন আগত সাক্ষী কৈ থৈ হে তেখেতে লিখিছিল নাইবা কথা-বতৰা পাতিছিল। স্বৰ্গীয় সত্যনাথ বৰা ডাঙৰীয়াৰ দৰে জ্ঞানদাভিৰামো কেইটামান শব্দ ব্যৱহাৰ কৰাত বৰ চিকাচন্দা আছিল। "এজনীয়াৰ" ঠাইত "একচেটিয়া", "বজায়"ৰ সলনি "বজায়", 'নিমিত্তেৰ' পৰিবৰ্ত্তে "কাৰণে", "কাইলৈ" হুবুলি "কালিলৈ" বুলি লিখা বা কোৱা শুনিলে তেখেত জিকজিকাই উঠে। অকল এই কিটা শব্দতেই নহয়, নপঢ়ি-শুনি ওজা হোৱা আজিকালিৰ অলেখ অসমীয়া লেখকৰ পুথি-প্ৰবন্ধত পোৱা ভুল শব্দ আৰু ইংৰাজী আৰ্হিত লেখা ৰচনা-ঠাঁচ দেখিলেও তেখেতৰ খং নুখৰ চলিৰ আগ পাইছিল গৈ।

১৮৮০ চনত, নগাঁৱত জ্ঞানদাভিৰাম (১৮০২ শকৰ ৪ ভাদ, অনন্তচতুৰ্দশী বৃহস্পতিবাৰৰ দিনা) ওপজে; ১৮৯৬ চনত বিলাতলৈ যায়। এই যোল বছৰৰ ভিতৰতে হে তেখেতে বি অসমীয়া ভাষা শুনিবলৈ বা লিখিবলৈ পালে— তাকো আকৌ অত-এদিত-ত'ত-এদিন থাকি। আগ-তোৰৰত নগঞা মাত-কথা শুনিলে, পাছ ভোৰৰত বঙলা শিকোঁতেই গ'ল। বিৰা মনত আছিল

সিও লণ্ডন পাই ইংৰাজী ভাষাৰ হেঁচাত লন্দন্‌ হৈ পৰিল। ইয়ানতো কে



লৰাকালত জ্ঞানদাভিৰাম বৰুৱা

বৰুৱাদেৱে নিবন্ধ-শিল্পী অসমীয়া ভাষাৰে "বিলাতৰ কথা" "ভেনিচৰ সাউদ", "দশাইৰ পঞ্জা" আদি পুথি লেখিছিল আৰু "নাৰী" "বিলম", "আৱাহন"

"কুশল", "ৰামধেনু", "তৰুণ", "ৰবৈদেচিন্দা", "বাতৰি", "তৰুণ অসম" প্ৰভৃতি আলোচনী আৰু বাতৰি-কাকতৰ পাত প্ৰৱন্ধেৰে ওপচাই পেলাইছিল তাতে হে বিশেষকৈ আচৰিত হবলগীয়া! আচৰিত হোৱাৰ প্ৰধান কাৰণ হৈছে তেখেতৰ দিনত আৰু পাছতো যিসকলে বিলাতত বা ইউৰোপৰ অন্য দেশত থাকি শিক্ষা লাভ কৰি আহিছিল সেইসকলৰ জনচেৰেকৰ বাহিৰে সকলোৱেই কিম্ভূতকিমাকাৰ উচ্চাৰণেৰে মাতৃভাষা অসমীয়াটোকে ঠেও ধৰিধৰি কৈছিল। জে. বৰুৱাই এনেকুৱা ভাওজোৰা "বিলাতফের্ত্তাবিলাকৰ" নাম শুনিলেই কাণত সোপা লৈছিল। নিন্দা কৰা জনক ভাওধৰি বন্দনা কৰাটো তেখেতে সমূলিকে সহ্য কৰিব নোৱাৰিছিল। সেই হে, তেখেতে যি মনত আছে তাকেই নিখুঁত অসমীয়াৰে প্ৰকাশ কৰিছিল।

আমাৰ এতৰপ লেখকৰ লিখাৰ ভঙ্গী দেখি বৰুৱাদেৱে কৈছিল, "আমি বঙালীক নিন্দা কৰোঁ, কিন্তু বঙলা ভাষাৰ কিতাপ বা কাকত নহলে দেখোন আমাৰ কাপেই নচলে!" ভাষাৰ বিশুদ্ধতা বা পৱিত্ৰতাৰ ফালে ডেকা লেখকবিলাকে চকু নিদিয়াত সদায় তেখেতে বেজাৰ কৰিছিল। তাতোকৈও তেখেতে দুখ পাইছিল তেতিয়া, শুধৰাই দিলেও তেওঁবিলাকে সেই শুধৰণি গ্ৰহণ নকৰিছিল যেতিয়া। এদিন তেখেতে তেখেতৰ লগুৱাটোক মাতি এই লেখকক "কমলা" এটা দিবলৈ কৈছিল। লেখকে যেতিয়া অসোঁৱাহ ধৰিলে, "আপুনি লোকক হে অসমীয়া লেখোতে বঙলা শব্দ ব্যৱহাৰ কৰিলে খং কৰে, এতিয়া আপুনি নিজেই দেখোন "কমলা" বুলি কলে! আমি "সুমথিৰা" বা "সোণতৰা" বুলি হে কওঁ, 'কমলা' বুলি কেতিয়াও নকওঁ!" কথাষাৰ শুনা মাত্ৰকে তেখেতে নেপালী লগুৱাটোক সাৱধান কৰি দিলে, "দেবীলাল, আজিৰপৰা 'কমলা' নুবুলিবি। এই টেঙাটোক "সুমথিৰা" বুলিবি।" জ্ঞানদাভিৰামে নংকৈ অসমীয়া ভাষা শিকিছিল আৰু শিকিছিল শুদ্ধ অসমীয়া। তাকো আকৌ খামোচ-মাৰি ধৰি আছিল আঁকোৰগোজালিকৈ।" সেই বুলি শব্দৰ নাটনি পৰিলে, বা আটক হলে, পৰুৱা ভাষাৰ শব্দ বুটলি আনিবলৈ কেতিয়াও কুণ্ঠিত নহৈছিল আৰু লোককো সেইদৰে আনিবলৈ কৈছিল। তেখেতে কৈছিল, "ইয়াকে বোলে ইংৰাজীৰে অৰ্থডক্সি, নট্ কন্জাৰ্ভেটিজোম।" ( orthodoxy not conservatism )

আমাৰ সমাজত এনে শিক্ষিত লো কমহে আছে যি কথা পাতিব নেজানে,

কথা পাতোঁতে সেইবিলাক মানুহে কেচ্‌কেচাই-কেচ্‌কেচাই নিজৰ কথাকে বহাই থাকে আৰু শুনোতাজনে একোকে কৰলৈ নেপায়। কথা পাতিব জনাটোও এটা আৰ্ট বা সুৱাগী কলা। কওঁতা-শুনোতাই পৰস্পৰ ভাবৰ বিনিময় কৰিবলৈকে ইজন-সিজনৰ ভিতৰত কথাবতৰা পতা হয়। জ্ঞানদাভিৰাম বৰুৱা আছিল কথাপতাৰ এজন আহিঁ পুৰুষ। কথোপকথনৰ সাধাৰণ নিয়ম ভঙ্গ কৰা জনক তেখেতে সমূলিকে দেখিব নোৱাৰিছিল। এদিন কাকত এখনৰ সম্পাদক এজনে প্ৰবন্ধ বিচাৰি তেখেতৰ ওচৰলৈ যাওঁতে, তেখেতক "আপোনাৰ এতিয়া কেই বছৰ হৈছে" বুলি বয়সৰ কথা সুধিলে। সম্পাদকজনৰ অভদ্ৰ প্ৰশ্নৰ উত্তৰত বৰুৱা ডাঙৰীয়াই লাহেকৈ মাত লগালে "আপোনাক চিনি পোৱা নাই। মোৰ মৃত্যুবাঞ্ছা কৰা, বন্ধু আপোনাক হে পালোঁ।" সন্নিধান পাই সম্পাদক "বন্ধুৱেক" গৰাকীয়ে প্ৰবন্ধ বিচৰা আহোক ছাৰি, তেখেতৰ আগৰপৰা আঁতৰি যাবলৈ ভত হেৰাল। আৰু এদিন তেখেতৰ "অভিৰাম" পজাত আমি তিনিজন কথা পাতি আছিলোঁ। এনেতে দুজন ভদ্ৰ বঙালী তালৈ সোমাই আহিল। বৰুৱাই পোনেই ইংৰাজীৰে তেওঁবিলাকক বহিবলৈ কৈ আমাৰ তিনিউকো মানুহ দুজনেৰেসৈতে চিনাকিকৈ দিলে আৰু তেওঁবিলাকৰ পৰিচয়ো আমাক দিলে। দুয়োজন বঙালীৰে গুৱাহাটীত দুপুৰুষ নিবাস। তাৰে এজনে লগৰীয়াজনক বৰুৱালৈ চোঁৱাই 'এখেতে বঢ়িয়া বঙলা কব পাৰে' বুলি কৈ বঙলাৰেই লেক্‌চুৱা কথাৰ ওৰা পাতিবলৈ ধৰিলে। তেতিয়া বৰুৱাই মৃদু বাক্যেৰে বঙালীজনক সোঁৱৰাই দিলে যে তেওঁ ( বৰুৱাই ) বঙলাৰে কথা আৰম্ভ কৰা নাছিল—কৰিছিল ইংৰাজীৰে। সেই দেখি, হয় তেওঁ ( বঙালীজনে ) ইংৰাজীৰে কথা পাতক, নহয় আমক কৰলৈ সুবিধা দিয়ক। আহকালত পৰি, বঙালী ভদ্ৰলোকজনে আধখিনিতে কথাৰ আঁত ছিঙি পেলাব লগীয়া হ'ল। কিৰিকা দিনা তেখেতৰ ওচৰলৈ গলত, বৰুৱাই আগ দিনাৰ বঙালী কিজনৰ কথাপতা-ছলটোলৈ উল্লেখিয়াই এই লেখকক এই মৰ্মে কৈছিল, "বুইচা, বাপা, আমাৰ মানুহে আজিলৈকে কথা পাতিবলৈ নিশিকিলে। নেদেখিলা, কালি সেই দুজন লোকে নিজৰ কথাটোকে বুনি-বুনি—অ' পেৰেলীয়াই-পেৰেলীয়াই—কেনেকৈ কৈ আছিল। আমাৰ মানুহে সময় আৰু ভদ্ৰতাৰ মাত্ৰা নেজানে দেখি হে ইংৰাজ একোজনৰ ওচৰত কেতিয়াবা-কেতিয়াবা হাঁহিয়াতৰ পাত্ৰ হব লাগে। দুদিন মান হ'ল সম্পাদক এজন আহি

সোধ নাই পোছ নাই পোনেই মোক বয়সৰ কথা সুধি মৃত্যুৰ কাললৈ চোঁচৰাইছেহি।" তেওঁ আৰু কৈছিল, যে ভাত এটা পিটিকিলেই যেনেকৈ চাউল গাল সিজিছেনে নাইসিজা কব পাৰি, মানুহ একোজনৰ ভদ্ৰতা-অভদ্ৰতাও তেনেকৈ এষাৰ কথাতেই বুজিব পাৰি। পচুলি মুখৰ নঙলা বা দুৱাৰ মেলি গলে আকৌ মাৰি বা জপাই থব লাগে; গৃহস্থই বহিবলৈ নকয় মানে বহিব নেলাগে; অবাবত লোকৰ ঘৰত সময়ে-অসময়ে ফেদেলিপুৰাণ মেলিব নেলাগে—এইবোৰ ভাতৰ-জগত-পানীখোৱা নিচিনা নিচেই সামান্য কথা। তাকো যে আমাৰ মানুহে আজিলৈকে নিশিকিলে, সেইটোহে পৰিতাপৰ কথা।

বৰুৱা ডাঙৰীয়াই প্ৰায়েই চাহাবৰিলাকৰ দয়-দস্তুৰৰ কথা, সিবিলাকৰ ফুনাচকা, খোৱাবোৱা, সোধন-পোচনৰ কথা কৈ বৰ ভাল পাইছিল। তেওঁৰ ওচৰলৈ গলেই এনেকুৱা কথা এটা-নহয়-এটা উলিয়াবই। এদিন ডিব্ৰুগড়ৰ ৺গোপাল পূৰীভূঞাৰ কথা ওলাল। ভূঞাই চৰ ডেপুটী কলেক্টৰৰ কাম কৰিছিল আৰু ব'দে-বৰষুণে, বাহিৰে-ভিতৰে সদায় মূৰত "ফেণ্ট হেট" এটা পিন্ধিয়েই ফুৰিছিল। সাজেপাৰে তেনেই টিপ্‌টপ্ চাহাব। ইংৰাজৰ শিষ্টাচাৰ অৱশ্যে পৰিপাটিকৈ নেজানিছিল। ইংৰাজী দস্তুৰ মতে মূৰত টুপী পিন্ধি যাৰে-তাৰে চ'ৰাৰ ভিতৰলৈ সোমাব নেপায়। পূৰীভূঞাই কিন্তু টুপী নেৰেই আৰু তেওঁ লগুকাই টুপী সোলোকোৱা বিধৰ ভকতো নহয়। এদিন তেওঁৰ অফিছৰ ঘৰমূৰীয়া বিষয়া মেকচুইনী ( Mac Swinny ) চাহাবৰ ওচৰলৈ যক। চাহাব ভিতৰত অফিছত বহি আছে। পূৰীভূঞাই মূৰত টুপীটোৱেসৈতে, গপগপ্ কৰে অফিছৰ ভিতৰলৈ সোমাই চাহাবক চেলাম দিলেগৈ। চাহাবে ভূঞাৰ মূৰত টুপী দেখি ভূঞাৰ আচৰণটো অশিষ্ট দেখি হাঁহি এটি মাৰি কলে, "Well Bhuyan, you have got a brand new hat। ( ভূঞাদেও, আপোনাৰ টুপীটো নতুন-ন নহয়নে? )। ভূঞাও প্ৰত্যুৎপন্নমতিত তেনেই লেহেৰা নাছিল। চাহাবৰ কথাৰ পাকটো বুজি তৎক্ষণাৎ কৈ পেলালে, "Yes, sir, I have paid for it."( হয়হে, দেউতা, টুপীটো পইচা দি কিনা, অৰ্থাৎ কিনা হাঁহৰ ঠোঁটলৈকে মজহ, কিয় এৰিম? ) জানদাভিৰাম অকলঙ্কসদিয়ত ( কালচাৰ্ড ) ভদ্ৰলোকেই নাছিল, এনেকুৱা খেৱেলীয়া-টেটকুটিয়া জীয়ন্ত কাহিনীৰ ভঁড়ালো আছিল।

মগাইত লবিকুৱা চালুকীয়া অৱস্থাবেপৰা কলিকতাত পঢ়িওনি ডাঙৰ-দীঘল ডেকা হৈ লণ্ডনত বেৰিষ্টাৰী পঢ়ালৈকে; আৰু তাৰ পাচত, কলিকতাত থাকি

আদালতত হাকিম হৈ, আৰ্ল-ল-কলেজৰ প্ৰিন্সিপেল কামৰূপৰ অন্যসৰ লৈ, উত্তৰ ভাৰতত ভ্ৰমণ কৰি আছি, "অভিনন্দন" জিৰণি লোৱালৈকে বহুবিলাক বন্ধু-বান্ধৱ, কুলি-মালী, লিগিৰা-লিগিৰী, ছাত্ৰ-কৰ্মচাৰীবেলৈতে তেখেতৰ ক'ৰবাত এদিন লগ পোৱাসূই হৈছিল বা এবাৰ কথা পাতিছিল সিও তেখেতৰ চকচকীয়া স্মৃতি শক্তিৰ কুঠিত মৰা দিনলৈকে থাকি যাব আছিল। বৰুৱাৰ বয়স যেতিয়া কুৰীয়া বছৰেৰে তিনিকুৰি দহবো ওপৰ পাইছিলগৈ, তেতিয়াও তেখেতে সেই নগাৰত পাইআহা বুঢ়ী একোজনীকো লগ পালে ৰপ্ কৰে বুঢ়ীজনীৰ নামটো ধৰি হে মাত লগাইছিল। দেখোতা-শুনোতাই বিচুৰ্তি খাইছিল।

"আসাম বন্ধুৰ" সম্পাদক, অসমীয়া ভাষাৰ একনিষ্ঠ সেৱক ৰায় বাহাদুৰ গুণাভিৰাম বৰুৱা দেউতাকলৈ অচলা ভক্তি, বাইদেয়াক স্বৰ্ণলতা [illegible] হিয়া-ভৰা মৰম, ককণাভিৰাম-কমলাভিৰাম ককায়েহঁতলৈ অকৃত্ৰিম চেনেহ আছিল দেখিয়েই জ্ঞানদাভিৰাম বৰুৱাই অসম আৰু অসমীয়া জাতিটোক বুকুত সুমুৱাই লব পাৰিছিল। এই খিনিতে, তেখেতৰ পিতৃদেৱতাক অসমীয়া ভাষা-প্ৰেমত কেনেকুৱা বলিয়া আছিল, কলে হে গুণাভিৰামৰ পুত্ৰ জ্ঞানদাভিৰাম পৈতৃক সাহোনৰ উত্তৰাধিকাৰী হোৱা ঐতিহ্যৰ উপলব্ধি কৰিব পৰা হব :—

"হেৰি" মাতষাৰ বা সম্বোধনটো অসমীয়াৰ বাপতিসাহোন। অসমৰ মাটিত থলুৱা হোৱা বা অসমীয়াৰ জাকত-জীণযোৱা মানুহ মাত্ৰেই, সকলোৰে মুখত দিনটোত এবাৰ-সহস্ৰ-এবাৰ "হেৰি" মাতষাৰ ওলাবই ওলাব। "হেৰিয়ে" জাত-কুল, ধৰ্ম সম্প্ৰদায় একো নেমানে। এবাৰ নগাৱঁৰ উকীল ঘনশ্যাম বেজবৰুৱা (চিকৰী বাবুক) লগত লৈ গুণাভিৰাম বৰুৱা কাশীলৈ গৈছিল। তীৰ্থযাত্ৰীৰ হিঁচহিঁচত, কাশীত বিৰ-দিও বাট পাবলৈ নাই। সেই সাগৰ যেন মানুহৰ মুৰৰ মাজতে ৰায় বাহাদুৰে নলবাৰী ফালৰ এগৰাকী বিধৱা তীৰ্থযাত্ৰিণীয়ে, আন এগৰাকী যাত্ৰিণীক "হে'ৰা বাই, হে'ৰা বাই" বুলি চিঞৰি-চিঞৰি মতা মাত এবাৰ শুনিলে। যেই শুনিলে সেই নগাৱঁত সাদিন-থাপ-দিও-লগ-পাব নোৱৰা, গহীন গম্ভীৰ পুৰুষ ৰায় বাহাদুৰ গুণাভিৰামে খেদা মাৰি গৈ মানুহ জনীক সাৱটি মাৰি ধৰিলেগৈ। চিকৰী বাবুৱে তখান খাই মাত লগালে, "হৰি! হৰি! কি কাম কৰিলে? ইমান প্ৰজাৰ মাজতে মানুহজনীক গৰা মাৰি ধৰিবলৈ আপোনাক কি হে পালে?" গুণাভিৰামে গৌৰৱবীত প্ৰফুল্লতাৰে উপৰাই

চিকণী বাবুক সমিধান দিলে, "মোক হেৰি-প্ৰেমে বলিয়া কৰিলে।" সেই হে, এই হেন হেৰি-প্ৰেমৰ বাগীত পৰা গুণাভিৰামৰ পুত্ৰ জ্ঞানদাভিৰামে ভঁতুৱা অসমীয়া সমাজত ক'ৰবাত কেনেবাকৈ এচাঁহীমান নিৰ্ভাঁজ অসমীয়াৰ দেখিলেই আপোন-পাহৰা হৈছিল। লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী, কমলাকান্ত ভট্টাচাৰ্য্যৰ কথা, "কৈ থাকে মানে যেন ওৰকৈ নপৰে" এনে ভাৱে সুৰঁৰি হে তেখেতে হাতত কাপ তুলি লৈছিল। তেখেতৰ ওচৰলৈ যোৱা ডেকা লেখকবিলাকক সদায় সতৰ্ক কৰি দিছিল, "আমাৰ মানুহৰ মোল আমি নুবুজিলে কোনে বুজিব হেঁ। আমিয়েই আমাৰ মানুহক ডাঙৰ কৰিব লাগিব—সেয়ে গুণ অনুসৰি। ঠাইমচা অসমীয়া বেটী একনীৰপৰা আৰম্ভ কৰি হাকিম-ডাঙৰীয়া পৰ্য্যন্ত সকলোৰে অন্তৰ খন সেই বাবেই জে, বৰুৱাই অধিকাৰ কৰি আছিল।

উইলিয়াম কাউপাৰৰ ( William Cowper ) "পত্ৰাৱলীয়ে" এতিয়াও যেনেকৈ ইংৰাজী সাহিত্যত উচ্চ আৰু বিশিষ্ট স্থান পাই আছিছে, আমাৰ জে, বৰুৱাৰ চিঠি-পত্ৰবিলাকেও তেনেকৈ অসমীয়া সাহিত্যত স্থান লাভ কৰিব—যদি এটাইবোৰ চিঠি সংগ্ৰহ কৰি উলিয়াব পাৰি। আগৰ ছোৱাত লেখা চিঠিৰ সৰহ ভাগেই ইংৰাজীৰে লিখা। তৰ্জ্জমা কৰি উলিয়ালে, তাৰ ভাষাটোৱে মেদেখুৱায় যদিও, ভাবটোইতে নিশ্চয় জে, বৰুৱাৰ অন্তৰে-বাহিৰে স্বৰূপটো দেখুৱাব।

কাৰোবাৰপৰা চিঠি এখন পালেই তৎক্ষণাৎ বৰুৱাই তাৰ উত্তৰ দিবই। চিঠিৰ উত্তৰ নিদিয়াটো তেখেতৰ মানত বৰ অসভ্য কথা। তেখেতে পোৱা মাহেকীয়া পেঞ্চনটোৰে খৰ খৰচ জোৰাব পৰা নাছিল। মাহৰ শেষৰ ফালে, সেই-বাবে, কেতিয়াবা-কেতিয়াবা' হয় লাগতিয়াল বস্তুকে তাকৰকৈ কিনিছিল, নহয় কোনোবা সদাশয় দোকানীৰপৰা দুই চাৰি পদ বস্তুকে ধাৰলৈ আনিছিল। সেই বুলি, চিঠি-পত্ৰৰ উত্তৰ দিবলৈ লগা কাৰ্ড-লেফাফাৰ নাটনি পেলোৱা নাছিল। পেন্সনৰ টকা পোৱাৰ লগে-লগে মাহেকটোলৈ জোৰাকৈ ডাকঘৰীয়া টিকত-লেফাফা অনাই থৈছিল। কিতাপ-পত্ৰ বহুতেই কিনে আৰু বহুতেই লোকৰপৰা উপহাৰো পায়। বৰুৱা ডাঙৰীয়ায়ো সেইদৰে পায়। যেনে কিতাপ তেনে দৰে পেলাই থোৱাটো বহুতৰে যেনে স্বভাৱ, পোৱা কিতাপখন 'প্ৰাপ্তমাত্ৰেন' খৰচি মাৰি পঢ়ি তাৰ দোষাদোষ উলিয়াই প্ৰাপ্তিস্বীকাৰ কৰাটোও,

ওলোটা পাকে, বৰুৱা ডাঙৰীয়াৰ তেনে ধৰ্ম। মৃত্যুৰ আগলৈকে তিনিকুৰি চৈধ্য বছৰ পাৰ হৈ পোৱৰ বছৰৰ সোঁমাজত ভৰি দিও যে, বৰুৱাই হাতৰপৰা কিতাপ এৰা নাছিল। তেতিয়ালৈকে শোৱা বা বহা আসনৰ দাতিতে, ইংৰাজী আৰু অসমীয়া অভিধান দুয়োখন থৈ বিবিধ বিষয়ৰ পুথি পঢ়িয়েই জহুৱা জীৱনটো অতিবাহিত কৰিছিল। "অপাৰ অনন্ত জ্ঞানৰ" শাস্ত্ৰ সমূহ লুটিয়াই পঢ়ি চাবলৈ বুজা যে, বৰুৱাৰ মানত ৭৫ বছৰ বয়সত হে যেন আকৌ ২৫ বছৰীয়া দিনটো আহিছে! কোনো গ্ৰন্থ, পুথি নাইবা কিতাপৰ মূল্যাংকণ কৰি জ্ঞানদাভিৰামক সাহিত্যসভাৰ সভাপতি আসনত বহুওৱা নহৈছিল; বৰুৱা হৈছিল মানুহজনেই সাহিত্যৰ আধাৰ বুলি হে।

যে, বৰুৱা সঁচাসঁচি সাহিত্যিক আছিল; অসম সাহিত্য সভাৰ উত্তৰ লক্ষীমপুৰ অধিবেশনৰ সভাপতিও আছিল। আনৰ দৰে, তেখেতে নিজৰ কিতাপ কেইখনকে প্ৰচাৰ নকৰি, আন আন ভাল-ভাল সাহিত্যিকৰ কিতাপ নগদ পইচা দি কিনি আনি বিয়াবাৰুত উপহাৰ দি সাহিত্যৰ প্ৰচাৰ কৰিছিল। সৰু-সৰু লৰাছোৱালীহঁতকো সেই দৰে বাছকবনীয়া কিতাপ হে বিচাৰি আনি দিছিল। অইন কি, বিহুৱে-সংক্ৰান্তিয়ে, খণ্ডে-খেমালিয়ে, কোনোবাই কিবা উপহাৰ দিব খুজিলে পুথি-পত্ৰ উপহাৰ দিবলৈ হে উপদেশ দিছিল। বিহুমেলাত তেখেতে এবাৰ সভাপতি স্বৰূপে, প্ৰতিযোগীবিলাকক বাযেবঙলুৱা নামনাকটু বস্ত উপহাৰ দিয়া দেখি বৰ বেজাৰ পাইছিল। আমাৰ জাতীয় উৎসৱত দেশীয় বস্ত উপহাৰ দিবলৈ নেপালে ভাল-ভাল কিতাপকে দিয়া উচিত বুলি বিহুৰ পিছতো ভালেমান দিনলৈকে কৈ আছিল। সাহিত্যকেই সাহিত্যিকক মান নধৰিলে, যি হে আমাৰ দেশ, তাত অসমীয়া সাহিত্যই কেতিয়াও ঠন্ ধৰিব নোৱাৰে। বিলাতত কিতাপ উপহাৰ দিয়া, পঢ়ক-নপঢ়ক ঘৰেপতি একোটা পুথিভঁৰাল বা পুথিঠগা ৰখা, প্ৰতিযোগিতা-জয়ীসকলৈ পুৰাণী মেলাত ধুনীয়া বাচ্‌ছাটৰ পুথি আগবঢ়োৱা ইংৰাজ জাতিৰ জনমৰ লগতে লাগি অহা যি শিক্ষা সেই শিক্ষাকে আজীৱন প্ৰচাৰ কৰিছিল স্বৰ্গীয় যে, বৰুৱাই কথাই কামে।

জ্ঞানদাভিৰাম বৰুৱাই লেখা, ছপা "বামনৱী"খন কোনোবা এজন নামজলা সাহিত্যিকে বৰুৱা ডাঙৰীয়াৰপৰা "পঢ়ি পেলাই ঘূৰাই দিম" বুলি লৈ গ'ল। কিন্তু তিনি বছৰেও আৰু সেই কিতাপটি তেওঁৰ হাতলৈ ঘূৰি নাহিল।

পাহৰাই-পাহৰাই সেই আপুৰুগীয়া কিতাপটি নিওঁতাজনে নিজৰ হাতলৈ একেবাৰেই সৰকালে। দেউতাকৰ কিতাপৰ কথা ওলালেই জে, বৰুৱাই সেই সাহিত্যিক জনৰ হাতলৰা স্বভাৱটিলৈ আঙুলিয়াই বৰ আক্ষেপেৰে কয়, "কাকো কেতিয়াও কিতাপ ধাৰলৈ নিদিবা। কাৰোবাৰ যদি পঢ়িবৰ মন থাকে, তেওঁক কিনি আনি পঢ়িবলৈ কবা।"

জে, বৰুৱাৰ এলচিচিয়ান জাতৰ এটি কুকুৰ আছিল। তাৰ নাম দিছিল "টাইগাৰ"। টাইগাৰকে লৈ নো কিমান কথা! কুকুৰৰ স্বভাৱ কঁহিয়াওঁতে-কঁহিয়াওঁতে কেতিয়াবা তেখেতে মানুহৰ মনস্তত্ত্বৰ বিষয়েও একো বকলা বক্তৃতা দিবলৈ ধৰে। মানুহটি দেখিলেই জে, বৰুৱাই তেওঁৰ মনৰ ভাবটি ধৰিব পাৰে। তেখেতক দেখা কৰিবলৈ যোৱা মানুহটিক পোনেই তেখেতে "You look better" আন প্ৰকাৰে কবলৈ গলে "তোমাক বৰ ভাল দেখিছোঁ" বুলি সম্ভাষণ কৰে। আটোমটোকাৰিকৈ সাজপাৰ পিন্ধাটিক বৰকৈ শলাগে আৰু অধলাটিক নিজৰ গাটি কেনেকৈ পৰিপাটিকৈ সজাব লাগে তাৰ দিহা বুদ্ধি দিয়ে।

ছুৰীয়া ল'ৰাছোৱালীৰ মানত জ্ঞানদাভিৰাম বৰুৱা আছিল সাক্ষাৎ দয়াৰ সাগৰ। বৰুৱাদেৱে ভাবিছিল নৰেই নাৰায়ণ। লেতেৰা নেপালী ল'ৰা-ছোৱালীবোৰে সদায় তেখেতৰ ওচৰত লাটিপুটিকৈ থাকে, তথাপি একণমানো আমনি নেপায়, অইন ছাৰি কেতিয়াও ভাবি এবাৰো নিদিয়ে; সিহঁতক খোৱাৰ লগৰে একো টেপা দিবলৈ পালে জ্ঞানদাভিৰামৰ অপাৰ আনন্দ। সেই বাবেই হ'বলা, তেখেতৰ মৃত্যুৰ সময়ত ওচৰচুবুৰীয়া ছুৰীয়া নিছলা ল'ৰাছোৱালী-বোৰে "আজিৰপৰা আমি মাউৰা হলোঁ" বুলি কেঁকুৰি-কেঁকুৰি কান্দিছিল। "হাত নেপাতিবা, আশা ভঙ্গ হব, কৰিবা সকলো দান—" নীতি বাণি চলাত কেতিয়াবা-কেতিয়াবা তেখেত লঘোনেও থাকিব লগীয়া হৈছিল। পাৰিতপক্ষে, হাতপতাজনক জে, বৰুৱাই বিমুখ নকৰিছিল। সোঁহাতে দান দিয়া কথাটো বাওঁ হাতে যদিও জনা নাছিল, তথাপি তেখেতে এদিন মন্ত্ৰী একজনৰ চৰিত্ৰৰ বিষয়ে উলিয়াওঁতে এবাৰ কথা বৰ বিবাদেৰে কবলগীয়া হৈছিল, সেইবাৰ হৈছে—তেখেত ল-কলেজৰ প্ৰিন্সিপেল হৈ থাকোতে, ল-কলেজত পঢ়া ছাত্ৰ একজনক কলেজৰ ফীজ আৰু আন আন খৰচ দি পঢ়ুৱাই সেই ছাত্ৰটিক তেওঁ মানুহ কৰিলে আৰু কালৰ চক্ৰত সেইটি লৰায়েই দেশৰ একৰ

নেতা হৈ অসমৰ মন্ত্ৰীও হলগৈ। মন্ত্ৰীবাৰ ভোগ কৰি থকাদিনতে যে, বৰুৱাৰ "অভিৰাম" পঁজাটিৰ আগেদিয়েই সেই ছাত্ৰজন কতবাৰ নো মাকোটিৰ দপে অহা-যোৱা নকৰিলে, তথাপি "আজি কাৰতে সেই উপকাৰী মানুহজন শয্যাগত হৈ পৰি আছে, এবাৰচোন চাই যাওঁ", এই বুলি এদিনো যদি তেওঁ ভুমুকি এটা মাৰিলেহেঁতেন নাইবা মটৰখনকে খন্তেকমান ৰখালে হেতেন।"

এইবাৰ কথা কৈয়ে—তেখেতে হুমুনিয়াহ এটা কাঢ়ি নিজকে নিজে প্ৰবোধ দিলে—"হায় ৰে, কৃতজ্ঞতা, তোমাৰেই নাম ধন আৰু ক্ষমতা।"

( Gratitude, thy name is pelf & power ! )

আজি গুৱাহাটীৰ শিলপুখুৰীলৈ ·যোৱা আলিটো দীঘল দি পৰি আছে; তাত হটঙা দেয়তুল্য পুৰুষজনৰ পদচাৰণ নাই—যাৰ পদৰেণু শিৰত লৈ শ-শ বিকৃশ্ৱালা সন্তোষেৰে ৰৰচহকী হৈছিল। "গোটেই ঘৰতে যে, ব[illegible] থাকে" বুলি কোনেও আজি ভয়ে-সম্মানে "অভিৰামৰ" কাষে কেৰাহিকৈও নেচায়। "টাইগাৰৰ" বোৰয়নি কাহানিবাই মাৰ গ'ল। "বৰলা ভকতৰ" ঘৰত—জাককয়া লৰাছোৱালীৰ আজি খিটখিটনি নাই, খিকিন্দালি নাই। আজি "অভিৰামৰ" আগচোতাল উকঙা। 'অভিৰাম' পঁজাত আজি সেই গলগলীয়া, হুৰহুৰীয়া মাত নাই। কেম্প-চেয়াৰত থমথমকৈ আঁউজি, হাতত কিতাপ লৈ বহি থকা, দীঘল কাণ-লতিৰে সদানন্দ সভাগুৱনি পুৰুষ জ্ঞানদাভিৰাম বৰুৱা যে আৰু আমাৰ মাজত নাই! ১৮৭৮ শকৰ ১৩ মাঘ ( ২৭ জানুৱাৰী ১৯৫৫ ) বাসন্তী পঞ্চমীৰ উককা দিনা সোঁশৰীৰেৰে ( কাকো কষ্ট দুখুৱাকৈ আৰু নিজেও নেখাই ) বৈকুণ্ঠপুৰীলৈ গমন কৰিলে। 'অভিৰাম'ৰ ঘৰজেউতি" উৰি গল।*

'অভিৰাম' আজি বিঙা। বিঙা হলেও "ঘৰজেউতিৰ' শত স্মৃতিয়ে গজলীয়া ডেকাৰ অন্তৰত অমৰতা-মহানুভৱতাৰ গপগপনি তুলি থাকিব।

---

* "১৯১২ চনৰ মাৰ্চ মাহৰ ২২ তাৰিখে অনাৰেবোল মিষ্টৰ জষ্টিচ এ. চৌধুৰীৰ ঘৰত শ্ৰীযুত ৰবীন্দ্ৰনাথ ঠাকুৰ বিৰচিত "বাল্মিকী প্ৰতিভা" নামে এখন নাটকৰ অভিনয় হৈছিল। • • • বৰ আনন্দৰ কথা যে এই অভিনয়ৰ তাৰকামণ্ডলীৰ ভিতৰত অসমীয়াও আছিল, তেওঁলোক শ্ৰীযুত জ্ঞানদাভিৰাম বৰুৱা বেৰিষ্টৰ-এট্-ল আৰু শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱাৰ দুজনী জীয়েক শ্ৰীমতী অৰুণা আৰু শ্ৰীমতী ৰত্নাৱলী। শ্ৰীযুত জ্ঞানদাভিৰাম বৰুৱাই ডকাইতৰ চৰ্দাৰ আৰু অৰুণা আৰু ৰত্নাৱলীয়ে বনদেৱীসকলৰ ভিতৰত দুই বনদেৱীৰ ভাও দিছিল।

সকলোবোৰ ভাৱৰীয়াৰ ভিতৰত আমাৰ বেৰিষ্টৰ বৰুৱা ডাঙৰীয়াৰ ভাও ইমান ভাল আৰু ইমান আনন্দদায়ক আৰু স্বাভাৱিক হৈছিল যে সকলোৱে দেখি মুক্তকণ্ঠে তেওঁক প্ৰশংসা কৰিছিল। আজিলৈকে বৰুৱা ডাঙৰীয়াৰ ভাওৰ সুখ্যাতি কলিকতাৰ মানুহৰ মুখৰপৰা গুচা নাই। বৰলাট-পত্নী লেডী হাৰ্ডিঞ্জে বৰুৱা ডাঙৰীয়াৰ "এক্টিং" দেখি ইমান প্ৰীতি লভিছিল যে সেইজন অভিনেতা কোন, এই কথা জজ চৌধুৰী চাহাবৰ পত্নীক সুধি জানি লৈছিল। "এম্পায়াৰ" কাকতৰ পৰা দুশাৰীমান তলত তুলি আমাৰ কথাৰ আভাস দিওঁ মাথোন :—

"Incidentally to the main plot, there was a dozen wood-nymphs (বনদেৱী), who captivated the hearts of all and a band of jovial dacoits whether on the stage or off. Lieutenant of the gang was Mr. J. Barooah, who was a most popular villain"—"Empire", 23rd March, 1912.

—চন্দ্ৰকুমাৰ আগৰৱালা

# আত্মমৰ্য্যাদা বুজোতা

## ৺পৃথুৰৰ বৰকাকতী বাইডঙীয়া ফুকন

অসমৰ বৈৰী মানক খেদাই পৰাক্ৰমী ইংৰাজ সেনাই অসম দেশখন বৈৰুত কৰাৰ পাছত এই দেশৰ প্ৰকৃত শাসন-ভাৰ আমাৰ মানুহৰ হাতত্তেই পৰিছিল। ৰজাদিনীয়া বৰুৱা-ফুকনৰ বিষয়-বাব লৈ আমাৰ মানুহেই শোধৰ গৰাকী হৈছিল। যত যি এজন দুজন ইংৰাজ বিষয়া আছিল তেওঁ-বিলাকও নামত হে ইষ্ট ইণ্ডিয়া কোম্পানীৰ প্ৰতিনিধি হৈ আছিল। [illegible]ই দেখি তেতিয়াৰ ডা-ডাঙৰীয়া সকলে পৰাধীন হৈও স্বাধীন জাতিৰ দৰে পূৰ্ব্বৰ আচাৰ ব্যৱহাৰ আৰু নীতি-নিয়মৰ সন্মান অটুট ৰাখিব পাৰিছিল। বৃটিচ আমোলৰ শাসন নিকপ্-কপীয়া আৰু দিন খিলঞ্জী হৈ আহিবলৈ ধৰা অনুসৰি ইংৰাজ অধিপতিসকলৰ ক্ষমতা বাঢ়িবলৈ ধৰিলে আৰু ক্ৰমান্বয়ে ৰজাঘৰীয়া বিষয়-বাসনা খোৱা আমাৰ মানুহৰ স্বেচ্ছাচাৰৰ ওপৰতো চিকুটুটো-আঁচোৰটো পৰিল। তেতিয়া হে আমাৰ সম্ভ্ৰান্ত পুৰুষসকলে লোকৰ অধীন বুলি বুজিব পাৰিলে। তথাপি সেই সেই কালত যি সকল নামজলা গণ্য-মান্য পুৰুষ আছিল সেই সকলে নিজৰ স্বাৰ্থৰ ওপৰত চিকুট্ পৰা দেখিলে কিম্বা সেই কাৰত কোনোৱে অথালি-পথালি কথা কেন কুৰ পালে দুই চাৰি-আষাৰ খোলা কথা কৈ চুঙাটো চাই সোপাটো দি থৈছিল। সেই বাবেই আজিও কোনো কোনো বিদেশী বিষয়াই তোষামোদ কৰিয়েই হওক বা অন্য কিম্বা কাৰণতেই হওক তেখেতসকলৰ হকে পেটেৰে নহলেও মুখেৰে একোষাৰ প্ৰশংসাৰ কথা কয়। সঁচাসঁচিকৈয়ে তেখেতসকল আমাৰ সন্মানৰ পাত্ৰ। ওপৰত নাম দিয়া ৺পৃথুৰৰ বৰকাকতী বাইডঙীয়া ফুকন ও এই সম্মাহাৰ্ই লোক-সকলৰ ভিতৰৰে এজন।

৺পৃথুৰৰ বৰকাকতীৰ পূৰ্ব্ব-পুৰুষ ৺গৌৰসিংহক মহাৰাজ ৰুদ্ৰসিংহেই তাতীৰ কনৌজপুৰৰপৰা অনাই অসমৰ মাটি পিয়ল কৰোঁতে টুকনীয়াৰ কাকতী কামত নিযুক্ত কৰে। পাছত যেতিয়া আমাৰ আঠো খেল কাকতীৰ, ৰজাৰ

আদেশমতে ৰংপুৰ নগৰৰপৰা আঢৈ ক্ৰোশ নিলগৰ ধান-মাছ-খৰিৰে ভৰপুৰ ভোগালি ঠাই চাৰিঙ্গত পাতে, তেতিয়াৰেপৰা ৰজাভগা দিনলৈকে এই খেল কাকতীৰো অৰ্থাৎ টুকৰীয়া কাকতীৰো চাৰিঙ্গতে বাস হয়। এই চাৰিঙ্গ, কাকতীসকলৰ নিমিত্তে ৰজাই আছুতীয়াকৈ ৰাখিছিল। সেই হে আজিও মানুহে কয় চাৰিঙ্গত যি কাকতীৰ মাটি-ভেটি নাই সি কাকতী পাৰত-গজা। বংশ গৌৰৱ কৰিব পৰা এই চাৰিঙ্গতে মটক-জাগৰণৰ সময়ত ১৭০৮ শকত ৺পৃথুৰৰ বৰকাকতীৰ জন্ম হয়। এখেতৰ পিতৃৰ নাম ৺পৰ্শুৰাম বৰকাকতী। ৺পৃথুৰৰ, লৰাকালতে ঘাট-মাউৰা হয়। সেইগুণে, তেওঁ, তেওঁৰ ককাইদেৱেক ৺কবিচন্দ্ৰ ভৱানী বৰুৱাৰ আঁৰ-পাখিৰ তলতে ডাঙৰ-দীঘল হব লগীয়াত পৰে। ককাইদেৱেক ৺কবিচন্দ্ৰই ৰজাঘৰৰপৰা ৰাজযোগ্য সন্মান পাইছিল। কাৰণ, কবিচন্দ্ৰৰ সাধাৰণ আৰু উপস্থিত বুদ্ধি ইমান চোকা, তদুপৰি কবিত্ব-শক্তি ইমান তীক্ষ্ণ আছিল যে তেওঁ লেখোঁ বুলিলে কালমাত্ৰ অপেক্ষা নকৰি, একেৰাহে একোখন দুই মুনিহে আকোৱালি নোপোৱা পদপয়াৰৰ পুথি লেখিব পাৰিছিল। সেই অসাধাৰণ গুণতে মুগ্ধ হৈ ৰজাই তেওঁৰ সোঁৱৰণী আৰু মতা নাম সলাই কবিচন্দ্ৰ নাম দিয়ে আৰু ৰাজসন্মানৰ চিন স্বৰূপে ভৱানীবৰুৱাৰ বিষয় দান কৰে। তদুপৰি, তেওঁৰ নামেৰে মাছখোৱাৰ গড়ৰ কাষত এখন বেলেগ বাৰী পতাই এজোৰ পুখুৰী খনোৱাই দিয়ে, আৰু চাৰিঙৰ ঘৰৰপৰা অহাযোৱা কৰিবলৈ ভৱানী বৰুৱাৰ আলি নামেৰে এটি আলিও বন্ধাই দিয়ে। আজিকালিৰ Poet Laureate (ৰাজকবি) যেনেকুৱা সৰ্গা-ৰজাৰ দিনত কবিচন্দ্ৰও তেনেকুৱাই আছিল। কিন্তু কবিচন্দ্ৰ যেতিয়া আদহীয়া, ভায়েক তেতিয়া চুৰিয়া পিন্ধিবলৈ শিকা চেঙেলীয়া ল'ৰা। কবিচন্দ্ৰ প্ৰায়েই ৰজাঘৰলৈ আহি গৈ থাকে। এদিন তেনেকৈয়ে ৰজাঘৰলৈ যাওতে লগতে ভায়েক পৃথুকো লৈ গৈছিল। কবিচন্দ্ৰৰ লগত ৰজাই কথা-বতৰা পাতি থাকোতে-থাকোতেই পৃথুলৈ ৰজাৰ চকু পৰাত ৰজাই কবিচন্দ্ৰক সুধিলে "ভৱানীবৰুৱা, তোমাৰ লগত এইটি ক'ৰ লৰা ?" কবিচন্দ্ৰই যুৰ দোঁৱাই মাত দিলে "এইটি বন্দীৰে সুৰুলীয়া ভাই।" বীৰ আৰু দেখাত বুধিয়ক পৃথুৰলৈ ৰজাৰ মৰম লাগিল। 'ৰজাই পাত্তে বাক, ভেটী-মাটিও নেলাগে তাক।' সেই দিনাৰপৰাই পৃথুৰ কপাল ফুলি আহিল। ষোল বছৰ বয়সতে পৃথুক ৰজাই চাঙনী-কাকতী পাতিলে। পাচ বছৰ সুখ্যাতিৰে চাঙনী-কাকত কাম কৰাৰ পাছত তেওঁ বৰকাকতী পদ পালে আৰু ৯ বছৰ

ৰৰকাকতী থাকি ৰাইডঙীয়া ফুকন হ'ল। তেতিয়া তেওঁৰ ঘৰেই এখন বহুগাওঁ হৈছিল। অসংখ্য মহ-গৰু, বন্দী-বেটীৰে ঘৰ ভৰি পৰিছিল। মুঠতে দহপুৰা মাটি জোৰা তেওঁৰ বাৰীখনৰ চাৰিউফালে ছকুৰিতকৈও ওপৰ লগুৱালিকচৌৰ ঘৰেৰে ৰাইডঙীয়া ফুকনৰ টোলটো এখন নগৰ যেন হৈ আছিল।

অসম দেশ ইংৰাজৰ অধিকৃত হলত ১৮৫৩ চনৰ আইন মতে লগুৱা-লিকচৌ আৰু বন্দী-বেটীবোৰক মুকলি কৰি দিয়া হয় আৰু তাৰ লগে লগে ডা-ডাঙৰীয়া সকলে নিজে কাম-বন কৰিব নোৱৰাত, ঠেক-ছিগা বেডেনাৰ দৰে হ'ল। সেই গুণে বিচাৰৰ নাম কৰি ছৰ্কাৰে বহুতক আজীৱন বৃত্তি বা পেঞ্চন আৰু নিষ্কৰ মাটি দি জীৱিকাৰ সংস্থান কৰি দিয়ে। সেই অনুসাৰে, হাল-কোৰ বাৰ বা ভাৰ-খোৰ কঢ়িয়াব নোৱৰা কায়স্থ কুলৰ ৺পৃথুৰৰ ফুকনেও বাৰ্ষিক ১৯২৲ টকা পেঞ্চন আৰু জীৱিত কাল পৰ্য্যন্ত ভোগ কৰি থাকিব পৰা ২৩৷৵১৩ পুৰা নিষ্কৰ মা[illegible]পায় আৰু পো-নাতিৰ দিনলৈকে বংশানুক্ৰমে পাই থাকিবলৈ আঠখেল, গেলেকী, মৰিয়নী আৰু জকাইচুক, এই চাৰিটি মৌজাও পায়। মৃত্যু-কাললৈকে ৰাইডঙীয়া ফুকনে এই সকলো সম্পত্তি ভোগ কৰি, ৰজা আৰু কোম্পানী দুয়ো ঘৰতে সুখ্যাতিৰে বিষয়-বাসনা খাই সোণাৰাম আৰু ভুৎৰ জ্যেষ্ঠ পুত্ৰ দুজনৰ হাতত মৌজাকিটা গতাই দি, ১৭৮৬ শকত ইহ সংসাৰ পৰিত্যাগ কৰিলে।

৺পৃথুৰৰ বৰকাকতী বৰ চহকী আৰু সাহিয়াল আছিল। তেওঁৰ বৰঘৰটো ন-খুঁটলীয়া, চৰা ঘৰটো এটা দঁতাল হাতী সোমাব পৰা আছিল। ভিতৰুৱা সম্পত্তিও তেওঁৰ অনেক আছিল। ধন-সোণ থোৱা সোণেৰে বন্ধোৱা বৰকলী, সৰুকলী আৰু চিকামৰী নামৰ তিনিটা পেৰা আছিল। বৰকলীটোত ৰজাঘৰীয়া আঠচুকীয়া মোহৰ মৰা ৰূপ থৈছিল; সৰুকলীত কোম্পানীৰ দিনৰ চিকা ৰূপ আৰু চিকামৰীটোত লডা সোণ আৰু সোণৰ মোহৰ ভৰাই থৈছিল। তেওঁৰ ইমান ধন-সোণ আছিল যে এবাৰ তেওঁৰ ঘৰ ঘূৰে পোৰোতে এটাইবোৰ সোণ-ৰূপ গলি বাৰীখন ইটাৰ গুৰি যেন হৈছিল, সেই দেখি, এতিয়াও মানুহে গায়—

"ধনেৰে চহকী পৃথুৰৰ কাকতী
ঘৰতে লাগিলে জুই
ধনবোৰ উতলি বাৰীখন বান্ধিলে
যেন ইটাগুৰিৰ দুই।"

এইবাৰ ঘৰ পোৰোতেই পৃথু ফুকনৰ ককাইদেৱাক কবিচন্দ্ৰ ভৰালী বৰুৱাই লিখা সকলো পদ পয়াৰৰ পুথি আৰু বজাঘৰীয়া তামৰ ফলি আদি জুইত পুৰি ভস্ম হল। তেওঁৰ ধন-সোণ থোৱা পেৰা কেইটাত কালিকা লাগিছিল। সেইগুণে সাদিনে-সাদিনে পেৰাৰ বাবে ভোগ চৰোৱা হয়। ভোগ চৰোৱাৰ অলপ বঢ়া-টুটা ঘটিলেই ঘৰত অমঙ্গল হয়। তেওঁৰ প্ৰতাপ দেখি সামান্য হজুৰাৰপৰা ছাহাব চমুৱালৈকে সকলো তেওঁৰ ওচৰত নম্ৰ হবলগীয়া হৈছিল।

"অতি বৰ চহকী পৃথুৰৰ কাকতী
সোণেৰে বন্ধোৱা পেৰা
চমুৱা ছাহাবো ওলাই বৈ থাকে
চকুৰে দেখাৰেপৰা।"

এদিন তেওঁ ভঁৰালী বৰুৱা আলিয়েদি ভকাইচুক পথাৰলৈ তেওঁৰ মহপাল খেদি লৈ যায়। এনেতে, পছিম ফালৰপৰা ঘোঁৰাত উঠি বৰতি ছাহাব (Brodie) আহক। ফুকনে আলতীয়া বোকাত এজাক অসমীয়া ম'হ খেদি নিয়া দেখি ছাহাবে ঘোঁৰা ৰখাই সুধিলে "এই জাক কাৰ মহ?" ফুকনে কলে "মোৰ।" ছাহাবে আকৌ সুধিলে "তই নো কেন?" পৃথুৰৰ বৰকাকতীয়ে কলে "শ্ৰীপৃথুৰৰ বৰকাকতী ৰাইডঙীয়া ফুকন।" তেতিয়া ছাহাবে অলপ বেলি টলকা মাৰি থাকি কলে "আপুনি কাকতীফুকন, বোকাত এনেকৈ মহ খেদাবলৈ অইন মানুহ নাই নে?" তেতিয়া ফুকনে ছাহাবক কেটোৰা মাৰি কলে "বন্দী বেটীবোৰ কাঢ়ি নি এতিয়া লোৰেলা সাদৰখন দেখুৱাৰ নেলাগে, চাহাব।" ছাহাবে একো নামাতি ঘোঁৰা বাটেই গুচি গলগৈ।

চিপাহী বিদ্ৰোহৰ সময়ত এদিন হাউলাট ছাহাবে (Cap. Holroyd) কাবুলী ঘোঁৰাত উঠি গাৱঁত বিদ্ৰোহৰ গুং-সূত্ৰ বিচাৰি ফুৰোঁতে হঠাৎ ৺ৰাইডঙীৰা ফুকনৰ পদুলী-মুখত থিয় হলহি। এনেতে ফুকনৰ টোলৰখীয়া কুকুৰজাকে ছাহাবক ভৌ-ভৌ কৰে ভুকিবলৈ ধৰিলে। ছাহাবৰ ঘোঁৰা চঁক খাই আলিৰপৰা খাৱৈত পৰিলগৈ। ছাহাবো লুটুপ কৰে ঘোঁৰাৰ পৰা পিছলি পৰিল। খং আৰু লাজত পৰি ছাহাবে ফুকনক 'কুকুৰবোৰ গুলি দিওঁ' বুলি কলে। ফুকনে ক্ৰোধমূৰ্ত্তিৰে উত্তৰ দিলে "চাহাব! তুমি আহিছা ৰাজবাটে, মোৰ কুকুৰে ভুকিছে মোৰ বাৰী-ভিতৰৰ নঙলামুখত। এনেস্থলত তোমাৰ কি এক্তিয়াৰ আছে মোৰ কুকুৰবোৰ গুলিয়াই মাৰিবলৈ? কোম্পানী বাহাদুৰৰ আইন-কানুন

এনেকুৱা হলে কৰই লাগিব, এইখন আইন অতি গোবান্ধ।" ফুকনৰ মুখত এনেকুৱা টান মাত শুনি ছাহাব মৌন হৈ ৰ'ল আৰু 'সচা কথাকে কৈছে' বুলি তেওঁ ফুকনক শলাগিলে।

৺পৃথুৰৰ বৰকাকতীৰ জীৱনত এনেকুৱা স্পষ্টবাদিতাৰ উদাহৰণ ভুৰি-ভুৰি, যাৰ কথা শুনিলে আজিকালিৰ ভব্য ভব্য সকলো অলপ নহয় অলপ থমকি ৰব। সেই দিনৰ কথাই বেলেগ!

৺বৰকাকতী ফুকনৰ বিশেষত্ব এই কেৰাই যে ধনে-জনে আবৃত থকাতো তেওঁ নিচেই সামান্য হজুৰাৰ কাম কৰিবলৈও ঘিণ নকৰিছিল বা লাজ নেপাইছিল; বৰং লোকৰো নিজৰ কাম কৰি খোৱাত লাজ নাই বুলি উপদেশ দি দিছিল। ধন-সোণে তেওঁক মোৰ বুলিছিল যদিও, ব্ৰাহ্মণ-সজ্জন, সন্ত-মহন্ত, দুখীয়া-নিছলাই তেওঁৰ ওচৰত হাত পাতিলে সেই ধন-সোণৰ বাবে কুকুৰি কেতিয়াও 'না' বুলি সিবিলাকক তেওঁ বিমুখ কৰি নপঠিয়াইছিল। সেই গুণেই তেওঁৰ প্ৰতি বিধাতা পোন হৈ তেওঁক অজস্ৰ সম্পত্তিৰ অধিকাৰী পাতিছিল। কিন্তু কমলা যে চঞ্চলা, সেইবাবে তেওঁৰ অক্ষয় সম্পত্তি তেওঁৰ লগতেই ক্ষয় পালে। তেওঁৰ বৰপুতেক সোণাৰাম আৰু সুমলীয়া পুতেক ৰাধাকান্ত ফুকনে নিজ নিজ চৰিত্ৰ চেষ্টাৰ বলত আৰু পিতৃ দেৱেৰৰ কীৰ্ত্তি শাশ্বত কৰি ৰাখিলে। ইয়াকেই বোলে বাপেক চাই পুতেক।

বৃটিশ আমোলৰ আদি যুগত অৰ্থাৎ পৰাধীনতাৰ প্ৰথম অৱস্থাত ৺মণিৰাম বৰভণ্ডাৰ বৰুৱা, ৺হলিৰাম ঢেকীয়াল ফুকন, ৺গৰ্গৰাম মজিন্দাৰ বৰুৱা, ৺লম্বোদৰ ফুকন, ৺ঘনশ্যাম খাৰঘৰীয়া ফুকন, ৺কৃষ্ণানন্দ ভৰালী বৰুৱা, ৺দীননাথ বেজবৰুৱা, ৺কৃষ্ণানন্দ হাতীবৰুৱা, ৺জয়ৰাম বৰবৰুৱা আৰু সেই সকলৰ লগতে উজ্জল দিব পৰা এই প্ৰবন্ধৰ শিতানত থকা ৺পৃথুৰৰ বৰকাকতী বাইভতীয়া ফুকনকে প্ৰমুখ্য কৰি যি সকল অসমীয়া পুৰুষ-সিংহই অসমীয়া জাতিৰ লুপ্ত আত্ম-সম্মান, গৌৰৱ আৰু মান-সম্ভ্ৰম অক্ষুণ্ণ ৰাখি যি দৃষ্টান্ত থৈ গ'ল সেই দৃষ্টান্ত অনুকৰণ কৰিব লগীয়া আমি আজি-কালি তেওঁবিলাকৰ সতি-সন্তান বুলি কবলৈকে লাজ লগা হৈছে। স্বৰপাৰ্থতে, আমি বোপা-ককাৰ নাম লবলৈ লাজ পাওঁহক। কাৰণ, তেওঁবিলাকৰ দৰে আমাৰ সাহ আৰু সামৰ্থ্য নাই।

---

# কৃষক-বন্ধু ৰায়চাহাব ৺নাৰায়ণচন্দ্ৰ বৰুৱা

অসমৰ এচুকত, যোৰহাটৰপৰা বহু নিলগত, লাহিং-মাজকুৰি নামে গাঁৱৰ ভিতৰত এজন মানুহ আছিল। সাগৰৰ তলিত মাণিক লুকাই থকাৰ দৰে তেওঁ লুকাই আছিল। বাতৰি-কাকতত নিতে-নাম-উঠাসকলৰ ভিতৰত



৺নাৰায়ণচন্দ্ৰ বৰুৱা

তেওঁক, সেই দেখি, চাবলৈ পোৱা নহৈছিল। তেওঁৰ ধন নাছিল, বৰ হৈ-চৈ কৰিবলৈ ভালো নেপাইছিল। তেওঁ মাত্ৰ নিৰলে-নিৰলে ধাননি-ফুলনি, শাকনি-ফলনিৰ মাজত সোমাই সেইবোৰৰ কোন বিধ নিপাৰ, কোন বিধ কব, কোন বিধৰ

ঠাই লবাব, কোন বিষয় জাতটো কেনেকৈ সজাব বা ডাঙৰ কৰিব পাৰি ইয়াকে হে মাথোন ভাবি ফুৰিছিল :—

"ধন মাত্ৰে উৎপন কোৰ নাঙলৰ
কৃষক প্ৰধান মিত্ৰ এই জগতৰ।"

জগতৰ মিত্ৰ কৃষক। কৃষকৰ খাই সঁজুলি কোৰ। সেই দেখি, পুৱে ভঁাৰ-নৌ-দিওঁতেই শোৱাপাটী এৰি, সন্ধ্যাপূজা আদি নৈমিত্তিক কাৰ্য্য সমাপন কৰি, এই কোৰ খনিকে লৈ তেওঁ পথাৰলৈ ওলাই যায়। নিৰন্তৰ দেখিব, তেওঁ কোৰ-কটাৰী-ফাং-জবকা লৈ এবিধ নহয় এবিধ শস্য খুচৰিয়েই ফুৰিছে। কোৰ খনিয়েই তেওঁৰ সকলো। সিয়েই সম্বল, সিয়েই "কম্বল" ( আচ্ছাদন )। অসমৰ অসংখ্য নাৰায়ণৰপৰা বেলেগাই দেখুৱাবলৈ, তেওঁ "কোৰ না[illegible]" নাম লৈছিল ; সেই "কোৰ-নাৰায়ণৰ" নামেই হৈছে কৃষক-বন্ধু নাৰায়ণচন্দ্ৰ বৰুৱা। কোৰৰ গুণত মুগ্ধ হৈ বৃটিছ চৰ্কাৰে তেওঁক উপাধি দিছিল "ৰায়চাহেব"। গোত্ৰ কৌশিক ; দেউতাক যোগেশ্বৰ শৰ্ম্মা বৰুৱা : মাক প্ৰভাৱতী দেৱী। জন্মস্থান মেলেং, সাদৈগড়। জন্ম শক ১৭৯০, আহিন মাহ।

যোগেশ্বৰ শৰ্ম্মা বৰুৱা একালত বৰ প্ৰতিপত্তিশালী পুৰুষ আছিল। ধনে-ধানে, ঐশ্বৰ্য্য-বিভূতিয়ে, লগুৱা-লিকচৌৱেৰে তেখেতৰ ঘৰখন বৰ গপগপীয়া আছিল। তেখেতৰ চাহ-বাগিছা আছিল সাতখন। ডাক্তৰীয়া দীননাথ বেজবৰুৱা, ডাঙৰীয়া মহীচন্দ্ৰ বাজখোৱা, গঙ্গাগোবিন্দ ফুকন চাহাব, মিত্ৰদেৱ অধ্যাপক, কৃষ্ণকান্ত হাতীবৰুৱা আছিল পৰামৰ্শদাতা বন্ধু। ধৰ্মপৰায়ণ শৰ্ম্মা বৰুৱাৰ ঘৰত সাদিনীয়াকৈ বৰ-সবাহ, মাহেকীয়াকৈ সত্যনাৰায়ণৰ পূজা চলি আছিল। ব্ৰাহ্মণ-তনয় যোগেশ্বৰৰ ধৰ্মনিষ্ঠাৰ ওচৰত খৃষ্টানধৰ্মী হুকেনীয় চাহাবকিলাকেও সেও নেমানি নোৱাৰিছিল। সিপিনে গোসাঁই-ঘৰত একনিষ্ঠভাৱে বৰুৱাই শঙ্খ-ঘণ্টা বজাই পূজা-সেৱা কৰি থাকিব, আৰু ইপিনে চ'ৰা ঘৰত তেখেতক লগ পাবলৈ অহা বাগিছাৰ চাহাবকিলাক মাটিতে লেটি লৈ বহি থাকিব। ঘণ্টা-বৰ-কাঁহ বজালেই পূজা শেষ হল বুলি জানি চাহাবকিলাকে চন্দন-তিলক শোভিত, উন্নত ললাটবিশিষ্ট, দোদুল্যমান উপবীতধাৰী, দীৰ্ঘাকাৰ ব্ৰাহ্মণ তপোধন জনক গোসাঁই ঘৰৰপৰা ওলাই-অহা মাত্ৰকে সভক্তি প্ৰণাম জনায়। এনেকুৱাই আছিল যোগেশ্বৰ শৰ্ম্মা বৰুৱাৰ সাত্বিক ধৰ্মশীলতা।

সেইজন ধাৰ্ম্মিক বৰুৱাৰে পঞ্চম সন্তান নাৰায়ণচন্দ্ৰ শৰ্ম্মা।*

ইষ্ট-মিত্ৰ, জ্ঞাতি-কুটুম্ব আৰু বিশিষ্ট বন্ধু-বান্ধৱৰ সহায়ত, নাৰায়ণচন্দ্ৰ বৰুৱাই ইচ্ছা কৰা হলে, নিশ্চয় কুৰি শতিকাৰ সভ্যতাৰ পোহৰত মুখ জিলিকাই জীৱন নিৰ্ব্বাহ কৰিবলৈ যথেষ্ট ভৌতিক সম্বল সংগ্ৰহ কৰি লব পাৰিলেহেঁতেন। কিন্তু সেই অশাশ্বত যশস্যাৰ প্ৰাৰ্থী নহৈ তেওঁ ধৰিলেগৈ সকলোৱে অৱজ্ঞাৰ চকুৰে চোৱা বাণিজ্যৰ অঙ্গ কৃষি-কাৰ্য্যত। কংগ্ৰেছ-সভাপতিৰ বাণী—গ' বেক টু ভিলেজ—"গাঁৱলৈ ধৰাঁগৈ"। বিখ্যাত ৰাজনৈতিক পণ্ডিতৰ দৃঢ় মত—খেতিয়কসকল দেশৰ ৰাজহাড়। কবিৰ বহুঘৰাও খেতিয়কৰ জীৱনেই। পৃথিবীবাচক "কৃষ্ণ" বা কিৰিৰত হে আমাৰ ভগৱন্ত আছে। সকলোৱে ভক্তি সমাদৰ কৰা এনে আদৰ্শকে কায়-মন-বাক্যে শিৰোগত কৰি, তাৰ চৰ্চ্চা অনুশীলনত আজীৱন ব্ৰতী থাকোঁতেই ১৮৬০ শকৰ ১৩ শাওণ, শুকুৰবাৰে দুপৰীয়া ১২-৫০ মিনিটত নাৰায়ণচন্দ্ৰ বৰুৱাই মহাপ্ৰস্থান কৰিলে।

নাৰায়ণ বৰুৱাই সকতে ঘৰতে বিস্তাৰম্ভ কৰি পিতৃদেৱতাকে পাতি থৈ যোৱা পঢ়াশালিতে মাটিৰাম বৰা পণ্ডিতৰ গুৰিত অসমীয়া পঢ়ে। তাৰ পিচত, জগন্নাথ বৰুৱা হেজাৰী মৌজাদাৰৰ ঘৰত থাকি সংস্কৃত শিক্ষা কৰে। পণ্ডিত গৰাকীৰ নাম আছিল বাণীৰাম শৰ্ম্মা। এওঁ হঠাতে মৃত্যু হোৱাত সৰহ দিন পঢ়ুৱাবলৈ নেপালে। ইপিনে, নাৰায়ণৰ সংস্কৃত শিক্ষাও অসম্পূৰ্ণ হৈ থাকিল। অলপ দিন থাকি, আকৌ ঝাঁজীলৈ আহি কাশীনাথ শৰ্ম্মা পণ্ডিত দেৱৰ মুখে সংস্কৃত শিকেছি। কাশীনাথ পণ্ডিত বৰ সৰবৰহী লোক আছিল। ওচৰ চুবুৰীয়াৰ মৰমত তেওঁ ঘৰত থাকিবলৈকে নাপায়। সেই গুণে, পঢ়া-শুনাত অলপ ব্যাঘাত হোৱাত নাৰায়ণ বৰুৱা তাৰপৰা গুচি যাবলৈ বাধ্য হয়। ১৮০৬ শক বা ১৮৮৪ চনত তেওঁ ঝাঁজী এৰি যোৰহাটত দিবাকৰ শৰ্ম্মা বৰ-পূজাৰীৰ ঘৰত থাকি ইংৰাজী পঢ়িবলৈ লয়হি।

দিবাকৰ বৰপূজাৰী আৰু তেওঁৰ ভায়েক ভায়াৰাম বৰপূজাৰী, সেই কালত যোৰহাট-শিৱসাগৰৰ ভিতৰত সুশিক্ষিত, সুমাৰ্জ্জিত আৰু শাস্ত্ৰালাপী স্বৰূপে সকলোৰে সম্মানাৰ্হ আছিল। অসমীয়া সাহিত্য ভঁৰালৈও দুয়ো গৰাকী

* যোৰেশ্বৰ বৰুৱাৰ পুত্ৰ:—কমলেশ্বৰ, জীৱেশ্বৰ, ধৰ্ম্মেশ্বৰ, গোপালচন্দ্ৰ, নাৰায়ণচন্দ্ৰ, দামোদৰ, কৃপাল, গোপালচন্দ্ৰ, হৰাকচন্দ্ৰ—৯ জন।

সাহিত্যসেৱকে দুটি-এটি লখিমী গোক থৈ গৈছে। দিবাকৰ বৰপূজাৰীৰ "লক্ষহীৰা", "অশোকাষ্টমী", "বেজালি পুথি", "মন্ত্ৰপুথি" লেখত লবলগীয়া।

তাৰাথাবৰ "খোৱাখুবুনী" পুথিখন সংস্কৃতিপ্ৰিয়ৰ নিমিত্তে বৃন্দাবন পুথি। বৰপূজাৰীৰ টোলত থাকি ভালেমান লৰাই বিদ্যাশিক্ষা কৰিছিল। বিদ্যোৎসাহী ঘৰৰে এজনৰ দৰে থাকি, তৃতীয় শ্ৰেণীলৈকে ইংৰাজী পঢ়ি কিবা কাৰণ বশতঃ নাৰায়ণ বৰুৱা শিৱসাগৰৰ কৃপানাথ ফুকন চিৰস্তাদাৰ ডাঙৰীয়াৰ ঘৰলৈ আহে, আৰু তাতে বহা সাজি শিৱসাগৰ হাইস্কুলত নাম লগাই পুনৰ পঢ়িবলৈ আৰম্ভ কৰে।

সেই স্কুলত চেকেণ্ড ক্লাছত (আজিকালিৰ নৱম মান) পঢ়োঁতেই কেন্দ্ৰ্যাইবে সাপ্তাহিক পৰীক্ষাত "পাছ" নোহোৱা লৰাবিলাকক প্ৰতি সপ্তাহে প্ৰথম শ্ৰেণীৰ-পৰা ডিগ্ৰেদ্ কৰি অৰ্থাৎ তললৈ নমাই দিবলৈ ধৰিলে। একোটা ল'ৰাৰ ভাগ্য এনেকুৱা হৈছিলগৈ যে সি একে বহৰতে প্ৰথম শ্ৰেণীৰপৰা (দশম মান) তললৈ নামি চতুৰ্থ শ্ৰেণী (সপ্তম মান) পাইছিল গৈ। নাৰায়ণ বৰুৱাৰ বহাতে থকা তেওঁৰ বাহিৰে বাকী তিনি জনকো নমাই দিয়াত কেউজনে নপঢ়োঁ বুলি ঘৰলৈ গুচি আহিবলৈ ঠিক কৰিলে। এই তিনি জনৰ নাম:—জাঁজীৰ বজ্ৰেশ্বৰ শৰ্মা বৰঠাকুৰ, গদাধৰ শৰ্মা দিলীহিয়াল ভট্টাচাৰ্য্য আৰু দুৰ্গানাথ বৰুৱা। তাৰ পিছত কি হল নাৰায়ণ বৰুৱাৰ ডায়েৰীয়ে কৈছে:—

> "১৮৮৮ চনৰ সাপ্তাহিক পৰীক্ষাত বহুত ল'ৰাক ডিগ্ৰেদ্ কৰাত, মোৰ মনে নসহি, শিৱসাগৰৰ পিতৃস্থানীয় ৺দীননাথ বেজবৰুৱা ডাঙৰীয়াক, নমাই দিয়া ল'ৰা দুটাৰমান লগত লৈ কান্দি-কাটি বিদেশী মাষ্টৰে প্ৰায় ৫০।৬০টা ল'ৰা ডিগ্ৰেদ্ কৰাৰ কথা কলোঁ। ইমানতে এটি স্কুল পাতি নিদিলে দুখী-দুখী অনেক ল'ৰাৰ অপমানতে পঢ়া বন্ধ হব। সেইভাই ইস্কুল এটা শিৱসাগৰত খুলি দিলে মহৎ উপকাৰ হব। ইত্যাদি অনেক কথা কাকুতি কৰি কোৱাত, তেখেতে "দুৱৰাৰ ঘৰৰ শ্যামবাবু (শ্যামসুন্দৰ দুৱৰা) আৰু পৰমা বাবুক (পৰমানন্দ ভঁড়ালী) কোৱা, যদি তেখেতসকলে এমাহমান পঢ়ায়, তেন্তে মই বাক বেজবৰুৱা স্কুলৰ দি স্কুল খুলি দিম।"

"সেইমতে দুৱৰা ঘৰৰ উক্ত সাধু পুৰুষ আৰু পৰমানন্দ ভঁড়ালীৰ ওচৰলৈ গৈ সকলো কলোঁ, আৰু "এমাহ হে লেলাগে তিনি মাহো পঢ়াম" বুলি মাজি

হোৱাত বেজবৰুৱা দেউতাৰ সম্বাদ দিলোঁহি। দেউতাই ঘৰ এটা তেৰোণীয়াকৈ বিচাৰিবলৈ ক'লে। সহদেৱ শৰ্ম্মা পণ্ডিত ( ত্ৰিলোচন অধ্যাপক নাজিৰৰ পুত্ৰ ) মোৰ মিতিৰ। তেখেতক সকলো কথা কোৱাত আমাৰেসৈতে ওলাই আহি তেখেতৰ ঘৰৰ দুৱাৰ মুখত, আলিকাষতে কোনোৱাই সজাই থোৱা দুটা বঙলা ঘৰ তাৰ গিৰিহঁতক মাতি আনি ইস্কুল খুলিবলৈ দিয়াব বোলালে ।৮ সেই ঘৰতে, পাছ দিনা বেজবৰুৱা দেউতাই বেজবৰুৱা হাইস্কুল খুলি দিলে।"

এই স্কুলত নাৰায়ণ চন্দ্ৰ বৰুৱাই কিছুদিন পঢ়ি ঘৰলৈ গুচি আহে আৰু মাকৰ আশীৰ্ব্বাদ লৈ ১৮৯১ চনত "আসাম নাৰ্চেৰী" নাম দি এখন শাক-পাচলিৰ বাৰী পাতে। তাৰ পিছত,

"দেৱৰ আশা যজ্ঞ, নৃপৰ আশা কৰ,
উভয়ে ৰাখি আছে পৃথিবী চৰাচৰ।
সেই হেতু কৰ সবাতোকৈ আগ কৰি
বজাক দি সুখে থাকা খেতি-বাতি কৰি।"

এই মূলমন্ত্ৰকে ধৰিয়াই, তেওঁ লাহিঙত ধান-চাউল, মাহ-সৰিয়হ, শাক-পাচলি, টেঙা-টোকোচা, তিঞহ-ছিঁৱাল, বন-বাত, দৰৱ-জাতি, জলকীয়া-বেঙেনা, কৰি-তৰমুজ, কুইনাইন-এৰ'ষ্কট, নুনী-কপাহ, লং-এলাচী, অগৰু-দালচেনি, দেৱদাৰু-মহানিমৰপৰা আৰম্ভ কৰি লাইজাবৰি, মানিমুনি, লৰবৰুৱা-চেকীয়া-লৈকে সকলোৰে খেতি কৰিবলৈ আৰম্ভ কৰে আৰু অসমৰ খেতিয়কক সেই-বোৰৰ গুটি-ডাল-পুলি লাগ-বুলিলেই-পোৱাকৈ দিবলৈ এখনি সঁচুৱা বাৰী বা গুটি-বাৰীও পাতে। সেই গুটিবাৰীৰপৰা এসময়ত আমাৰ কেউখন জিলাৰ মানুহে সঁচ নি নিজৰ-নিজৰ বাৰীত কইছিল বা পচাইছিল। আন কি নাৰায়ণ বৰুৱাৰ "আসাম-নাৰ্চেৰীৰ" পৰা বহুত বঙালী ভদ্ৰলোকেও বীজ নি তেখেতক উৎসাহ দিছিল। আমাৰ দেশৰ শস্যাদি আৰু বনৌষধাদি লুপ্ত হোৱা যেন দেখি, তেখেতে নিজে বহুত যত্ন কৰি, সেইবোৰ বাৰীত কই তাৰ পুলি-গুটি আদি অইনক বেচিছিল; আৰু, জীৱ-জন্তুৱে ভালকৈ খাবলৈ পালে, ভাল জল-বায়ুত থাকিবলৈ পালে, যেনেকৈ নিজৰ নিজৰ মোট সলায়, গছ-গছনি থান আদি শস্যয়ো তেনেকৈ ভাল সাৰ-পানী পালে তাৰ ঠগ আৰু জাত সলাই পেলায়। সচৰাচৰ, আমাৰ মানুহে খেতি কৰি থকা শালি-ধানকে তেখেতে এই দৰে সাৰ-জাবৰ দি, ঠাই সলাই, কই তাৰ শ্ৰী পৰিবৰ্ত্তন কৰি পেলাইছিল।

বক্তাই বক্তৃতা দি, সাহিত্যিকে সাহিত্যেৰে, কবিয়ে কবিতাৰে যেনেকৈ স্বদেশ-প্ৰীতিৰ পৰিচয় দিয়ে, নাৰায়ণ চন্দ্ৰয়ো কোৰখনাৰাই সতৃত খেতিৰ জৰিয়তে স্বদেশপ্ৰেম আৰু ৰাজভক্তিৰ পৰিচয় দিছিল। বৰুৱা ডাঙৰীয়াই নিজা প্ৰণালীৰে মাটি চহাই একোটা-একোটা নতুন নামৰ বেঙেনা, একোথোকা-একোথোকা কল, একো-একোটা বঙালাও, একো-একো বিধৰ মটৰ আৰু একো-একো-বিধ ধানৰ সৃষ্টি কৰিছিল। সেই সৃষ্ট ফল-মাহ-শস্যাদি দেশহিতৈষীসকলৰ নামানুসাৰে নামকৰণ কৰি ফল-শস্যাদিৰ লগে-লগে সেই সকলৰ নামো ঘৰে-ঘৰে প্ৰচাৰ কৰাইছিল।

ৰাধানাথ চাংকাকতীয়ে "টাইম্‌চ্‌ অব্ আসাম" উলিয়াই স্বদেশৰ হিত চিন্তা কৰিছিল। সেই বাবে নাৰায়ণ বৰুৱাই নিজে সৃষ্টি কৰা বেঙেনা বিধৰ নাম দিলে "ৰাধা-বেঙেনা"। সেই দৰে, শিক্ষাবিদ গোবিন্দ বেজবৰুৱাৰ নামানুসৰি কলৰ নাম দিলে "গোবিন্দ-কল"। পদ্মনাথ গোহাঞি বৰুৱাৰ নামত দিলে, লাও—যাৰ নাম হল "পদ্মলাও"। বি-এ জগন্নাথলৈ উচৰ্গিলে "জগন্নাথ-মটৰ"। গৰ্ডন চাহাবে গুৱালপাৰাত অসমীয়া ভাষা চলাই, অসমীয়াৰ হেৰোৱা ৰাজ্য উদ্ধাৰ কৰিলে, সেই গুণে, বৰুৱাই কৰা এবাৰ নাম দিলে "গৰ্ডন-এবা"। সম্ৰাট পঞ্চম জৰ্জক "জৰ্জ শালি" আৰু তেওঁৰ সম্ৰাজ্ঞীক "মেৰী-জহাৰে" ওলগ জনাই-ছিল। "জয়মতী-জহা" আৰু "গদাপাণি জহা" নামে আৰু-দুবিধ জহাধান ন-কৈ উলিয়াই দেশপ্ৰেমিকসকলৰ নামে আগ বঢ়াইছিল।

যিবোৰ গছৰপৰা সূতা-কাপোৰ-বোলোৱা বং পোৱা যায়, সেই গছবোৰ হাবিৰপৰা বিচাৰি আনি বাৰীত কইছিল। বাঁহ-ওলোৱা গছ আৰু দৰব-জাতিৰ গছবো খেতি কৰিছিল। এই দৰে সকলো প্ৰকাৰৰ খেতি কৰি নাৰায়ণ বৰুৱা ইমান অভিজ্ঞ হৈছিল যে ঈশ্বৰে সৃষ্টি কৰা শস্যাদিৰ আন-এটা জাত বুধি-অধ্যৱসায়েৰে তেওঁ নিজেই সৃষ্টি কৰিব পাৰিছিল।

ভাৱেক গোলাপ আৰু বিনন্দি বৰুৱাৰ হতুৱাই ১৯০৪ চনৰ ২৫ জানুৱাৰী তাৰিখে পোন-প্ৰথমেই যোৰহাটত "দৰ্পণ প্ৰেছ" স্থাপন কৰোৱায়। তাতে, নাৰায়ণচন্দ্ৰ বৰুৱাই লেখা ৩০০ পিঠীয়া মূল্যবান পুথি 'কৃষিতত্ত্ব খন' জয়ে-জয়ে ছাপা কৰায়। এইখনেই অসমীয়া ভাষাত খেতি-সম্পৰ্কে বাহুল্যভাৱে লেখা প্ৰথম পুথি। তাৰ পিছত, তেখেতে "প্ৰথম ভাগ কৃষি কণ্ঠন" প্ৰকাশ কৰে। এই পুথিৰ ৰচনা-বিন্যাস বৰুৱাদেৱৰ নিজা ৰচনা। শিও এক নতুন প্ৰণালীৰ।

১৯১১ চনত, তেওঁ "কৃষিদোল" ছপায়। এইধৰণৰ বিষয়ে "কোষ নাৰায়ণে" নিজেই লেখিছে :—

"বছৰটোত ৩৬৫ দিন। সেই দিনবোৰৰ পুৱা-পধূলি, দুপৰীয়া, আবেলি, তিনিভাগে সময়ৰ উপযুক্ত কৰি, কাম পেলাই আৰু স্ত্রীলোকৰ মাহটোৰ কাম ধৰি "কৃষিদোল" নামে চিৰস্থায়ী "কেলেণ্ডাৰ (সংক্ষিপ্ত পত্রিকা) সহ 'কামজাৰী টেবুল' আৰু ইংৰাজীৰে 'চিষ্টেমেটিক এগ্রিকলচৰেল টেবুল' বোলা যায়, ছপাওঁ।"

১৯১৩ চনত বৰুৱাৰ "ভাত খেতি" প্রকাশিত হয়। এই কিতাপখিলাক পঢ়ি, কৃষিবিভাগৰ ডাইৰেক্টৰ, শিক্ষাবিভাগৰ ডাইৰেক্টৰ, অসম উপত্যকাৰ কমিশ্বনাৰ, কেইবাজনো ডেপুটি কমিশ্বনাৰ, ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱা, ৰায়বাহাদুৰ পৰ্শুৰাম খাওন্দ, ৰায়বাহাদুৰ কৃষ্ণকুমাৰ বৰুৱা, মহৰৰা-চাহ কোম্পানীৰ জেনাৰেল মেনেজৰ সোমেশ্বৰ শৰ্মা প্রমুখ্যে সকলো দেশহিতৈষী আৰু বিদ্যোৎসাহী লোকে নথৈ আনন্দ প্রকাশ কৰিছিল আৰু সকলোৱে আপে-আপে প্রশংসা-পত্র দিছিল। চৰ্কাৰী কর্তৃপক্ষসকলে আশীৰ্ব্বাদীয়া প্রশংসাতে কিতাপ কেইখনৰ মূল্য অন্তর্ভুক্ত কৰি থলে; পঢ়াশলীয়া পাঠ্যপুথিৰূপে মঞ্জুৰ কৰি উঠি-অহা ছাত্র-ছাত্রীবিলাকক পঢ়িবলৈ একো-এটা সুবিধা হলে কৰি নিদিলে।

অসমীয়াৰ পুৰণি সংবাদ-পত্র "বিলাসিনী" আৰু "আসাম বন্তি", "বিশ্ববাৰ্ত্তা, "টাইমছ্ অব্ আসাম", "বাতৰি" আদি কাকতে যায় চাহাব নাৰায়ণচন্দ্র বৰুৱাৰ খেতিবিষয়ক সুচিন্তিত প্রবন্ধবিলাক বৰ আগ্রহেৰে প্রকাশ কৰিছিল। ৰায় বাহাদুৰ পদ্মনাথ গোহাঞি বৰুৱাৰদ্বাৰাই সম্পাদিত "উষা" আলোচনী-কাকতত তেখেতে "আমাৰ আওকাণেই প্রধান অৱনতিৰ মূল", "দেহাই বেহা", "বৰ্ত্তমান আমাৰ আহাৰ", "সাজ আৰু কাজ", "পৈতৃক বৃত্তিৰ উন্নতি কৰাই পুত্ৰৰ ধৰ্ম্ম", "নগৰৰ সাদৃশ্যতা গাৱঁতো লওক" বুলি বি কেইটা প্রবন্ধ লেখিছিল, সঁচাকৈয়ে সেই কেইটা চিন্তাৰ অভিনৱ ঢেউনী।

"অসমৰ কৃষ" নামেৰে তেওঁ নিজা খৰচতে এখনি মাহেকীয়া কাকত ছপা কৰি উলিয়ায়। অনেকৰ অভিৰুচিমতে কাকতখনৰ নাম সলাই "খেতিয়ক" দিয়ে। এই কাকতখন প্রকাশ কৰাত "আসাম বিলাসিনী"ৰ সম্পাদক কৃষ্ণকান্ত ভট্টাচাৰ্য্য আৰু "ধৰ্ম্মপ্রকাশ প্রেছৰ" মেনেজৰ ৺শিৱকান্ত ভট্টাচাৰ্য্যই যায়

চাহাব বৰুৱাদেৱৰ নখে সহায় কৰিছিল। "অসম কৃষক" প্ৰথম সংখ্যা পাবৰ দিনাই ৰায় বাহাদুৰ পৰ্ত্তৰাম খাওন্দে লোখোজাকৈয়ে ছুটকা ৰূপ উপৰাচি মণিঅৰ্ডৰ কৰি পঠিয়াই দিছিল। স্বনামধন্য চন্দ্ৰকমল বেজবৰুৱা আৰু বৰৈয়া চাহ বাগিছাৰ মেনেজৰ লোকনাথ শৰ্মাই গাইপতি ৫০্ টকাকৈ ৰূপ দান দিয়ে কাকতখন চলাবৰ নিমিত্তে। এই কাকতখন এবাধৰাকৈ পাঁচ বছৰ চলিছিল।

ধুবুৰী, ডিব্ৰুগড়, যোৰহাট, শিৱসাগৰ, গুৱাহাটীত সময়ে-সময়ে বহা কৃষি-প্ৰদৰ্শনীবোৰত নাৰায়ণ বৰুৱাই নিজে খেতি কৰি অৰ্জ্জা শস্যৰ ফল-মূল আৰু তাঁতসূতত তৈয়াৰ কৰা বস্ত্ৰ দেখুৱাই ৰূপৰ সোণৰ সৰ্ব্বমুঠ ১২টা মেডেল বা টোকমা পাইছিল।

তেখেতে একনিষ্ঠভাৱে খেতিত লাগি থাকি, দেশীয় মানুহৰ আগত এটি আদৰ্শ দাঙি ধৰাত, মুগ্ধ হৈ গৱৰ্ণমেণ্টেও তেখেতক "ৰায়চাহাব" উপাধিৰে সম্মানিত কৰে। বৃটিছ-আমোলাতন্ত্ৰৰ খাপে-খাপে থকা কৰ্মচাৰীসকলৰ সন্তুষ্টিৰ ওপৰতেই উপাধিলাভৰ যোগ্যাযোগ্য বিবেচিত হয়। নাৰায়ণ বৰুৱাক "ৰায় চাহাব" উপাধি দিয়াত গৱৰ্ণমেণ্ট কিন্তু সেই অপবাদৰপৰা নিশ্চয় হাতসাৰি থাকিল। "যোগ্যেন যোজয়েৎ।" চুৰ্কাৰী কৰ্ত্তৃপক্ষসকলে যে খেতিয়কৰ প্ৰতিনিধি "কোৰনাৰায়ণক" "ৰায়চাহাব" উপাধি দিলে, সেইবাবে গোটেই কৃষক সম্প্ৰদায়েই সম্মানিত হল। অন্ততঃ, সাময়িক হলেও, উপযুক্ত লোককেই উপযুক্ত উপাধি বিতৰণ কৰা হৈছিল বুলি সেই সময়ত সকলো কাকতপত্ৰ আৰু মুখ্য-মুখ্য লোকসকলে প্ৰকাশ কৰিছিল।

১৯২৬ চনত, বেত্তিয়া পাণ্ডুকংগ্ৰেছৰ নগৰত এখনি প্ৰদৰ্শনী পতা হয়, তেতিয়া ৰায় চাহাবেও তাত তেখেতৰ শস্য আৰু বীজাদি দেখুৱাইছিল। তেখেতৰ বস্ত্ৰ বখা খৌটাসীটোলৈ লোৱাই মহাত্মা গান্ধীয়ে প্ৰত্যেকটো বস্তুকে ভালদৰে পৰীক্ষা কৰি চাইছিল আৰু ১২ মিনিট সময় কথা পাতি ৰায় চাহাবৰ বুকুত আঁথিলোৱা কৃষিবিচাৰক মেডেল বাবটা দেখি বৰুৱাৰ পিঠিত চপৰিয়াই শলাগ লৈছিল।

শিৱসাগৰ জিলাৰ ভিতৰত এনে এডোখৰ ঠাই নাই য'ত ৰায় চাহাব নাৰায়ণ বৰুৱাৰ সভাপতিত্বত এবোৰ কৃষি-সম্পৰ্কীয় সভা বহা নাই। এই সভা-সমিতিবোৰেই প্ৰমাণ কৰে যে ৰায়চাহাব নাৰায়ণচন্দ্ৰ বৰুৱা বাহিৰে-ভিতৰে এটাঁহিঁচি কৃষকবন্ধু।

তাঁজীত সনাতন হিন্দুধর্ম সভাৰ সভাপতি নির্ব্বাছিত হোৱাৰবাবাই বুজিবলৈ বাকী নেথাকিল যে নাৰায়ণচন্দ্ৰ বৰুৱাই জনসেৱা কৰাতো আত্মনিয়োগ কৰিব পৰা উদাৰ পুৰুষ। ১৯৩৫ চনত, তাঁজীত যেতিয়া এক লক্ষ হোম দি শ্ৰীশ্ৰীমহাবিষ্ণু যজ্ঞ পতা হয় তেতিয়া বায়চাহাবে ভগৱন্তৰ চৰণত তনুমনপ্ৰাণ অৰ্পণ কৰি সেই অভূতপূৰ্ব্ব ধৰ্মানুষ্ঠানত আপোনাক সৰ্ব্বতোভাৱে লয় নিয়াইছিল। অসমৰ কৃষিবিভাগ আৰু জঙ্গলী বিভাগৰ কৰ্মচাৰীবিলাক তেখেতৰ আন্তৰিকতাত আপোন পাহৰা হৈছিল। সেই সময়ৰ কৃষিবিভাগৰ এচিষ্টেণ্ট ডাইৰেক্টৰ মিঃ ফজল হক চাহাবে বৰুৱা চুকুৱাৰ দুইচাৰিদিনৰ আগলৈকে তেখেতৰ ঘৰলৈ গৈ বুদ্ধি-পৰামৰ্শ লুধি আছিল।

১৯২৬ চনত বৰলাট লৰ্ড লিন্‌লিথ্‌গ’ ৰাজকীয় কৃষি কমিশ্যনৰ লগত সভাপতি হৈ আহোঁতে, বায়চাহাব বৰুৱাই সেই কমিশ্যনৰ আগত কৃষি-বিষয়ে সাক্ষ্য দিয়েগৈ। বায়চাহাবৰ স্পষ্টবাদিতা আৰু নিৰ্ভীকতা দেখি লিন্‌লিথ্‌গ’ আচৰিত হৈছিল। চাহ-বাগিছাৰ সংখ্যা নবঢ়াই যিমান আছিল সিমানকে ৰাখিব লাগে বুলি বৰুৱাদেৱে তেতিয়াই সঙ্কেত দিছিল। বায়চাহাব কৃষিবিভাগৰ “অনৰেৰী কৰেছপণ্ডেণ্ট” আছিল। কমিশ্যনটোৰ এজন সভ্য গাঙ্গুলীয়ে যেতিয়া সোধে—

“ইন্ ইয়ৰ ফাৰ্মিং অপাৰেচনচ্, হেভ্ ইউ হেড্ এনি এচিষ্টেঞ্চ ফ্ৰম দি ডিপাৰ্টমেণ্ট্ অৱ এগ্ৰিকলছৰ ?” ( আপুনি খেতৰ বাবে কৃষি-বিভাগৰপৰা কিবা সহায় পায় নে ? )

তেতিয়া উত্তৰ পালে,

“বাৰটা লেফাফা আৰু ১২ খন চিঠিলেখা কাগজ পাওঁ”।

কৃষিবিভাগ পৰিচালনা কৰোঁতা-সকলৰ বিষয়ে তেওঁ কৈছিল, “কৃষি ডাইৰেক্টৰজন সকলো প্ৰকাৰৰ বহুল জ্ঞানৰ বিশেষজ্ঞ হব লাগে। ডেটাৰনেৰী এচিষ্টেণ্ট সৰহ হব লাগে। আসিপহুলি ৰাখিব লাগে। গাঙৰীয়া মাটিৰ দলংবোৰ স্থায়ী হব লাগে। ৰেল, জাহাজ আৰু ডাকঘৰে কৃষিজাত বস্তুৰ ভাৰা কমাই দিব লাগে। বস্তৰ চিনিবলৈ বস্তৰ জোখা বিভাগটোৰ শাখা এটা অসমত খুলিব লাগে। ভাৰতীয় পুৰণি প্ৰথা উদ্ধাৰ আৰু উন্নতি কৰাৰ ব্যৱস্থাও হাতত লব লাগে।

“গাঙৰীয়া-খেতিয়কে চৰ্কাৰৰপৰা খেতি কৰি বন বাবে লেপায়। কম বাঢ়িত খেতিয়কে খাবলৈ টকা পাব লাগে আৰু তাকো খাটি-

> লুটি চুচৰি-বাগৰি ফুৰুৱাকৈ পাব লাগে। ধাৰেদিয়া ধন, আৱশ্যক হলে দীঘলীয়া ম্যাদলৈ দিব লাগে।"

এইৰূপেই তেওঁ কৃষি সম্বন্ধীয় উন্নতি সম্পৰ্কে বহুত লাগতিয়াল পৰামৰ্শ উক্ত কমিচনটোক দিছিল।

কোনো স্কুল বা কলেজত শিক্ষা নোপোৱাকৈয়ে খেতিৰ বিষয়ে নাৰায়ণচন্দ্ৰ বৰুৱাই যিবিলাক জ্ঞান লাভ কৰিছিল আজিকালি নানান্ বিত্তালয়ৰ উপাধি লাভ কৰিও লোকে জ্ঞান যে সকলোতে প্ৰয়োগ কৰিব পৰাকৈ লাভ কৰিব পৰা হয় আমি প্ৰত্যক্ষভাৱে দেখিবলৈ পোৱা নাই। বিজ্ঞানৰ বঢ়ো নজনা দেশত, পাশ্চাত্য দেশৰ বৈজ্ঞানিক পদ্ধতিৰে গঢ়া কৃষি প্ৰণালী প্ৰচলন কৰিলে, আমাৰ ভিত্তিত ফুটা কলহ এটাহে আঁৰি দিয়া হয় মাত্ৰ আৰু তাৰদ্বাৰাই দেশ সমৃদ্ধশালী হওক ছাৰি দিনক দিনে যে দৰিদ্ৰ আৰু নাটনিশলীয়া হে হয় তাৰ নাৰায়ণ বৰুৱাৰ জীৱন দৰ্শনেই জলজল্ পটপটকৈ দেখুৱাই থৈ গ'ল।

যুৰভাৰী কৰ্মচাৰীৰে যে খেতিয়কসকলৰ একো উপকাৰ নহয় তাকো তেখেতে কথায় কামে দেখুৱাই গ'ল।

কৃষি সম্পৰ্কে তেখেতৰ অসাধাৰণ জ্ঞান আৰু অভিজ্ঞতাৰ কথা শুনি খেতিয়কৰ প্ৰতি সহানুভূতি থকা মিঃ গিল্‌ফেলনৰ নিচিনা সদাশয় চাহ-বাগিচাৰ ছাহাব বিলাকো আচৰিত হৈছিল। সুদূৰ আফ্ৰিকাৰপৰাও তেখেতলৈ পৰামৰ্শ চিঠি আহিছিল। গান্ধকলাই পঢ়ৰ দৰে তেখেতে কৰ নোৱৰাকৈ তেখেতৰ গাত-থকা গুণৰ গান্ধকলায়ে দেশ-বিদেশ আমোল মোলাই থৈছিল।

আমাৰ দেশত লাহে-লাহে গছ-গছনি, শাক পাচলি, মাছ-কাছ, চৰাই-পহু নাইকিয়া হৈ আহিছে। অইন কি, আজিকালি সৰ্ব্বসাধাৰণ লোকে সেইবোৰ চিনি পোৱা হে নেলাগে, সেইবোৰৰ নামকে হেৰুৱাই পেলাইছে। স্বৰ্গীয় নাৰায়ণ বৰুৱাই সেইদৰে লুপ্ত হবলৈ ধৰা সকলো গছ লতা-বনৌষধিৰ নাম গোটাই সেইবোৰৰ গুণাগুণেসৈতে এখনি 'দ্ৰব্যগুণ শিক্ষা' পুথি লেখিছিল। সেই পুথি হাতেলিখা অৱস্থাতে পৰি থাকিল। আমাৰ হাতে চুকি-পোৱাতে কাপোৰ বোলোৱা ৰঙৰ গছ থাকোতেও আমাৰ মানুহে বজাৰৰপৰা বোলোৱা-সূতা কিনি অনা দেখি বৰুৱা ডাঙৰীয়াই বৰ বেজাৰ কৰিছিল। বঙ্গদেশৰ খাদি-প্ৰতিষ্ঠানে নিজা ৰং তৈয়াৰ কৰি আমাক বেচিব পাৰিছে, অথচ, আমাৰ মানুহে চকুৰ আগতে দেখি থকা ধাইচু-কাঠ, জলধ, ৰঙ, শিলিখা, জেতুকা,

পাণচূণ, বৰ্হমথুৰি, তেপৰ, জামুচাল, ওডাল, নীলৰ একো সদ্ব্যবহাৰ কৰিব পৰা নাই।

বৰুৱা ডাঙৰীয়া স্বদেশী আৰু ঘৰত উৎপন্ন হোৱা বস্তুৰ প্ৰতি ইমান মোহ আছিল যে তেওঁ এবাৰ সম্বলপুৰলৈ স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱালৈ অলপ কাঁহুদি-খাৰলি, পানীটেঙা আৰু শুকান-খৰিচা পাৰ্চেলকৈ পঠিয়াওঁতে পাৰ্চেলৰ বাহটোও টোকোৰা চৰাই বাহৰ দৰে কৰি পঠিয়াইছিল। অসমীয়াৰ বাপতিসাহোন কাঁহুদি-খাৰলিয়ে সম্বলপুৰত থকা বেজবৰুৱা ডাঙৰীয়াক পুৰণি কথালৈ মনত পেলাই দি মাতৃভূমি প্ৰেমত কেনেকৈ আপ্লুত কৰিছিল, তাক পাৰ্চেলটো খুলিয়েই বেজবৰুৱালৈ এই বুলি লেখি পঠিয়াইছিল :—

> "আপোনাৰ টোকোৰা-চৰাই-বাহত কাঁহুদি-খাৰলি, পানীটেঙা আৰু শুকান খৰিচা পালোঁ। পানীত ডুব দি টোকোৰা চৰাইৰ বাহটো মেলি চালোঁ—সোণৰ বেজী হলে নেপালোঁ। কাঁহুদি-খাৰলি খাই পোনেই মোৰ মাতৃভূমি অসমলৈ মনত পৰিল। তাৰ পাছত আপোনালৈ······।"
>
> এইৰূপেই বিদেশত পৰিথকা বহুত অসমীয়াই নাৰায়ণ বৰুৱাৰ অসমীয়া শাকপাচলি খাই প্ৰাণ পৰিতৃপ্তি কৰিছিল।

প্ৰাতসতে শয়নৰপৰা উঠি গা ধুই ব্ৰাহ্মণৰ দৈনিক কৰিব লগীয়া নৈমিত্তিক সন্ধ্যাপূজা কৰিয়েই বৰুৱাদেৱে হাতত কোৰখনি লৈ সদায় শস্যৰ ভলিলৈ ওলাই যায়। আলহী-অতিথি শুশ্ৰূষা কৰাত, ধৰ্মশাস্ত্ৰ আলোচনা কৰাত আৰু দেশৰ সমসাময়িক পৰিস্থিতিৰ লগতে নিজকে খাপ খুৱাই ৰখাত নাৰায়ণ বৰুৱা আছিল এগৰাকী অদ্বিতীয় পুৰুষ। ৫—১০ ইঞ্চীয়া দীৰ্ঘ-দেহা লৈ মাজকুৰিৰপৰা প্ৰায় ১৮ মাইল বাট প্ৰায়ে যোৰহাটলৈ অহাযোৱা কৰিছিল। পৰম ধন স্বাস্থ্য অটুট ৰাখিবলৈ তেওঁ ডেকাবিলাকক নিতৌ উপদেশ দি ফুৰিছিল। দেহাই বেহা" প্ৰবন্ধত স্বাস্থ্য সম্পৰ্কে তেওঁৰ চিন্তা পৰিকাৰভাৱে ওলাই আছে।

"ধাছে বলদ, খায়নে মৰদ" বুলি যে আমাৰ কথা এষাৰ আছে, সেইষাৰ কথা খায়চাহাব বৰুৱাই "একঠা চাউলৰ ভাত" খাই এক ছুটাক বা ৫ টকা চাউলৰ ভাত খাই পেটেৰ্কালেলাগিথকা ডেকাভৰপক স্তম্ভিত কৰিছিল। স্বদেশী কাপোৰ প্ৰচাৰৰ অৰ্থে ধৰতে "অসম উইভিং কেম্পেনী" পাতি স্বদেশ-প্ৰাণতাৰ যে আহি দেখুৱাইছিলেই নে' পুস্তক বিক্ৰপ্ৰসাৰক মেনেজৰ পাতি

গোটেই পৰিয়াল আৰু সম্পত্তিটোকে সেই ক্ষেত্ৰৰ নামত উচৰ্গি দিছিল। সেই স্বদেশ প্ৰেমৰ দ্বাৰাই মাতৃভূমিক হৃষ্টপুষ্ট কৰিবলৈ যাওঁতেই নাৰায়ণ বৰুৱা একপ্ৰকাৰ "দেৱলীয়া" হৈ গ'ল। অন্ন সংস্থানৰ চিন্তাত ডুবাতেই ডেকা পুতেক বিষ্ণুপ্ৰসাদো অকালতে ঢুকাই থাকিল। কৃষক-বন্ধু স্বৰ্গীয় নাৰায়ণচন্দ্ৰ বৰুৱা কথাই-কামে, চিন্তাই-ভাবনাই, আচৰণে-বিচৰণে, স্বভাৱে-চৰিত্ৰই এজন অমায়িক, নিতাঁন্ত স্বদেশহিতৈষী আৰু কোনো কথাতে স্বাৰ্থ নথকা, ধাৰ্মিক, কৰ্মীপুৰুষ আছিল। তেখেতৰ আঁহি লৈ খেতি আৰু খেতিয়কৰ নিমিত্তে দেহামন উৎসৰ্গ কৰোঁতা কোনোবা আকৌ ওলাব নে?

# ভুল শুধৰণী

| পৃঃ | শাৰী | আছে | হব লাগে |
|---|---|---|---|
| ১৯ | ২৩ | ১৮৯২ | ১৮১২ |
| ২১ | ৪ | — | ু-কাৰ |
| ২৮ | ৫ | উক্ত পাঠ | উক্ত কবিতা |
| ৭৮ | ১৪ | সুহাগী | সুৱাগী |
| ৮৪ | ১৫ | ১৮২৯ | ১৯২৯ |
| ৮৬ | ৩ | ১৮৩৩ | ১৯৩৩ |
| ৮৭ | ১২ | লাজ্জা | লাজ্ |
| ৮৮ | ৭ | সঁচাবৰ | সঁচাৱৰ |
| ৮৯ | ২৫ | সহধৰ্ম্মিণী | সহধৰ্ম্মিণী-নামে |
| ৯০ | ১০ | বাঘ মৰাণৰ | ৰাঘ মৰাণৰ |
| ৯০ | ১১ | বাঘই | ৰাঘই |
| ৯০ | ১২ | স্বৰ্গদেৱ, | স্বৰ্গদেব |
| ৯০ | ১৭ | বায়বাহাছৰ | ৰায়বাহাদুৰ |
| ৯০ | ২৭ | তৃপ্ত্যাৰ্গে | তৃপ্ত্যাৰ্থে |
| ৯০ | „ | কি দিম কি থম। | কি দিম কি থম ? |
| ৯০ | „ | তথাপি | — |
| ১৭৬ | তলৰ শাৰীত | গোপালচন্দ্ৰ | গোলাপচন্দ্ৰ |